# ASAMIYA SAHITYAR CHANEK

OR

# TYPICAL SELECTIONS

FROM

# ASSAMESE LITERATURE

## Vol. III

## MODERN PERIOD

## Part II

EDITED BY

HEMCHANDRA GOSWAMI

ASSAM CIVIL SERVICE




PUBLISHED BY THE

UNIVERSITY OF CALCUTTA

1923

# নির্ঘণ্ট

## কনকলাল বৰুৱা



## হেমচন্দ্ৰ গোস্বামী



## আনন্দচন্দ্ৰ আগৰৱালা

## বেণুধৰ ৰাজখোৱা



## পদ্মনাথ বৰুৱা



## হলিৰাম মহন্ত



## পূৰ্ণকান্ত দেৱশৰ্ম্মা



## দুৰ্গাপ্ৰসাদ দত্ত

# ভোলানাথ দাস।

## সীতাহৰণ কাব্য।

লক্ষণ সীতাৰ সহ, পিতৃ সত্য পালি,
দাশৰথি ৰঘুপতি পঞ্চবটী বনে
তপস্বীৰ বেশে, ভক্ষি বন্য ফল মূল
তপস্বী আহাৰ, যবে ছিলা বনবাসে;
কিৰূপে ৰাৱণ বলী লঙ্কা অধিপতি
হৰিলা জানকী সীতা,—যিটো অপৰাধে
মৰিলা সবংশে পাছে ৰাক্ষস ঈশ্বৰ
দেৱকুল অৰি,—সেহি ৰামায়ণ গীত
গাইবে বাঞ্ছিছোঁ আমি মূঢ় অকিঞ্চন,
অমিত্র অক্ষৰ ছন্দে, হে মাতঃ! বাগ্‌দেবি!
যি ছন্দে গাইলা— বহু মধুময় গীত
তৱ অনুগ্রহে, অতি প্রিয় পুত্র তব
শ্রীমধুসুদন বঙ্গ কবিকুল মণি,
অতি দূৰাকাঙ্ক্ষা কিন্তু কৰিছোঁ মনত
হীন আমি শ্বেতভুজে! অবুজ অন্তৰে
কিয় হল ইচ্ছা—নাজানো কাৰণ;
সুদূৰ আকাশস্থিত নক্ষত্রক দেখি,
উঠিতে ইচ্ছয় ক্ষুদ্র খদ্যোত পিপৰা
নিজতেজ প্রকাশিয়া অতি গৰ্ব্ব মনে;
কিন্তু ক্ষুদ্র দেহী প্রাণী হীনবল অতি,
ইচ্ছিলে কি হব? পাছে অপাৰগ হুয়া
সলজ্জ অন্তৰে হায় অধোগামী হোৱে।
আমিও কৰিছোঁ, দেবী, সিমত দূৰাশা,
দেহে কিন্তু নাহি বল, নাহি কোনো গুণ;

হাসে কিবা বুধ জন বুদ্ধি হীন মোক
ইভয়ে কম্পিত হিয়া, লেখনী স্থগিত।
কৰিয়ো করুণা মূৰ্খে মূৰ্খতা নাশিনি!
দয়াময়ি! দীনজনে কৰিয়োক দয়া।
কি জানো ভকতি তব শ্ৰীপদ পঙ্কজে
আমি অপদাৰ্থ দাসে? কি বুজো অবুজে
অনন্ত মহিমা তব, অনন্ত ৰূপিনি!
দিয়া পদ ছায়া, মাতঃ! গাওঁ আমি ৰচি
বৈদেহী হৰণ গীত, তব অনুগ্ৰহে।
প্ৰভাতিলা নিশা। উষা আশুগতি ধৰি
আসিলা; কুৰুলি দিলা সুদীৰ্ঘে পেঁচক;
বায়স কৰিলা 'কা কা'; যেন হেৰুৱাই
লঙ্কা, লঙ্কা-প্ৰিয়-পক্ষী কুক্কুট পুছিলা
'লঙ্কা পুৰ ক'ত বুলি'; গাইলা চৌদিশে
প্ৰভাতীয় গীত যত প্ৰভাতী বিহগ;
বৃক ধূৰ্ত্তদল দিলা হুৱাধ্বনি দূৰে।
উদিলা আদিত্য দেব উদয় অচলে
উজালি শিখৰ-শিৰ, পৰে তৰু-শিৰ
সুউচ্চ অনুচ্চ পৰে; পৰে লতা বন,
ক্ৰমে ধৰাতল পাছে; ৰজতৰ বিভা
শোভিল জগৎ যুৰি। ডৰি বিভাবৰী
বিভা বৈৰী দৰশনে, পলাল অন্তৰে;
কন্দৰে তিমিৰ কালা লুকাল তৰাসে।
প্ৰভাতে প্ৰক্ষালে যথা নিদ্ৰা পৰি হৰি
নিজ নিজ মুখ নৰ; ধুইলা সিমত,
( শ্ৰেষ্ঠজনে অনুকৰা অশ্ৰেষ্ঠৰ ৰীতি ),
বিটপী ব্ৰততী তৃণ যতেক কাননে
আনন্দে আনন নিজ নিশিৰ নিয়ৰে।
প্ৰফুল্ল প্ৰসূন ৰাশী, প্ৰফুল্ল বান্ধব
বান্ধব মিলনে যথা,—হাসি মধু হাসি

দৰ্শে দীনবন্ধু মুখ; দেখি দীনবন্ধু
মুছিলা বদন-বাৰি আদৰে সবাৰ
প্ৰসাৰি সহস্ৰ কৰ; দীনবন্ধু যথা
কৰয় আদৰ দীনে। কুসুম বদন
হাসি নিঃসৰিত মধু লোভে লোভী যত
গুঞ্জৰি মধুপ পুঞ্জ উড়িলা চৌদিশে
চুম্বি প্ৰতি পুষ্পানন। স্বাৰ্থপৰ অলি
পীয়ে মধু, বঞ্চি আনে; দেখিয়া সমীৰ
উদাৰ, উজাৰি পুষ্প-পৰিমল মধু
বিলাইলা, দাতা যথা, সৰ্ব্বজীব গনে।
পুলকিত প্ৰাণী যত মধুৰ আঘ্ৰাণে।
কুহৰিলা পিককুল; গাইলা শালিকা
খেলি মেলি গীত; প্ৰিয় বিৰহ কাতৰা
কেতকী বিনালা ঘনে 'কেতকি! কেতকি!';
গহন কানন মাঝে ডাকিলা সুধীৰে
'সহদেব সহদেব' সহদেব পক্ষী।
শিখৰে পাদপ শিৰ শোভি শিখিবৰ
কানু শিৰে চুড়া যথা—, উচ্চৰাৱ কৰি
ডাক দিলা 'ৰাম কানু,' প্ৰতিধ্বনি তাৰ
ধ্বনিল গহ্বৰ ঢাকি। কনক মণ্ডিত
চঞ্চু নেত্ৰ পদ যাৰ, বিহগী ময়না
দ্বিজধন্যা কূজনীলা; গাইলা ধনেশ
হৰিষে,—ধনেশ জন হৰষিত যথা;
গাইলা পাৰ্ব্বত্য পক্ষী আৰু কত কত।
হায় পৰ্ব্বতীয় শোভা কিবা মনোৰম!
বিস্তাৰি বিস্তীৰ্ণ কায় ব্যাপি বহুস্থল,
উচ্চশিৰে ধৰাধৰ, ধৰাপতি যেন,
দৰ্শিছে চৌদিশ গৰ্ব্বে। সহস্ৰ সহস্ৰ
শিলাৰূপী-গজ-মালে আবৰিত দেহ
কোন স্থলে; কোন স্থলে উচ্চ তৰু ৰাজি,

তৃণ, পত্র, লতা, বনে শৰীৰ সজ্জিত।
নির্ঝৰিণী শত শত (পাষান হৃদেও
থাকে দয়াময়ী মূৰ্ত্তি; সমাংস শৰীৰী
মানব নিষ্ঠুৰ কিন্তু, ধিক হেন নৰে),
শত নির্ঝৰিণী গিৰি স্ববক্ষ বিদাৰি
দিছে বহির্গত কৰি, কল কল স্বৰে।
চলিছে সলিল-শ্রোত শিলা ৰাশি মাঝে
ধৰি দুগ্ধ নিভ বর্ণ ঠেকিছে যি স্থলে।
কি মতে বর্ণিবোঁ শোভা? যি জন ভ্রমিছে
পর্ব্বতে, বুজে সি মাত্র কি শোভা সুন্দৰ।
হায়ৰে লেখনি মোৰ, শিখৰে শিখৰে,
গিৰি পদতলে, ঘোৰ কন্দৰে কাননে
ভ্রমিলি অভাগা সঙ্গে, কত কত বাৰ;
দেখিলি স্বচক্ষে শোভা; কিয় অপাৰগ
বর্ণিবে দেখিলি যেহি? বুজিছো কাৰণ,
নাইবল দেহে, মন কি হব থাকিলে।
জানিয়া প্রভাত নিশি, সজীব জগৎ
বৃক্ষে বৃক্ষে তৃণে তৃণে সুমন্দ শ্বসণ
স্বনিলা; কৰিলা বন দেবীক ব্যাজন।
ফুটিলা অসংখ্য ফুল বনৰত্নাবলী;
সম্ভাষিলা ঘ্রাণেন্দ্রিয় প্রদানি সুঘ্রাণ,
ৰঞ্জিলা নয়ন ৰূপে। নিকুঞ্জে নিকুঞ্জে,
নিন্দিয়া মানব কৃত বাদ্য যন্ত্র স্বৰ,
গাইলা বিহগ গণ। হৰিণ হৰিণী,
লম্ফে জম্ফে বন মাঝে কৰিলা ভ্রমণ।

---

## আসামবাসী।

হে আসামবাসি ! মিনতি আমাৰ,
নয়ন উন্মিলি দেখা একবাৰ ;
সদাই নিদ্ৰিত, অতি অসুচিত,
দেখা একবাৰ নয়ন মেলি।
তোমাসব সম কোন হেন জাতি,
আলস্যৰ বশ, উলটি পালটি
কোন হেন জাতি, চিৰ শয্যা পাতি,
শুইয়াছে দেখা মস্তক তুলি।

কোন হেন জাতি অন্ধকাৰে পৰি,
আলোক এৰিয়া কৰে ধৰ ফৰি ?
কোনো নোহে এনে, সবেও যতনে,
ধাইছে পোহৰে আন্ধাৰ ত্যজি।
সবে সচেতন এৰিয়া আলস্য ;
সবেও আনন্দে মুখে কৰি হাস্য
আত্মোন্নতি ৰত, দেশোন্নতি ৰত,
আসাম কেবল নিদ্ৰিত আজি।

আসাম কেৱল আজিও নিদ্ৰিত,
আসাম কেৱল আজিও ঘৃণিত ;
জড় বস্তু প্ৰায় কিম্বা মৃত কায়
স্বৰূপ আজিও আসমবাসী।
নাই পৰিশ্ৰম নাই কোনো চেষ্টা,
ভাবিছে আলস্য পৰম দেৱতা ;
নাহিকে উন্নতি মাত্ৰ আধোগতি ;
বদন বিমৰ্ষ নাহিকে হাঁসি।

মুখে 'নাই হাঁসি' ইকথাও নোহে,
পৰৰ দুঃখত সবে কিন্তু হাঁহে ;

একৰ অনিষ্ট আনজন হৃষ্ট ;
আনৰ বিপদে অসীম হাঁসে ।
অসমীয়া সবে যতেক হাসয়
আনৰ কষ্টত, চিত্ত হৰ্ষময়,
এনে কোনো জাতি নাই ত্ৰিজগতি ;
মিছা কথা মাত্ৰ 'নাহিকে হাঁসি'।

দেশোন্নতি যাত নাই তাত মন ;
কৃষি শিল্প বানিজ্যক বিসৰ্জ্জন
দিয়াছে ; মিস্তিৰী, হালোৱা, বেপাৰী
কিৰূপে বা হুব, লাজৰ কথা !
"হালোৱা বাঢ়ই বেপাৰী নহয়ে
বোপা ককা মৰি গল এনেকৈয়ে"
এড়ি নিজ মান সামান্য সমান,
কিৰূপে ধৰিব নতুন প্ৰথা !

হে আসামবাসি !
"বোপা ককা মৰি গল এইমতে"
এনে কথা আৰু নানিবা মুখতে ;
তেনে বাক্যোচিত কৰিছা ৰক্ষিত
আন কোন ৰীতি ? কহিয়ো মোক।
চুলি কাটি ফালা "আল্‌বাৰ্ট সেওঁতা"
পিন্ধা বিদেশীয় বস্ত্ৰ মোজা জোতা,
ব্যভিচাৰ ৰীতি, মদো নাই বাকী,
আৰু যত কথা কলে পাবা শোক।

এড়া তেনে কথা হোৱা সচেতন,
কৃষি শিল্প হেতু কৰিও যতন ;
স্বাধীন ব্যৱসা হেতু কৰা আশা,
আলস্য পিশাচ কৰিও দূৰ।

স্বদেশ বিদেশ কৰিও ভ্ৰমণ,
বানিজ্যৰ হেতু উন্নতি সাধন,
কৰিও নিজৰ কৰিও দেশৰ;
হওক দেশৰ সৰ্ব্বাঙ্গ পূৰ ।

"বোপা ককা মৰি গল এইমতে"
এই কথা ধৰি নমৰা তেমতে;
মেলিয়া নয়ন কাৰ্য্যে দিয়া মন,
নাথাকা নাথাকা একেটা ভাৱে ।
চক্ষুৰ ওচৰে কৰা দৰশন,
জড় হিমদ্ৰিৰো পৰিব ৰতন,
আছয় ভূধৰ হোৱে শোভাকৰ
ঋতুৱে ঋতুৱে নবীন ভাৱে ।

ব্ৰহ্মপুত্ৰ নদো সদা যত্নবান,
নিজ কাৰ্য্যে, দেখা সদা ধাবমান,
বাঢ়িছে টুটিছে ভাঙ্গিছে গঢ়িছে;
কোনেও নাথাকে একেটা ভাৱে ।
কিয় তৱে হাঁয়, তোমালোক সবে,
ধৰনীৰ ভাৰ মাত্ৰ হুই ভবে,
থাকিবা সদাই ? পৰ মুখ চাই,
কিয়নো থাকিবা একেটা ভাৱে !

বিবেচনা কৰি দেখা মনে মনে,
অলঙ্কৃত তোমাসব কোন গুণে ?
নাই বিদ্যা গুণ শিল্পে অনিপুন,
নাম মাত্ৰ কৃষি বানিজ্য নাই ।
নাই উদাৰতা, নাই সহিষ্ণুতা,
নাহিকে মমতা, পৰোপকাৰিতা,
নাই সজনীতি, অনীতিত প্ৰীতি;
কিবা আছে তোমাসবাৰ ভাই ?

থকাৰ ভিতৰে মূৰ্খতা আন্ধাৰ;
আছে মাত্ৰ হায়! কুৰীতি অপাৰ।
আছে হিংসা ভাব অমিল স্বভাৱ।
স্ব অৰ্থ পৰতা উন্নতি ছুল।
আছে অহিফেন চিৰ দৰিদ্ৰতা
আছে অহঙ্কাৰ "ফেশনে" মমতা;
বৃথা গম্ভীৰতা অবাচ্যে পটুতা,
আছয়ে আলস্য দাৰিদ্ৰ মূল।

ছি ছি অসমীয়া! উঠা উঠা উঠা,
চিৰ নিদ্ৰা এড়ি মেলা চকু দুটা,
হোৱা সচেতন নাথাকা মগন,
আলস্য পিশাচ ক্ৰোড়ে এক তিল।
অনৰ্থৰ মূল অহিফেন বিষে,
গোমাংস ভাবিয়া মনৰ হৰিষে,
এড়া সৰ্ব্বজনে কাৰ্য্যে দিয়া মন;
কৰিও স্বদেশ উন্নতিশীল।

---

## বিবেক।

কোন্ সিটি সঙ্গে সঙ্গে মানব অন্তৰে
সদাই কৰিছে বাস? মুহুৰ্ত্ত কাৰণে,
কোনো কালে কোনো ক্ৰমে নাযাৱয় দূৰে,
আছে চিৰকাল বসি হৃদয় আসনে?
বয়সে প্ৰবীন অতি, বহুদৰ্শী জন,
চিত্ত খানি যেন তাৰ জ্ঞানেৰে গঠন;
সুস্থিৰ মূৰতি জ্ঞান গৰ্ব্বিত বদন,
অটল সাহস মেঘ গম্ভীৰ বচন।

ৰজাক নকৰে ভয় প্ৰজাক নকৰে,
ৰনোম্মত্ত বীৰজনে তুচ্ছ ভাবে মনে ।
সদা সুমন্ত্ৰণা মাত্ৰ দয়িত অন্তৰে
দিয়া থাকে জ্ঞান পৰিমাৰ্জ্জিত বচনে ।
অন্যায় অধৰ্ম্ম পাপে যদি নৰ মন
হোৱে প্ৰলোভিত ; ক্ৰোধে কৰিয়া গৰ্জ্জন
নিমিষে অন্তৰে থাকি বিদাৰি হৃদয়
“নাযাইবি” “নকৰিবি” এই কথা কয়

বাৰণ নুশুনি তাৰ যদি নৰগণ,
লিপ্ত হোৱে সেহি কাৰ্য্যে সন্তাপ অগনি
অটল সাহসে দিয়ে কৰিয়া জ্বলন,
ৰজা প্ৰজা ধনী দীন একোকে নগনি ।
দিয়ে গালি নানাৰূপ কৰিয়া গৰ্জ্জন,
কৰ্কশ বচনে কৰে অন্তৰ দাহন ;
কি ধনী কি মানী সুখী ৰজা প্ৰজা বীৰ
সেই তিৰস্কাৰে সবে হোৱে নত শিৰ ।

জ্ঞানেৰে ৰচিত দেহ জ্ঞানেৰে হৃদয়,
কোন প্ৰিয় বন্ধু এই অন্তৰ ভিতৰে,
অন্যায় দেখি যে ক্ষণে বাৰণ কৰয়,
যতে ততে সৰ্ব্বদাই হিত চিন্তা কৰে ?
জানিছোঁ বিবেক নামে সেই বিজ্ঞজন,
কৰে হিতাহিত জ্ঞান নৰে বিতৰণ ।
ধন্য হে বিবেক তুমি ধন্য মন্ত্ৰীবৰ !
ধন্য তুমি চিৰ বন্ধু হীন মনুষ্যৰ ।

---

## মধুহাঁসি ।

হাঁসা হাঁসা, শিশু, হাঁসা পুনৰ্ব্বাৰ,
তব মধু হাঁসি পৰাণ আমাৰ
জুড়ায়; পুনৰ খিলি খিলি কৰি
হাঁসা প্ৰিয় শিশু হাঁসা আৰু বাৰ ।
মুক্তাপ্ৰায় তব ক্ষুদ্ৰ দন্ত কিটি
ৰক্ত ওষ্ঠ মাঝে কাৰ প্ৰদৰ্শন,
নীলাব্জবৰণ নেত্ৰ কোণ কুচি
দেখোৱা আমাক হসিত বদন ।
কোনে কয় পদ্ম অতি শোভাকৰ ?
গোলাপ কুসুম বৰণ অমল
শোভাময় কোনে কহয় থাকোতে
শিশুৰ সহাস্য বদন কমল ?
কিবা দৃশ্য আছে হোৱে মনোহৰ
শিশুৰ হসিত বদন সমান ?
যদি আছে বোলে, বোলোক অপৰে,
আমি কিন্তু ভাবি নাহি পাওঁ আন ।
হাঁসা হাঁসা শিশু, হাঁসা পুনৰ্ব্বাৰ,
তব মধুহাঁসি পৰাণ আমাৰ,
জুড়ায়; পুনৰ খিলি খিলি কৰি
হাঁসা প্ৰিয় শিশু, হাঁসা আৰু বাৰ ।

---

## কিয়নো নাজাগে আমাৰ মন ?

অৰুণ উদিছে জগত জাগিছে
অৰণ্যে বিহঙ্গ গাহিছে গীত ।
যত পশু গণে চৰিছে কাননে,
ফুটিছে কুসুম মোহিয়া চিত ॥

মধুৰ সুঘ্ৰাণ কৰি সবে দান,
বহিছে ধীৰি ধীৰি প্ৰভঞ্জন ।
সবেও জাগ্ৰত নিজ কৰ্য্যে ৰত
কিয়নো নাজাগে আমাৰ মন ॥
ক্ৰমে ভানুকৰ, হইছে প্ৰখৰ,
ক্ৰমেই ধৰণী উত্তপ্ত অতি ।
গল ছায়া তলে, জীৱ দলে দলে,
প্ৰচণ্ড কিৰণে সভয় মতি ॥
পুৱা একভাব, এবে আন ভাব,
কালে ঘটে সদা পৰিবৰ্ত্তন ॥
কিয় পৰিবৰ্ত্ত, নাই ই মনত,
কিয়নো নাজাগে আমাৰ মন ?
আছে ৰবিকৰে, জগত পোহৰে,
পুনঃ পৰিবৰ্ত্ত কৰিছে মেঘে ।
বিশ্ব অন্ধকাৰ, নৃত্য চপলাৰ,
গৰজনে জীৱ বিস্ময় দেখে ॥
ক্ষণে পুনৰ্ব্বাৰ, যায় বৃষ্টি ধাৰ,
আতৰায় মেঘ, স্থিৰ গগণ ।
কত পৰিবৰ্ত্ত, ঘটে নিমিষত;
কিয়নো নাজাগে আমাৰ মন ?
গল দিনমণি, আহিল ৰজনী,
ফুটিল অম্বৰে নক্ষত্ৰ মালা ।
কৰি মধু হাঁসি, উদিলেক শশী;
যত নিশাচৰ হৰ্ষে উতলা ।
শ্ৰমকৰি দিনে এবে হৰ্ষ মনে,
লভিছে বিশ্ৰাম মানব গণ ।
শ্ৰম কৰা দূৰ, চিৰ নিদ্ৰাতুৰ,
কিয়নো নাজাগে আমাৰ মন ?
দিন, ৰাতি, যায় সূৰ্য্য চন্দ্ৰ ধায়;
পক্ষ মাস বৰ্ষ কত অতীত ।

তেও মোৰ মন　　　কিয় অচেতন,
আছয় কেৱল চিৰ নিদ্ৰিত ?
ই পোনে সি পোনে,　　　চাওঁ যেই পোনে,
পৰুৱা পিপৰা পৰাণী গণ।
সবে কাৰ্য্যে ৰত,　　　আছয় জাগ্ৰত,
কিয়নো নাজাগে আমাৰ মন ?

---

## মেঘ।

কি ভাবি হে মেঘ আজি শ্বেত কলেবৰ,
শ্বেত যেন তুলা ৰাশি,
কিম্বা বৰফৰ ৰাশি,
অতিক্ষুদ্ৰ আয়তনে, সুদূৰ অম্বৰে,
হইলা উদয় কোৱা কিভাবি অন্তৰে।

কোমলতা পূৰ্ণ দেহ; ধবল বৰণ;
কিঞ্চিতো নাহিক দাগ,
কেবল সুশ্বেত বাগ,
নাহি পাপ লেশ দেহে সুপবিত্ৰ মন;
আকাশৰ এক কোনে দিছা দৰশন।

কৃষ্ণবক্ষে জ্বলে যেন স্ফটিকৰ মণি,
কিম্বা শ্যাম দুৰ্ব্বাদলে,
যথা জল বিন্দু জ্বলে,
ছায়াবৃত জলে যেন শোভে কমলিনী,
বিস্তীৰ্ণ সমুদ্ৰে কিম্বা ধবল তৰণী।

সিৰূপে তুমিও সেই বিস্তীৰ্ণ গগণে,
ৰজতৰে দেহ সাজি,
শোভিছা হে মেঘ আজি,

দেখোঁতে জুৰায় চকু ক্ষুদ্ৰ আয়তনে,
উদিছা নতুন ভাবে সুকোমল মনে।

পূৰ্ব্ব দিশে ধীৰে ধীৰে বহে সমীৰণ,
তাহাক বাহন কৰি,
সহৰ্ষে স্কন্ধত চৰি,
ধীৰে ধীৰে ভাসি যোৱা গজেন্দ্ৰ গমন,
ধীৰে ধীৰে জলস্ৰোতে যেন হংস গণ ॥

শান্ত মূৰ্ত্তি শান্তভাব কৰিছা ধাৰণ;
অমৃতেৰে দেহ ধুই,
আহিছা পবিত্ৰ হুই,
সৰল কোমল মনে দিছা দৰশন,
এই দৰশন আজি নয়ন ৰঞ্জন ॥

ইৰূপ প্ৰশান্ত ভাব দৰ্শিলে তোমাৰ,
বিশ্বাস নহয় মনে,
তুমিএ যে এতিক্ষণে,
ঘুৰি পুনঃ ধৰিবাহা বিশাল আকাৰ।
কৃষ্ণ দেহে আন্ধাৰিবা সমস্ত সংসাৰ।

নহয় বিশ্বাস হেন কোমলতা হায়,
কাঠিন্যে যে পৰিণত,
হইবেক নিমেষত,
ধৰিবা কৰাল মূৰ্ত্তি ত্যজি ক্ষুদ্ৰকায়,
গৰ্জ্জিবা সুঘোৰ নাদে মেদিনী কঁপাই।

অথবা বিশ্বাস নহব কিয়? প্ৰত্যক্ষ প্ৰমাণ,
সদাই দেখিছোঁ আমি,
নানাৰূপ ধৰি তুমি,
ৰঙ্গা, বগা, হালধীয়া, কাঞ্চন সমান,
দেখা দিয়া ক্ষণে ক্ষণে ঢাকি শূন্য স্থান।

দৰশিছোঁ কেতিয়াবা নিকট দৰ্শন,
　　কৃষ্ণদেহে ক্ৰোধমনে,
　　দিগন্ত বিয়াপি ক্ষণে,
দৰশোৱা বিভীষিকা চপলা নৰ্ত্তন;
কপিছোঁ শুনিয়া তব ভীষণ গৰ্জ্জন॥

দৰশিছোঁ কেতিয়াবা শিলা বৰষণে,
　　সযত্নে পালিত কত,
　　শস্যগণ কৰা নষ্ট,
প্ৰাণী সবো বধকৰা বজ্ৰ নিক্ষেপণে,
ইমত নিৰ্দ্দয় তুমি, সোধো কি কাৰণে।

কি ভাবি হে মেঘ আজি শ্বেত কলেবৰে,
　　শ্বেত যেন তুলা ৰাশি,
　　কিম্বা বৰফৰ ৰাশি,
অতিক্ষুদ্ৰ আয়তনে, সুদূৰ অম্বৰে,
হুইলা উদয় কোৱা কি ভাবি অন্তৰে॥

———

# লম্বোদৰ বৰা।

---

## শকুন্তলা।

### প্ৰথম অঙ্ক।

সূত্ৰধাৰ।—( নেপথ্যৰ ফাললৈ চাই ) আইদেও, যদি সাজ পিন্ধোৱা হল, তেনেহলে এই পিনে আহোক।

নটী।—( প্ৰবেশ কৰি ) দেউতা এই মই আহিছোঁ।

সূত্ৰধাৰ।—আইদেও, এই সভাত অনেক বিদ্যাৱন্ত লোক গোট খাইছে আজি কালিদাস-ৰচিত অভিজ্ঞান শকুন্তল নামেৰে নতুন নাটকৰ দ্বাৰা আমি তেওঁবিলাকৰ সেৱা কৰিব লাগে; এতেকে প্ৰত্যেক ভাৱৰীয়ালৈ কাণ কৰক।

নটী।—ভাৱনা ভালকৈ কৰাত আপোনাক কোনেও হাঁহিব নোৱাৰে।

সূত্ৰধাৰ—আইদেও, মই আচল কথা কওঁ,—

এই বিদ্যাৱন্ত লোক সকলৰ যেতিয়ালৈকে সন্তোষ নেলাগে, তেতিয়ালৈকে ভাৱনা ভাল হৈছে বুলি সলাগিব নোৱাৰোঁ; শিকোঁতা বিলাকৰ মন দৃঢ় হলেও নিজৰ প্ৰতি প্ৰত্যয় নহয়।

নটী। ঠিক্ কৈছে। তাৰ পিচত এতিয়া কি কৰিব লাগে আজ্ঞা কৰোক।

সূত্ৰধাৰ।—এই সভাসদ সকলৰ কৰ্ণৰ প্ৰীতি জন্মোৱাৰ বাহিৰে আন কি আছে? এতেকে প্ৰথমকৈ আৰম্ভ হোৱা, উপভোগৰ যোগ্য এই গ্ৰীষ্ম কালকেই অৱলম্বন কৰি এটি গান গাওক। দেখোকচোন্, এতিয়া পানীত গা ধুই বৰ তৃপ্তি লাগে, পাটল ফুলত লাগি হাবিৰ বতাহবোৰ সুগন্ধি হৈছে, ছাঁত পড়িলেই টোপনিএ ধৰে আৰু দিনৰ শেহ ভাগ বৰ মনোৰম হৈ পৰিছে।

নটী।—ঠিক্। এই গানটি গায়ঃ—

ভোমোৰা চোহে ৰস ঈষত শিৰীষৰ।
সাদৰী সুন্দৰী নাৰী সাদৰে শিৰীষ পাৰি,
পিন্ধিছে কাণত সেই ফুল কোমল কেশৰ!

সূত্ৰধাৰ।—আইদেও বৰ বঢ়ীয়া গান। আহা! আপোনাৰ মধুৰ ৰাগে সভাসদ সকলৰ মন মোহি পেলালে তেওঁলোক সকলোবিলাক চিত্ৰত অঁকা মানুহৰ দৰে অকণো কাতিকুতা নকৰাকৈ একেথিৰে আছে। তেনেহলে এতিয়া কোন প্ৰবন্ধেৰে এওঁলোকৰ আৰাধনা কৰোঁহঁক ?

নটী।—কিয় আপুনি প্ৰথমেই কৈছিল নহয় যে অভিজ্ঞান শকুন্তল বুলি নতুন নাটকেৰে ভাৱনা কৰিব লাগে।

সূত্ৰধাৰ।—আইদেও! ঠিক মনত পেলাইছে। মই এতিয়াই পাহৰি গৈছিলোঁ; কিয়নো, যেনেকৈ সৌ লৰি-যোৱা হৰিণা পহুটোএ এই দুষ্যন্ত ৰাজাৰ মন হৰি আনিছে, সেই দৰে আপোনাৰ মধুৰ গানেও মোৰ মন হৰি নিছিল।

## প্ৰস্তাৱনা।

সাৰথি।—(ৰাজালৈ আৰু পহুটোলৈ চাই) সৰ্গদেও! মই এই কৃষ্ণসাৰ পহুটোলৈ আৰু গুণ-লগোৱা ধনু লৈ তাৰ পাচত খেদা-দিয়া সৰ্গদেওলৈ চকুদি মৃগৰূপ ধৰা যজ্ঞক খেদি যোৱা সাক্ষাৎ মহাদেৱৰ নিচিনা দেখিছোঁ।

ৰাজা।—সাৰথি, এই হৰিণা পহুটোএ আমাক বহুৎ দূৰলৈ আনিলে। সি এতিয়াও কেনে সুন্দৰ কৈ ডিঙ্গি ঘুৰাই ঘনে ঘনে আমাৰ ৰথলৈ চাইছে; কাঁড়ৰ ভয়ত আকৌ তাৰ গাৰ আগ চোৱা পাচ চোৱাত কোঁচ খুৱাই সুমাইছে; ভাগৰত মুখ মেলাত আধা খোৱা কুশঘাঁহবোৰ বাটত বেমেলি হৈ পৰিছে; চোৱাচোন্, সি দীঘল কৈ জাঁপ মৰাত দুভাগ বাট আকাশৰ ওপৰতেই গৈছে, মাটিত অলপ হে গৈছে! মই পাচে পাচে খেঁদি আহোঁতেও তাক ভালকৈ চালেহে দেখা পোৱা হল ?

সাৰথি।—সৰ্গদেও, মাটি খলা-বমা দেখি মই লেকাম টানি ধৰাত ৰথৰ বেগ কম পৰিল; এই নিমিত্তেই সি ইমান আঁতৰ হল। এতিয়া আপুনি সমান ঠাইত পৰিছেহি, তাক পোৱা টান নহব।

ৰাজা।—তেন্তে লেকাম ঢিলাই দিয়া।

সাৰথি।—ভাল সৰ্গদেও, (ৰথ খন বেগেৰে চলাই) সৰ্গদেও দেখোক, দেখোক, লেকাম ঢিলাই দিয়াত ঘোঁড়াবিলাকে কেনেকৈ ধপলিয়াইছে। সিহতঁৰ গাৰ আগকেইচোৱা একেৰাহে দীঘল হৈ বৈছে; মূৰত বন্ধা চামৰৰ আগবোৰ থিৰ হৈ আছে; কাণবোৰ ঠিয় আৰু লৰ-চৰ নোহোৱাকৈ বৈ আছে; আৰু

নিজৰ ভৰিৰে উড়ুৱা ধূলিয়েও সিহতঁৰ গা চুব পৰা নাই; যেন হৰিণাটোৰ বেগ সহিব নোৱাৰিয়েই সিহতেঁ ইমানকৈ লৰিছে।

ৰাজা।—মোৰ ঘোড়া ঠিক সূৰ্য্য আৰু ইন্দ্ৰৰ ঘোড়াতকৈও বেচি বেগাই চলিছে। চোৱাচোন্, দূৰৈৰ পৰা সৰু-দেখা বস্তুবোৰ তৎক্ষণাৎ ডাঙ্গৰ-দেখা হৈছে; বেলেগ বেলেগ বস্তুবোৰ যোৰা-লগা যেন হৈ পৰিছে; যিবোৰ বস্তু স্বৰূপতে বেঁকা, সেইবোৰো চকুত পোন যেন লাগিছে; ৰথৰ বেগত কোনো বস্তু এখন্তকো মোৰ ওচৰতে বৈ থকা নাই, দূৰতো বৈ থকা নাই। সাৰথি, দেখাঁ, এই হৰিণা মৰিল [ ধনুত কাঁড় জুৰি মাৰিব খোজে ]।

( নেপথ্যত )

হাঁ হাঁ! মহাৰাজ! ই আশ্ৰমৰ মৃগ নেমাৰিব, নেমাৰিব।

সাৰথি।—( শুনি আৰু চকুদি ) সৰ্গদেও, দেখোঁ তপস্বী জনচেৰেক আহি আপোনাৰ আৰু কঁড়িয়াব খোজা হৰিণাটোৰ মাজত ঠিয় হৈছেহি।

ৰাজা।—[ ব্যগ্ৰ ভাৱে ] তেন্তে ঘোড়া ৰাখা।

সাৰথি।—ভাল [ ৰথ খান ৰাখে ]।

[ তাৰ পাচত এজন বৈখানসে সশিষ্যে প্ৰবেশ কৰে ]

বৈখানস।—( হাত তুলি ) মহাৰাজ! এইটো আশ্ৰমৰ মৃগ, নেমাৰিব, নেমাৰিব। তুলাত জুই লগোৱাৰ দৰে আপোনাৰ বাণ এই পহুটোৰ কোমল শৰীৰত লগোৱাৰ যোগ্য নহয়; হৰিণৰ কোমল প্ৰাণেই বা কত, আৰু আপোনাৰ অতি তীক্ষ্ণ, বজ্ৰৰ সমান কঠিন শৰেই বা কত? এতেকে ধনুত জোৰা কাঁড়টো খহাই লওক; আপোনাৰ শৰ, আতুৰক ৰাখিবৰ নিমিত্তেহে নিৰ্দ্দোষীক মাৰিবলৈ নহয়।

ৰাজা।—এই কাঁড় গুচালোঁ। ( ধনুৰ কাঁড়টো খহাই লয় )।

বৈখানস।—আপুনি পুৰু বংশৰ প্ৰদীপ-স্বৰূপ; ই আপোনাৰ উপযুক্ত হৈছে। আপুনি নিজৰ তুল্য গুণশালী চক্ৰবৰ্ত্তী পুত্ৰ লাভ কৰোক।

ৰাজা।—(প্ৰণাম কৰি) আপোনৰ আশীৰ্ব্বাদ শিৰত ললো।

বৈখানস।—মহাৰাজ! আমি কাঠ আনিবলৈ ওলাইছোঁহঁক। সৌ মালিনী নৈৰ পাৰত কাশ্যপ বংশীয় কুলপতিৰ আশ্ৰম দেখা গৈছে। যদি কিবা আন কামৰ ব্যাঘাত নহয়, তেনেহলে তাত সোমাই অতিথি-সৎকাৰ গ্ৰহণ কৰোক গৈ। আৰু তপোধন সকলৰ যজ্ঞ আদি নিৰ্ব্বিঘিনিয়ে আৰু বিধিমতে সম্পন্ন হৈ

থকা দেখি আপোনাৰ ধনুৰ-ডোলৰ ঘহনিৰে সাঁচলগা-বাহুএ তাক কিমানকৈ ৰক্ষা কৰিছে, তাকো জানিব।

ৰাজা।—কুলপতি ইয়াত আছে নে?

বৈখানস।—এতিয়াই তেওঁৰ জীয়েক শকুন্তলাক আতিথি-সৎকাৰৰ ভাৰ দি শকুন্তলাৰ প্ৰতিকূল দৈবৰ শান্তি কৰিবৰ নিমিত্তে সোম-তীৰ্থ লৈ গৈছে।

ৰাজা—হওক, তেওঁকেই দেখা কৰোঁগৈ; তেওঁএই মোৰ ভক্তি জানি মহৰ্ষিৰ আগত জনাব।

বৈখানস—তেন্তে আমি যাওঁহঁক [ বৈখানসৰ সশিষ্যে প্ৰস্থান ]।

ৰাজা—সাৰথি, ঘোড়া চলোৱা, পুণ্যাশ্ৰম চাই নিজক পবিত্ৰ কৰোঁগৈ।

সাৰথি—ভাল সৰ্গদেও (আকৌ বেগাই ৰথ চলাবলৈ ধৰে)

ৰাজা—(চাৰিও পিনে চকু ফুৰাই) এইখন যে ঋষিৰ আশ্ৰম, তাক নকলেও জানিব পাৰি।

সাৰথি—কেনেকৈ?

ৰাজা—কি, তুমি দেখা নাইনে?—ইয়াৰ ধোন্দত বাঁহ-লোৱা ভাটৌৰ মুখৰ পৰা সৰা উড়ি-ধানবোৰ গছৰ তলত পৰি আছে; কোনো ঠাইত তেল-লগা, নিমজ শিলবোৰ দেখি জনা যায় যে, তপস্বী সকলে সেই বোৰ শিলৰ ওপৰত ইঙ্গুলী গুটি ভাঙ্গি তেল উলিয়াইছিল; আশ্ৰমত ভয় নাই বুলি বিশ্বাস থকাত হৰিণা-বোৰে আমাৰ ৰথৰ মাত শুনি লৰ নেমাৰি আপোন ইচ্ছামতে চৰি ফুৰিছে; আৰু পানীলৈ যোৱা বাটতো তপস্বীবিলাকৰ বল্কলৰ আগৰ পৰা বোৱা পানীৰ চিন লাগি আছে।

সাৰথি—সকলো সঙ্গত হৈছে।

ৰাজা—( অলপমান দূৰ গৈ ) আশ্ৰমত থকা লোক সকলৰ যেন কোনো অপকাৰ নহয়, এই নিমিত্তে ইমানতেই ৰথ ৰাখাঁ; মই নামি যাওঁ।

সাৰথি—মই লেকাম টানি ধৰিছোঁ, আপুনি নামোক।

ৰাজা—( নামি ) সাৰথি, তপোবনলৈ নম্ৰ-বেশেৰেহে যোৱা উচিত; এই সাজ পাৰ বোৰ ধৰাচোন্। ( সাৰথিক ধনু আৰু আভৰণ সোপা দিয়ে।) মই আশ্ৰমবাসী সকলক দেখা কৰি আহোঁমানে তুমি ঘোঁড়াৰ পিঠিত পানী দিয়া।

সাৰথি—ভাল ( বাহিৰ হয় )।

ৰাজা—( দোখোজমান গৈ চাই ) এইখন আশ্ৰমৰ দুৱাৰমুখ, সোমাই যাওঁ। ( প্ৰৱেশ কৰি সোঁহাতৰ মঙ্গহ লৰা ভাও কৰে।) ই আশ্ৰম শান্তিৰ স্থান;

তেও দেখোঁ মোৰ সোঁহাতটো লৰিছে। তাৰ ফল যে স্ত্রী-লাভ, সি ইয়াত কেনেকৈ হব পাৰে? নাইবা যি অৱশ্যে হব লগা, তাৰ উপায় সৰ্ব্বত্ৰেতে আছে।

(নেপথ্যত)

এই পিনে, এই পিনে, সখিহঁত।

ৰাজা—(কাণ দি) আহ! এই নিকুঞ্জৰ দক্ষিণ ফালে কথা-পতা যেন শুনিছোঁ; যাওচোন্। (অলপ গৈ চাই) আহা! এই তপস্বী কন্যা কেইটিএ নিজৰ জোখাই কলহ লৈ গছৰ পুলিত পানী দিবলৈ এই ফাললৈকে আহিছে (ভালকৈ চাই) আহা! এওঁলোকৰ দৰ্শন কেনে প্রীতিকৰ! আশ্রমৰ ছোৱালীৰ, যদি মোৰ অন্তঃপুৰতো দুর্ল্লভ, এনে সুন্দৰ শৰীৰ হল, তেনেহলে নিশ্চয়ে বনৰ লতাৰ ৰূপৰ ওচৰত মোৰ ফুলনি বাৰীৰ লতা পৰাজিত হব লগা হল। এই ছাঁতে ৰৈ এওঁলোকক চাই থাকোচোন। (চাই ৰৈ থাকে)।

(তাৰ পাচত ওপৰত কোৱা দৰে সখীয়েকহঁতে সৈতে শকুন্তলাই প্রবেশ কৰে)

শকুন্তলা—এই পিনে, এই পিনে, সখিহঁত।

অনসূয়া—হেৰা শকুন্তলা সখি। মোৰ মনেৰে হলে তোমাতকৈ আশ্রমৰ এই গছ-পুলিবোৰহে পিতা কাশ্যপৰ বেচি মৰমৰ বস্তু। চোৱাচোন, তুমি নৱমালিকা ফুলৰ নিচিনা সুকোমল হলেও তোমাক তেও ইহতৰ গুৰিত পানী দিবলৈ লগাইছে।

শকুন্তলা—কেৱল পিতাৰ আজ্ঞা এনে নহয়, ইহঁতলৈ মোৰ আপোন ভাইৰ দৰে চেনেহ লাগে। (পানী দিয়ে)।

ৰাজা—এওঁ এইনে সেই কণ্ব ঋষিৰ কন্যা। পূজ্য কাশ্যপ বৰ অবিবেচক, যে এওঁক আশ্রমৰ কামত লগাইছে। যি এই স্বভাৱতে সুন্দৰ শৰীৰক তপস্যা কৰিব পৰা কৰিব খুজিছে, তেওঁ নিশ্চয়ে নীলোৎপল ফুলৰ পাহিৰে শমীধ গছৰ ডাল কাটিবলৈ পুৰুষাৰ্থ কৰিছে। সি যি হওক, এওবিলাকে নিঃশঙ্ক মনে কি কৰে, গছৰ আঁৰতে লুকাই চাই থাকোঁ।

[সেই দৰে থাকে।]

শকুন্তলা—(গছৰ গুৰিত পানী দিবলৈ এৰি) অনসূয়া সখি! প্রিয়ম্বদাই বল্কল খান মোৰ গাত বৰকৈ আঁটি বান্ধিলে; দুখ পাইছোঁ ঢিলাই দিয়াহি।

অনসূয়া—বাৰু ( ঢিলাই দিয়ে )।

প্ৰিয়ম্বদা—তুমি ছুঃখ পোৱাৰ বাবে পয়োধৰ-স্থূলকাৰী নিজৰ যৌৱনক গালি পাৰা।

ৰাজা—বাকলিৰ কাপোৰ শকুন্তলাৰ নৱ-যৌৱনৰ অযোগ্য হলেও তাঁৰ দ্বাৰায় যে তেওঁৰ অলঙ্কাৰ পিন্ধাৰ শোভা হোৱা নাই, এনে নহয় পদুম ফুলত শেলাই লাগি থাকিলেও সি সুন্দৰ, চন্দ্ৰত কলঙ্ক থকাতো সি সুশোভিত আৰু এই কৃশাঙ্গী বল্কলৰ দ্বাৰায়ো মনোহাৰিণী, যি স্বভাৱতে সুন্দৰ তাৰ পক্ষেনো কি অলঙ্কাৰ নহয় ?

শকুন্তলা—এই পুলি-বকুল-গছজুপিৰ পাতবোৰ বতাহত এনে দৰে লৰিছে যেন সি আঙ্গুলি মেলি মোক্‌হে বেগাই মাতিছে। যাওঁ, তাৰ কথা ৰাখোঁ। ( বকুলৰ ওৰিলৈ যায় )।

প্ৰিয়ম্বদা—শকুন্তলা সখি! এই খিনিতে তুমি এখন্তক ঠিয় হোৱাচোন, তুমি ওচৰত থকাত এই পুলি-বকুল-গছজুপি এডাল লতাৰে সৈতে লগ-লগাৰ দৰে দেখাওক।

শকুন্তলা—এই নিমিত্তেই তুমি প্ৰিয়ম্বদা।

ৰাজা—প্ৰিয়ম্বদাই কোৱা কথা অপ্ৰিয় হলেও সঁচা। শকুন্তলাৰ তল-ওঠটি লতাৰ কুঁহি পাতৰ দৰে ৰঙ্গা, হাত দুটি কোমল-শাখা তুল্য, আৰু সৰ্ব্বাঙ্গত ফুলৰ নিচিনা মনোহৰ যৌৱন বিকশিত হৈছে।

অনসূয়া—হেৰা শকুন্তলা সখি! আম গছক স্বামী বৰা, আৰু তুমি বনজ্যোৎস্না নাম দিয়া এই নৱমালিকা জুপি পাহৰিলা দেখোঁ?

শকুন্তলা—তেনেহলে নিজকো পাহৰিম। [ ওচৰলৈ গৈ নৱমালিকালৈ চাই ] সখি! বৰ ভাল সময়তে এই তৰু-লতা হালৰ মিলন হৈছে। বনজ্যোৎস্নাই নতুন ফুল-ৰূপ যৌৱন পাইছে, আৰু নতুন পাত মেলাত আম-গছো উপভোগৰ উপযুক্ত হৈছে। [ চাই ৰৈ থাকে ]।

প্ৰিয়ম্বদা—অনসূয়া, জানিছানে, শকুন্তলাই বনজ্যোৎস্নাক ইমানকৈ কিয় চাইছে?

অনসূয়া—নাই জনা, কোৱাঁচোন।

প্ৰিয়ম্বদা—বনজ্যোৎস্নাই যেনেকৈ তাইৰ যোগ্য গছক লগৰীয়া পাইছে, ময়ো যেন সেই দৰে মোৰ যোগ্য দৰা এজন পাম;—এই নিমিত্তে।

শকুন্তলা—এইটো নিশ্চয় তোমাৰ নিজ মনৰ বাঞ্চা। [ পানী দিবলৈ কলহ তল-মু কৰি ]।

ৰাজা—কি জানি এওঁ কুলপতিৰ অসবৰ্ণ ভাৰ্য্যাৰ গৰ্ভত হোৱা ? নাইবা সন্দেহ কৰাৰ সকাম নাই ; এওঁ নিশ্চয়ে ক্ষত্ৰিয়ক বিয়া কৰিব পাৰে ; কিয়নো মোৰ সত মনত এওঁৰ প্ৰতি অভিলাষ জন্মিছে। সন্দেহান্বিত বিষয়ত সাধু সকলৰ মনৰ ইচ্ছায়েই সন্দেহ ভঞ্জন কৰে। তথাপি এওঁৰ বিষয় ঠিককৈ জনা যাওক।

শকুন্তলা—( ব্যগ্ৰ ভাৱে ) ঔ আই ! গাত পানী পৰাত খঙ্গ উঠি এই ভোমোৰাটোঁএ নৱমালিকাক এৰি মোৰ মুখলৈ খেদি আহিছে। ( ভোমোৰা খেদোৱাৰ ভাও কৰে )।

ৰাজা—( হাবিয়াস কৈ চাই ) অনেক বাৰ তুমি শকুন্তলাৰ চঞ্চল চকু স্পৰ্শ কৰিছা ; কাণৰ ওচৰলৈ গৈ সৰু সৰু কৈ গুন্ গুনাইছা, যেন কিবা গুপ্ত কথাহে পাতিছা ; হাতেৰে দূৰৈলৈ খেদালেও তুমি তেওঁৰ সকলো সুখ সম্ভোগৰ সাৰ-স্বৰূপ অধৰ পান কৰিছা ; অতএব, হে মধুকৰ ! তুমিয়েইহে কৃতী ! মই তেওঁৰ আগ-গুড়ি বিচাৰিবলৈ খাপ লওঁতেই মৰিলোঁ।

শকুন্তলা—এই দুষ্ট ভোমোৰাটোএ নেৰে, আন ঠাইলৈ যাওঁ। ( এখোজ গৈ ভোমোৰাটোলৈ চাই ) কিয় আকৌ ইয়ালৈকো আহিছে ? হেৰা, দুষ্ট ভোমোৰাটোএ মোক ব্যাকুল কৰিলে, ৰক্ষা কৰাঁ হি।

দুয়ো—( হাঁহি ) আমি ৰক্ষা কৰিবৰ কোন ? দুষ্যন্তক মাতা ; ৰাজাইহে তপোবন ৰক্ষা কৰিব পাৰে।

ৰাজা—এইয়ে গা দেখা দিবৰ সময়। ভয় নাই, ভয় নাই। [ আধা কোৱা কৈ মনতে ] অ ! মোক ৰাজা বুলি জানিব। বাৰু, এই দৰেই চিনাকি দিওঁ।

শকুন্তলা—( এখোজ গৈ ৰৈ চাই ) কিয় মোক ইয়ালৈকে খেদি আহিছে ?

ৰাজা—( বেগতে ওচৰ চাপি ) দুষ্টৰ দমন-কৰোঁতা পৌৰৱে পৃথিবী শাসন কৰি থাকোঁতেও কোনে মুগ্ধা তপস্বী কন্যাবিলাকৰ প্ৰতি এনে অশিষ্টাচাৰ কৰিছে ?

[ ৰাজাক দেখি তিনিও জনে অলপ চক খায় ]

অনসূয়া—ডাঙ্গৰীয়া, একো বৰ ভয় পোৱা নাই ; কেৱল এই আমাৰ প্ৰিয় সখীক ভোমোৰা এটাই খেদি ব্যাকুল কৰিছিল। [ শকুন্তলাক দেখাই দিয়ে ]।

ৰাজা—( শকুন্তলালৈ-মু কৰি ) কেনে, তপস্যাৰ বৃদ্ধি হৈছেনে ?

শকুন্তলা—[ ভয়ত নিমাত হৈ ৰয় ]।

অনসূয়া—হয়, এতিয়া আপোনাকে অতিথি পোৱাত। হেৰা শকুন্তলা, কুটীৰলৈ যোৱাঁ, ফলে সৈতে অৰ্ঘ্য আনাগৈ ; এই কলহৰ পানীয়েই পাদোদক হব।

ৰাজা—তোমালোকৰ মধুৰ বচনৰ দ্বাৰায়েই অতিথি-সৎকাৰ কৰা হৈছে।

প্ৰিয়ম্বদা—তেনেহলে ডাঙ্গৰীয়াই এই শীতল সপ্তপৰ্ণ বেদিৰ ওপৰতে এখন্তেক বহি জিৰণি লওক।

ৰাজা—তোমালোকৰো গছৰ গুড়িত পানী দিওঁতে ভাগৰ লাগিছে নহয়নে?

অনসূয়া—হেৰা শকুন্তলা সখি! অতিথি সকলৰ ইচ্ছা মতে চলা আমাৰ উচিত হেঁ। আমিও ইয়াতে বহোঁহক আহাঁ।

[ সকলো বহে ]

শকুন্তলা—( মনতে ) এওঁক দেখি কিয়নো মোৰ মনত তপোবনৰ বিৰোধী ভাৱৰ উদয় হৈছে?

ৰাজা—(আটাই কেইজনালৈ চাই ) আহা? তোমালোকৰ একে বয়স, একে ৰূপ; তোমালোকৰ সৌহৃদ্য কেনে সুন্দৰ?

প্ৰিয়ম্বদা—[ আনে নুশুনাকৈ ] অনসূয়া, এওনো কোন? দেখাঁচোন, তেওঁৰ কেনে সুন্দৰ আৰু গম্ভীৰ আকৃতি; তেওঁ কেনে চতুৰালিকৈ মধুৰ আলাপ পাতিছে। কোনোবা ৰাজ-প্ৰতাপী পুৰুষ যেন লাগিছে।

অনসূয়া—সখি! মোৰো জানিবৰ মন গৈছে। বাৰু, এওঁক সুধি চাওঁচোন। [ ফুটাই ] ডাঙ্গৰীয়াৰ মধুৰ আলাপ দেখি মোৰ মনত এই কথা সুধিবলৈ সাহ হইছে, যে, ডাঙ্গৰীয়াইনো কোন ৰাজৰ্ষি বংশ পোহৰ কৰিছে, কোন দেশৰ লোককেই বা আপোনাৰ বিৰহত উদ্বিগ্ন কৰাইছে, আৰু কি নিমিত্তেই বা আপোনাৰ সুকোমল শৰীৰকো তপোবনলৈ অহা ক্লেশ দিছে?

শকুন্তলা—( মনতে ) হৃদয়! তই ইমান তত্ নোপোৱা নহবি। তই ভবা কথা অনসূয়াএ শুধিছে।

ৰাজা—( মনতে ) এতিয়া কেনেকৈ নিজৰ কথা প্ৰকাশ কৰো? কেনেকৈয়েবা নিজৰ মিছা পৰিচয় দিওঁ? বাৰু, এওঁক এই দৰেই কওঁ। ( প্ৰকাশকৈ ) মই পৌৰৱ ৰাজাৰ দ্বাৰায় ৰাজ কাৰ্য্যত নিযুক্ত হৈছোঁ; এতিয়া তপস্বী সকলৰ যজ্ঞ আদি নিৰ্ব্বিঘিনিয়ে চলিছেনে নাই চলা, তাক জানিবৰ নিমিত্তে আশ্ৰমলৈ আহিছোঁ।

অনসূয়া—এতিয়া তপস্বী সকলে এজন আশ্ৰয় পালে।

শকুন্তলা—( কাম-ভাৱৰ পৰা হোৱা লজ্জা প্ৰকাশ কৰে )।

সখীয়েকহঁত—( দুইৰো গঢ় গতিলৈ চাই মনৰ ভাব বুজি, আনে নুশুনাকৈ কাণে কাণে ) হেৰা শকুন্তলা! যদি আজি পিতাই ইয়াত আহি পায়হি।

শকুন্তলা—তেন্তেহলেনো কি হব?

সখীয়েক দুজনা—তুমি তেওঁৰ জীৱনৰ সৰ্ব্বস্ব স্বৰূপ হলেও তোমাক দি এই অতিথিজনাক কৃতাৰ্থ কৰিব।

শকুন্তলা—গুচ তহঁত। মনত কি ভাবি তহঁতে এনে কথা কৈছ। তহঁতৰ কথা মই নুশুনো।

ৰাজা—ময়ো তোমালোকৰ সখীয়াৰ সম্বন্ধে কিবা অলপ সুধিব খোজোঁ।

সখীয়েকদুজনা—ডাঙ্গৰীয়া, এই প্ৰাৰ্থনা অনুগ্ৰহ মাগোন।

ৰাজা—ভগৱান কাশ্যপ জাৱজ্জীৱন ব্ৰহ্মচাৰী বুলি প্ৰসিদ্ধ; তোমালোকৰ সখীয়েৰা তেওঁৰ জীয়েক—ইনো কেনেকৈ হব পাৰে?

অনসূয়া—মহাশয়, শুনোক; কৌশিক-গোত্ৰ নামধাৰী এজনা বৰ প্ৰভাৱশালী ৰাজৰ্ষি আছে।

ৰাজা—আছে, শুনিছোঁ।

অনসূয়া—তেওঁকেই আমাৰ প্ৰিয় সখীৰ জন্মদাতা বুলি জানিব। এৰি যোৱাত পাই ডাঙ্গৰ-দীঘল কৰাৰ নিমিত্তেহে পিতা কাশ্যপ এওঁৰ পিতায়েক।

ৰাজা—এৰি যোৱা বোলাত মোৰ মনত কৌতুহল জন্মিল; গুৰিৰে পৰা শুনিব খোজোঁ।

অনসূয়া—ভাল, ডাঙ্গৰীয়াই শুনোক। পূৰ্ব্বে হেনো সেই ৰাজৰ্ষিএ উগ্ৰ তপস্যা কৰিবলৈ ধৰোঁতে, কিবা কাৰণে আশঙ্কিত হৈ দেৱতা সকলে তেওঁৰ তপ ভঙ্গ কৰিবৰ নিমিত্তে মেনকা নামে অপ্সৰাক পঠাই দিছিল।

ৰাজা—অনেক তপস্যা কৰা দেখিলে ভয়-খোৱা স্বভাৱটো দেৱতা সকলৰ আছে হয়।

অনসূয়া—পাচে তেওঁৰ ৰমণীয় বসন্ত কালত মেনকাৰ উন্মাদ জন্মোৱা ৰূপ দেখি— [ লাজত আধা কোৱাকৈ ৰয় ]।

ৰাজা—পাচে কি হল জনাই যায়। এওঁ অপ্সৰাৰ কন্যাই ঠিক।

অনসূয়া—হয়।

ৰাজা—যুগুত হৈছে; মানুহৰ গৰ্ভত এনে ৰূপৱতী কন্যা হোৱা কেনেকৈ সম্ভৱ হব? মাটিৰ ভিতৰৰ পৰা চিক্‌মিকোৱা বিজুলী ওলায় নে? [ তললৈ মুকৈ থাকে ]।

ৰাজা—( মনতে ) এতিয়া মোৰ মনোবাঞ্ছাই ঠাই পালে; কিন্তু সখীয়েকে যে ৰঙ্গতে দৰা বাঞ্ছা কৰাৰ কথা কৈছিল, তাক শুনি মোৰ মনত বৰ সন্দেহ হৈছে।

প্ৰিয়ম্বদা—( হাঁহি মুখেৰে শকুন্তলালৈ চাই ৰাজাৰ ফাললৈ মুকৰি ) ডাঙ্গৰীয়াই আৰু কিবা কব খুজিছে যেন পাওঁ।

শকুন্তলা-- [ সখীয়েকক আঙ্গুলিৰে ডাবি দিএ ]।

ৰাজা— তুমি ঠিক অনুমান কৰিছা; সুচৰিত্ৰৰ কথা শুনাৰ যোগ্য, আৰু অলপমান সুধিব লগীয়া আছে।

অনসূয়া—বিচাৰ কৰিবৰ সকাম নাই; তপস্বীক অবাধে কথা সুধিব পাৰি।

ৰাজা—তোমাৰ সখীয়াৰ সম্বন্ধে এই কথা জানিব খোজোঁ যে, তেওঁৰ যেতিয়ালৈকে বিয়া দিয়া নহয়, তেতিয়ালৈকেহে কাম-বিৰোধী বানপ্ৰস্থ ব্ৰত ধৰি থাকিব, নাইবা যাৱজ্জীৱনেই প্ৰিয় আৰু তুল্য-চকু-থকা হৰিণী বিলাকৰ লগত বাস কৰিব।

প্ৰিয়ম্বদা—আৰ্য্য, ধৰ্ম্মবিষয়তো এওঁ পৰাধীনা; কিন্তু গুৰুৰ ইচ্ছা যে সজ দৰা পালে বিয়া দিএ।

ৰাজা—( মনতে ) মোৰ বাঞ্ছা দুঃসাধ্য নহয়। হৃদয়! তুমি এতিয়া আশ্বাসিত হোৱাঁ; যি বুলি ভয় কৰিছিলা সি এতিয়া হাতেৰে চুব পৰা ৰত্ন।

শকুন্তলা—( যেন খঙ্গ কৰি ) অনসূয়া মই যাওঁ।

অনসূয়া—কিয়?

শকুন্তলা—মুখত যিহকে আহিছে তাকে বকিছে, এই প্ৰিয়ম্বদা জনীৰ কথা গৌতমী আইৰ আগত কৈ দিওঁ গৈ।

অনসূয়া—সখি! অতিথিক সৎকাৰ নকৰাকৈ এৰি আপোন ইচ্ছামতে গুচি যোৱাটো যুগুত নহয়।

শকুন্তলা— [ একো উত্তৰ নিদি গৈ থাকে ]।

ৰাজা—( শকুন্তলাক ধৰি আনিবলৈ যাওঁ বুলি ভাব কৰি নগৈ বৈ, মনতে ) আহ! কামুক মানুহৰ কাম কেনে তাৰ প্ৰমাণ মই মনতে মুনিৰ জীয়েকক ধৰি আনিবলৈ যাবলৈ ধৰিয়েই, ই শিষ্টাচাৰ বিৰুদ্ধ কাম দেখি হঠাৎ ৰলোঁ; মই এই ঠাইতে বৈ থাকিও যেন গৈ আকৌ উভতি আহিছোঁ।

প্ৰিয়ম্বদা—( শকুন্তলাক আগচি ধৰি ) হেৰা তুমি যাব নোৱাৰাঁ।

শকুন্তলা—( খঙ্গেৰে ) কিয়?

প্ৰিয়ম্বদা—গছৰ গুৰিত দিবলৈ তুমি মোক দুকলহ পানী ধাৰ দিব লাগে; আহাঁ, এতিয়া নিজক ধাৰৰ পৰা মুকলি কৰাঁহি, তাৰ পাচত যাবা। ( শকুন্তলাক বলেৰে ধৰি ওভোতাই আনে )।

ৰাজা—ভদ্ৰে! পানী দিওঁতেই তেওঁ বৰ ক্লান্ত হৈছে যেন দেখিছোঁ। চোৱাঁচোন্ কলহ তোলোঁতে তোলোঁতে বা-বিচনি দুটি সৰি পৰোঁ যেন হৈছে আৰু

হাতৰ তলুৱা দুখানি বৰ ৰঙ্গা পৰিছে; গা ফোঁপোৱাত এতিয়াও তেওঁৰ বুকু খানি লৰিব লাগিছে; ঘাম-বিন্দুবোৰে কাণত পিন্ধা শিৰীষ-ফুল গুচাই আহি মুখত পৰিছেহি; আৰু খোপা মুকলি হোৱাত এহাতে বন্ধা চুলিবোৰ আউল্-বাউল হইছে। এতেকে ময়ে তেওঁক মুকলি কৰোঁ। ( আঙঠি এটা দিব খোজে )।

সখীয়েকহঁত— (আঙঠিটোৰ ওপৰত কটা ৰাজাৰ নাম পঢ়ি ইজনীএ সিজনীৰ মুখলৈ চোৱাচোৱি কৰিবলৈ ধৰে)।

ৰাজা—মোক আন ভাবিব নেলাগে; ৰাজাৰ পৰিগ্ৰহ দেখি মোক ৰাজপুৰুষ বুলি জানিবা।

প্ৰিয়ম্বদা—তেনেহলে এই আঙঠিটো আঙ্গুলিৰ পৰা আঁতৰোৱা যুগুত। ডাঙ্গৰীয়াৰ বচনতেই তেওঁ মুকলি হল। ( অলপকৈ হাঁহি ) হেৰা শকুন্তলা! ডাঙ্গৰীয়াৰ নাইবা মহাৰাজৰ অনুগ্ৰহত তুমি মুকলি হলা, যোৱাঁ এতিয়া।

শকুন্তলা—( নিজৰ মনতে ) পাৰিলেহে যাম। ( ফুটাই ) তুমি মোক এৰিবৰ বা কোন্ ৰাখিবৰ বা কোন্?

ৰাজা—(শকুন্তলালৈ চাই,মনতে) এওঁৰ প্ৰতি মোৰ যেনে ভাৱ হৈছে, তেওঁৰো-নো মোৰ প্ৰতি তেনে ভাৱ হৈছেনে? নাইবা মোৰ অভিলাষ সঙ্গত, কিয়নো যদিও তেওঁ মোৰ লগত কথা নেপাতে, মই কথা কলে মন দি কাণ পাতি শুনে; আৰু যদিও মোৰ মুখলৈ চাই বহুৎ বেলি নেথাকে, আন বস্তুলৈকো বেচি পৰ নেচায়।

[ নেপথ্যত ]

ঐ তপস্বিসকল! তপস্বিসকল ঐ! তপোবনৰ জন্তু ৰক্ষা কৰিবলৈ সকলো চাপি আহোক। মৃগয়া কৰিবলৈ অহা দুষ্যন্ত ৰাজাই তপোবনৰ ওচৰ পাইছেহি। সেই নিমিত্তে সন্ধ্যাৰ সূৰ্য্যৰ নিচিনা ৰঙ্গা ধূলিবোৰ ঘোঁড়াৰ খোজত উড়ি আহি, ডালত তিতা-কাপোৰ-মেলি-দিয়া গছবোৰৰ ওপৰত কাকতি ফৰিঙ্গ পৰাদি পৰিছেহি। আৰু, এটা হাতীএ ৰথ দেখি ভয়ত পলাই লৰি আমাৰ তপস্যাৰ সাক্ষাৎ বিঘিনি যেন হৈ আশ্ৰমত প্ৰবেশ কৰিছেহি; সি আশ্ৰমৰ গছবোৰ খুন্দাত ভাঙ্গি আহিছে; ভয়ত উভতি চোৱাত তাৰ এটা দাঁত কান্ধত লাগিছে গৈ; বলেৰে টানি অনাত এসোপা লতাই তাৰ ভৰিত ফইৰ দৰে মেৰাই ধৰিছে; আৰু তাৰ ভয়ত পহুবোৰে জাক ভাঙ্গি পলাই গৈছে।

[ কাণ দি শুনি আটাই কেইজনী ছোৱালী অলপ ভয়াতুৰ হয়। ]

ৰাজা—(মনতে) হায়! হায়! ধিক! মোৰ লগৰীয়া নগৰবাসী বিলাকেই মোক বিচাৰি আহি তপোবনত উৎপাত লগাইছেহি। যি হওক, মই উভতি যাওঁ।

অনসূয়া—ডাঙ্গৰীয়া, এই বনৰীয়া হাঁতী তপোবনত সোমোৰা কথাটো শুনি বৰ ভয় লাগিছে; আমাক কুটীৰলৈ যাবলৈ বিদায় দিওক।

ৰাজা—(সুস্থিৰ ভাৱে) বাৰু তোমালোক যোৱাঁহক। ময়ো আশ্ৰমত উৎপাত নহবৰ নিমিত্তে চেষ্টা কৰোঁগৈ।

( সকলো যাবলৈ উঠে )

সখীয়েকহঁত। মহাশয়! এইবাৰেই অতিথি সৎকাৰ কৰা নহল; আকৌ দেখা পাবৰ নিমিত্তে প্ৰাৰ্থনা জনাবলৈ লাজহে লাগিছে।

ৰাজা—এনে কথা নকবা; তোমালোকৰ দৰ্শনতেই মোৰ উত্তম সৎকাৰ হল।

শকুন্তলা—অনসূয়া, কোমল কুশৰ গজালিয়ে, মোৰ ভৰি বিন্ধিছে, আৰু বল্কল খানেও কুৰুবকৰ ডালত লাগি ধৰিছে; কাপোৰ খান একুৰাওঁ মানে এখন্তেক ৰবাহেঁ।

( এই দৰে চলকৈ বিলম্ব কৰি ৰাজালৈ চাই চাই সখীয়েকহঁতে সৈতে বাহিৰ হয় )।

ৰাজা—নগৰলৈ যাবলৈ আৰু মোৰ ইচ্ছা নাই। লগত অহা মানুহ বোৰৰ লগ পাই তপোবনৰ অলপ দূৰতে থকা ঠাই কৰোঁ গৈ। শকুন্তলাৰ পৰা মোৰ মন কোনো মতে ফিৰাব নোৱৰা হৈছে। যেনেকৈ বতাহৰ ফাললৈ লৈ যোৱা পতাকাত লগোৱা পলু-সূতাৰ কাপোৰে তাৰ পাচ ফাললৈ হৈ যায়, সেই দৰে মোৰ গাটো আগ ফাললৈ গলেও মনটো ব্যাকুল হৈ পাচ ফাললৈ-হে গৈছে?

( সকলো বাহিৰ ওলায় )।

## দ্বিতীয় অঙ্ক।

### ঋষিৰ আশ্ৰম।

[ তাৰ পাচত বিদূষকে বিষন্ন হৈ প্ৰবেশ কৰে ]।

বিদূষক।—(হুমুনীয়া কাঢ়ি) আহ! দেখিছা তোমালেকে, এই মৃগয়া-প্ৰিয় ৰাজা জনৰ লগত আহি মই কিমান দুখ ভুগিছো দুপৰীয়া ৰদতো জহ-কালি গছৰ পাত সৰি ছাঁ নোহোৱা জাৰণিত এইটো হৰিণা, এইটো বৰা, এইটো বাঘ বুলি অৰণ্যৰ পৰা অৰণ্যলৈ ভ্ৰমি ফুৰিব লাগে। পৰ্ব্বতীয়া জুৰিৰ অকটা

আৰু গছ পাত মিহলি হৈ কেহা হোৱা পানী খাব লাগে। খোৱা-বস্তুৰ ভিতৰত খৰিকা-দিয়া মঙ্গহেই সৰহ; তাকো অসময়ত খাব লগাত পৰে। ঘোঁড়াত উঠি ৰাজাৰ পাচে পাচে লৰি ফুৰাত গাৰ যোৰা লৰি যায়; বিষত ৰাতিও হেপাহ পলুৱাই শুব নোৱাৰোঁ; আকৌ পুৱাও কোক্‌মোকালিতে বেটীৰ পুতেক, চৰাইমৰীয়া হঁতে চৰাই বিচাৰি হাবিলৈ যাবলৈ কোঢ়াল লগাই মোৰ টোপনিটো ভাঙ্গি পেলায়। ইমানতো তেও এতিয়াও দুখৰ অন্ত পৰা নাই; তাতে আকৌ গাঁড়ৰ ওপৰত বিহ-ফোহোৰা হৈছে। কালি হেনো আমি পাচ পৰি থকাত ৰাজাই পহু খেদি খেদি গৈ আশ্ৰমত সোমাই মোৰ দুৰ্কপালৰ্ গুণে, শকুন্তলা বুলি এজনী তপস্বীৰ ছোৱালী দেখি আহিছে, এতিয়া নগৰলৈ যাবলৈ এবাৰো মনত নাভাবে। আজি শকুন্তলাৰ কথা ভাবোঁতে ভাবোঁতে তেওঁৰ মেলা চকুৰেই ৰাতি পুৱাইছে। কি গতি! যি হওক, পুৱা কৰিব লগা কাম খিনিকে কৰোগৈ। (অলপমান গৈ চাই) প্ৰিয় সমনীয়াই হাতত কাঁড়-ধনু লোৱা আৰু বনফুলৰ মলা-পিন্ধা যৱনী-তিৰোতা কিছুমান লগত লৈ ইয়ালৈকে আহিছে। বাৰু, হাত ভৰি কোঙ্গা হোৱা ভাও কৰি ৰৈ থাকোঁচোন, তেনেহলেও কি জানি জিৰণি পাওঁ। (কাঠৰ লাখুটিত ভৰ দি থাকে)।

(তাৰ পাচত ওপৰত কোৱা লগৰীয়াবিলাকেৰে সৈতে ৰাজাই প্ৰবেশকৰে)।

ৰাজা—(হুমুনীয়া কাঢ়ি, মনতে) প্ৰিয়াক সহজে পাব পৰা নহলেও মোৰ মনে তেওঁৰ অনুৰাগৰ পৰা হোৱা কাৰ্য্য আদি দেখিবলৈ বৰ উৎসুক হৈছে। আমাৰ মিলন নোহোৱাতো, দুইবো প্ৰতি দুইবো ইচ্ছা থকাত, দুয়ো মনত বৰ ৰঙ্গ পাইছোঁহঁক। (মিচিকীয়াই হাঁহি) যি এনেকৈ নিজৰ বাঞ্ছাৰ দৰে বাঞ্ছিত লোকৰ মনৰ ভাব অনুমান কৰি আশা কৰে, সি ঠগে। প্ৰিয়াই আন ফাললৈ চকুদিও যি স্নিগ্ধ দৃষ্টি কৰিছিল; নিতম্বৰ ভৰত তেঁও যে বিলাসীৰ দৰে লাহে লাহে গমন কৰিছিল; সখীয়েকে নেযাবা বুলি আগছি ধৰাত, তেওঁ খঙ্গেৰে যেনেকৈ উত্তৰ দিছিল, সেই সকলোবিলাক মই তেঁও মোকেহে লক্ষ্য কৰি কৰিছিল বুলি ভাবিছোঁ। কি আশ্চৰ্য্য কামুক বিলাকে সকলোতে নিজৰ মনৰ ভাব দেখিবলৈ পায়।

বিদূষক—[হাত ভৰি কোঙ্গা হোৱাৰ ভাওকৈ থাকিয়েই]। সমনীয়া! মোৰ হাত ভৰি জঠৰ হল; হাত আঁজলি কৰিব নোৱাৰি কেৱল বচনেৰেই আশীৰ্ব্বাদ কৰোঁ।

ৰাজা—কেনেকৈনো গাৰ এই বিকাৰ হল ?

বিদূষক—কেনেকৈ হল ? নিজেই চকু ঘোল কৰি, আকৌ চকু লো়ৰ কাৰণ সোধা ?

ৰাজা—মই বুজাই নাই।

বিদূষক—সমনীয়া, নৈৰ দাঁতিৰ বেত যে সেও হয়, সিনো নিজে ইচ্ছা কৰি হয়নে, নে নৈৰ সোঁতেহে তাৰ কাৰণ ?

ৰাজা—নৈৰ সোঁতেইহে তাৰ কাৰণ।

বিদূষক—মোৰো তুমি।

ৰাজা—কেনেকৈ ?

বিদূষক—তুমি এই দৰে ৰাজ কায এৰি আহি এনেকুৱা নিজান আৰু ভয় লগা অৰণ্যত বনবাসীৰ বৃত্তি ধৰি থাকিবহি পোৱানে ? দিনে দিনে হিংস্র জন্তুৰ পাচত খেদি ফুৰোঁতে, যোৰা-লৰি, মই সঁচাকৈয়ে গা লৰ-চৰ কৰিব নোৱৰা হৈছোঁ ; এতেকে জিৰাবৰ নিমিত্তে মোক এদিনমান এৰি গলেও বৰ অনুগ্ৰহ মানিম।

ৰাজা—[ মনতে ] এওঁ এই দৰে কৈছে ; মোৰো কাশ্যপৰ জীয়েকৰ কথা মনত পৰি মৃগয়ালৈ অনিচ্ছা হৈছে। এই মৃগ বিলাকৰ লগত থাকিয়েই প্ৰিয়াই সুন্দৰ দৃষ্টি শিক্ষা কৰিছে ; ধনুত গুণ আৰু শৰ লগাই লৈও সিহঁতক মাৰিবলৈ মোৰ ধনু ভিৰাবলৈ সং নেযায়।

বিদূষক—[ ৰাজাৰ মুখলৈ চাই ] তুমি নো মনৰ ভিতৰতে কি আলচিছা ? মই হাবিত কান্দিলোঁ নেকি ?

ৰাজা—( হাঁহি ) আন কি হব ?—মোৰ সুহৃদৰ বাক্য অলঙ্ঘনীয়, এই দেখি মৃগয়ালৈ যোৱা এৰিছো।

বিদূষক—চিৰজীৱী হোৱা।

( যাব খুজি )

ৰাজা—সমনীয়া, ৰবা মোৰ কথাৰ অন্ত পৰা নাই।

বিদূষক—আজ্ঞা কৰোক।

ৰাজা—তুমি জিৰণি লইছা ; মোৰো এটা সহজ কামত সহায় হব লাগে।

বিদূষক—কি মিঠৈ লাড়ু খোৱাত ? তেনেহলে এইজন বৰ উপযুক্ত লোক।

ৰাজা—যত মই কম। কোন আছে ইয়াত ?

( প্ৰবেশ কৰি )

দুৱৰী—[সেৱা কৰি] সৰ্গদেও আদেশ কৰোক।

ৰাজা—ৰৈৱতক, সেনাপতিক মাতি আনচোন।

দুৱৰী—ভাল সৰ্গদেও। [ বাহিৰলৈ গৈ সেনাপতিয়ে সৈতে আকৌ প্ৰবেশ কৰি ] এইয়া সৰ্গদেৱে আজ্ঞা দিবলৈ এই ফাললৈ চাই মুখ ডাঙ্গি আছে; ডাঙ্গৰীয়া ওচৰ চাপি যাওক।

সেনাপতি—( ৰাজাক দেখি ) মৃগয়াত দোষ দেখোৱা হলেও, আমাৰ সৰ্গদেউত কেৱল গুণহে ধৰিছে; তত পৰ্ব্বতীয়া হাঁতীৰ দৰে সদায় ধনুৰ্জ্জ্যা আস্ফালন কৰাত বলৱন্ত, পূৰ্ব্বভাগ দৃঢ়, সূৰ্য্যৰ তাপ সহিষ্ণু, পৰিশ্ৰমতো ঘামশূন্য আৰু দীঘল, গতিকে ক্ষীণ হলেও, ক্ষীণ যেন নেদেখা—এনে শৰীৰ ধাৰণ কৰিছে। ( ওচৰলৈ গৈ ) সৰ্গদেউৰ জয় হওক। হাবিৰ কত কত পহু আছে, ছন্দা হল; কিয় আন কামত লাগি থাকিব লাগিছে ?

ৰাজা—মাধব্যে মৃগয়াৰ দোষ উলিয়াই তালৈ মোৰ উৎসাহ নাইকিয়া কৰিছে।

সেনাপতি—[ কাণে কাণে ] সখি, তোমাৰ নিষেধ নেৰিবা। মই সৰ্গদেউৰ মনৰ ভাব অনুসাৰেই চলোঁচোন। (ফুটাই) এই ভোদা বিটলিয়াই যি ইচ্ছা তাকে বকোক। মৃগয়াৰ গুণৰ প্ৰমাণ দেখোঁ সৰ্গদেৱতেই পোৱা যায়। মৃগয়া কৰিলে গাৰ তেল কমি পেটটো সৰু হোৱাত শৰীৰ লঘু আৰু উদ্যোগ কৰিব পৰা হয়; ভয় আৰু ক্ৰোধৰ সময়ত জন্তুবোৰৰ মনত কেনে ভাব হয়, তাকো জনা যায়; আৰু যদি গৈ থকা লক্ষ্যত শৰ লাগে, তেনেহলে সেয়ে ধনু-ধাৰী বিলাকৰ প্ৰশংসা; এতেকে মানুহে মিছায়েই মৃগয়াক ব্যসন বোলে; এনেকুৱা আমোদ কত আছে ?

বিদূষক—তেওঁ আজি সুস্থিৰ হৈছে। তই হলে কেতিয়াবা হাবিয়ে হাবিয়ে ফুৰোঁতে, মানুহৰ নাক খাবলৈ বিচাৰি ফুৰা বুঢ়া ভালুকৰ মুখত পৰিবি গৈ।

ৰাজা—সেনাপতি, আমি আশ্ৰমৰ ওচৰত আছোঁহঁক; এই নিমিত্তে তোমাৰ কথাত মান্তি হব নোৱাৰিলোঁ। আজিচোন মহবোৰে শিঙ্গেৰে পানী কোবাই কোবাই নিজানত পৰি থাকোক; বৰা গাহৰীবোৰে নিঃশঙ্ক মনে শুকান পুখুৰিবোৰত আলু খানি খাওক; আৰু গুণ গুচাই দিয়াত মোৰ এই ধনু খনেও জিৰণি লওক। সেনাপতি, তেনেহলে বনৰ জন্তুবোৰ পলাই বুলি বেৰি থাকিবলৈ যোৱা মানুহবোৰক ওলোটাই আনা। আৰু মোৰ সেনাবোৰক নিষেধ কৰি দিয়াঁ, সিহঁতে যেন তপোবনৰ কোনো উপদ্ৰৱ নকৰে। দেখাঁ তপোধন সকল শান্তি-গুণ-প্ৰধান হলেও তেওঁলোকৰ শৰীৰত দাহাত্মক তেজ লুকাই আছে;

সূর্য্যকান্ত মণিএ যেনেকৈ শীতল হৈও সূর্য্যৰ তাপ পালে অগ্নি উৎপাদন কৰে, সেই দৰে তপস্বীসকলেও আন তেজ গাত লাগিলে সেই দাহাত্মক তেজ উলিয়াই দিয়ে।

সেনাপতি—সৰ্গদেউৰ যি আজ্ঞা।

বিদূষক—তোৰ মৃগয়ালৈ উতঙ্গনিৰ অন্ত পৰোক।

( সেনাপতি বাহিৰ হয় )

ৰাজা—(লগৰীয়াবিলাকলৈ চাই ) তোমালোকেও মৃগয়াৰ সাজ খহোঁৱাইক। ৰৈৱতক, তয়ো নিজ কামলৈ যা।

লগৰীয়াবিলাক—সৰ্গদেৱৰ যি আজ্ঞা।

( বাহিৰ ওলায় )

বিদূষক—তুমি ইয়াত মাখি এটাও নোহোৱা কৰিলা। এতিয়া এই লতাময় চন্দ্ৰাতপেৰে সুশোভিত গছৰ ছাঁতে আসনতে বহাঁ। ময়ো পৰম সুখে উপবেশন কৰোঁ।

ৰাজা—আগে আগে বঁলা।

বিদূষক—আহাঁ, আহাঁ।

দুয়ো। ( দোখোজমান গৈ বহে )।

ৰাজা—মাধব্য, তুমি চকুৰ ফল পোৱা নাই; কিয়নো তুমি দেখিব লগীয়া বস্তুকেই দেখা নাই।

বিদূষক—কিয়, তুমি মোৰ আগতে আছা নহয়?

ৰাজা—সকলোএ আপোন মানুহক সুন্দৰ দেখে, কিন্তু মই সেই আশ্ৰমৰ অলঙ্কাৰ স্বৰূপা শকুন্তলাক লক্ষ্য কৰি কৈছো।

বিদূষক—( মনতে ) বাৰু এওঁক সেই বিষয়লৈ সুযোগকৈ নিদিও। ( ফুটাই ) কিহে সমনীয়া, তোমাৰ দেখোঁ তপস্বীৰ কন্যালৈ মন পল—দেখিছোঁ।

ৰাজা—সখি, বৰ্জ্জনীয় বস্তুলৈ পৌৰৱ বিলাকৰ মন নেযায়। মুনি-কন্যা সুৰ-যুৱতীৰ পৰাহে জন্মিছে; তেওঁ এৰি যোৱাতহে মুনিৰ হাতত পৰিল, যেন নৱমল্লিকা ফুল এটি ঠাৰিৰ পৰা সৰি আকন গছৰ ওপৰত ৰলহি।

বিদূষক—( বৰকৈ হাঁহি ) যেনেকৈ কোনো মানুহৰ বহুৎ পিণ্ড-খাজুৰি খাই অৰুচি হলে তেতেলিলৈ হেপাহ লাগে, তুমি স্ত্ৰীৰত্নবিলাক তুচ্ছ কৰি, এই হাবিয়াস কৰাও তেনে হৈছে।

ৰাজা—তুমি তেওঁক দেখা নাই; সেই দেখিহে এনে কথা কৈছা।

বিদূষক—যি তোমাৰো বিস্ময় জমাইছে, সি অৱশ্যে সুন্দৰ হব।

ৰাজা— সমনীয়া, অধিক কি কম, বিধতাই যেন তেওঁক আগেয়ে চিত্ৰত আঁকিলৈ তাৰ পাচত জীৱ দিলে, নাইবা জগতৰ সকলোবোৰ ৰূপৰ সাৰ ভাগ গোটাই মনৰ দ্বাৰায় সৃষ্টি কৰিলে। বিধতাৰ সৃষ্টিদক্ষতা আৰু শকুন্তলাৰ শৰীৰলৈ চাই মোৰ মনত এনেহে লাগে যেন তেওঁ এক অসাধাৰণ স্ত্ৰীৰত্ন সৃষ্টি।

বিদূষক—যদি এনে হয়, তেনেহলে তেওঁৰ ওচৰত আন সকলো গাভৰু ৰূপহী তিৰুতা হাৰিব লগা হল।

ৰাজা—আৰু ইও মোৰ মনত ধৰে যে, তেওঁৰ ৰূপটি এটি গোন্ধ নোলোৱা ফুলৰ নিচিনা, নখ নলগোৱা কুঁহিপাতৰ নিচিনা, নিবিন্ধা মণিৰ নিচিনা। সোৱাদ নোলোৱা ন মৌৰ নিচিনা, আৰু পুণ্যৰাশিৰ অখণ্ড ফলৰ নিচিনা, জগতত বিধতাই কাক এই নিৰ্ম্মল ৰূপটিৰ ভোগী কৰে কব নোৱাৰোঁ ?

বিদূষক—তেনেহলে তেওঁক বেগতে সামৰাঁ; কোনোবা ইঙ্গুলীতেল ঘহা চিকমিকীয়া মূৰৰ তপস্বীৰ হাতত যেন নপৰে।

ৰাজা—তেওঁ পৰাধীন; তাতে পিতায়েকো ইয়াত নাই।

বিদূষক—তোমাৰ প্ৰতি তেওঁৰ চকুৰ ভাব কেনে ?

ৰাজা—তপস্বীৰ কন্যা বোলোঁতে স্বভাৱতে লাজকুৰীয়া; তথাপি মই তেওঁৰ মুখলৈ চাওঁতে তেওঁ চকু ঘূৰাই নিছিল, আৰু আন আন কোনো কথা মনত পৰাৰ দৰে মিচিকীয়াই হাঁহিছিল, লাজত তেওঁ নিজ ভাব ভালকৈ প্ৰকাশ কৰিব নোৱাৰিলেও একেবাৰেই গোপনো কৰা নাই।

বিদূষক—অৱশ্য দেখা মাত্ৰকে তোমাৰ কোলাত উঠিবলৈ নাহে।

ৰাজা—আৰু পেটত বৰ লাজ থাকিলেও অহাৰ সময়তো তেওঁ অনুৰাগৰ ভাব প্ৰকাশ কৰিছিল। কৃশাঙ্গীয়ে খোজচেৰেক গৈয়েই মিছাকৈয়ে কুশৰ গজালি-এ ভৰিত বিন্ধিলে বুলি ৰৈছিল; আৰু গছৰ ডালত বল্কল নলগাকৈয়ে এৰুৱাওঁ বুলি ৰৈ উভতি চাইছিল।

বিদূষক—তেনেহলে সম্বল গোটোৱাঁ। তুমি তপোবনক উপবন কৰিলা যেনহে দেখিছোঁ !

ৰাজা —সখি, কোনো কোনো তপস্বীএ মোক চিনি পাইছে; ভাবি চোৱাঁচোন, কি ছল কৰিনো আৰু এবাৰমান তপোবনত থাকিবগৈ পাৰোঁ।

বিদূষক—তোমালোক ৰাজা, আন কি ছল লাগিছে ? তপোবনলৈ গৈ তপস্বী বিলাকক, আমাৰ উড়িধানৰ ষষ্ঠভাগ দিওক, বুলি কলেগৈয়ে হল।

ৰাজা—ভোদা তপস্বীসকলক ৰক্ষা কৰাৰ নিমিত্তে আন প্ৰকাৰ ৰাজহ উঠে। তেওঁলোকে যি ৰাজহ দিয়ে তাক ৰত্নৰাশিতকৈও সাদৰেৰে গ্ৰহণ কৰিব লগীয়া। আনৰ পৰা ৰাজা সকলে যি কৰ পায়, তাৰ ফল ক্ষয় হয়, কিন্তু তপস্বী সকলে আমাক তপস্যাৰ ষষ্ঠভাগৰূপ যি কৰ দিয়ে, সি অক্ষয়।

( নেপথ্যত )

বেচ্! আমি কৃতাৰ্থ হলোঁহঁক।

ৰাজা—( কাণদি ) ধীৰ আৰু গম্ভীৰ স্বৰেৰ সৈতে, এওঁলোক তপস্বী হবলা।

( প্ৰবেশ কৰি )

দুৱৰী—সৰ্গদেৱৰ জয় হওক! ঋষিলৰা দুজন আহি দুৱাৰমুখত উপস্থিত হৈছেহি।

ৰাজা—তেনেহলে তেওঁলোকক সোনকালে ভিতৰলৈ আন।

দুৱৰী—এই আনিছোঁ। (বাহিৰলৈ গৈ ঋষিকুমাৰ দুজনেৰে সৈতে প্ৰবেশ কৰি) এই পিনে, এই পিনে, দেউ সকল।

ঋষি কুমাৰ দুজন—(ৰাজালৈ চায়)।

প্ৰথম—আহা! দেখাঁচোন, মহাৰাজা বৰ প্ৰভাৱশালী হলেও ওচৰ চাপিবলৈ একো ভয় নেলাগে। নাইবা ই হবই পায় কাৰণ তেওঁ ঋষি সকলতকৈ বৰ ভিন্ন নহয়; তেওঁ সকলো আশ্ৰমীৰ ভোগযোগোৱা গৃহস্থাশ্ৰমত বাস কৰে; প্ৰজা পালন কৰাত তেওঁৰো প্ৰতিদিনে তপ সঞ্চয় হয়; আৰু জিতেন্দ্ৰিয় হোৱাত গন্ধৰ্ব্ব-মিথুনে গোৱা আৰু আগত কেৱল ৰাজা শব্দ থকা তেওঁৰো মুনি এই পুণ্য শব্দে বাৰম্বাৰ স্বৰ্গ স্পৰ্শ কৰে।

দ্বিতায়—গৌতম, এখেতেইনে সেই ইন্দ্ৰৰ বন্ধু দুষ্মন্ত?

প্ৰথম—এৰা।

দ্বিতীয়—তেনেহলে ই আচৰিত নহয়, যে নগৰৰ দুৱাৰৰ অৰ্গল সদৃশ, দীঘল-বাহু বিশিষ্ট এই ৰাজাই অকলৈয়ে এই নীল-সাগৰ-বেষ্টিত গোটাই খন পৃথিৱী ভোগ কৰিছে আৰু দৈত্যবিলাকে সৈতে বৈৰিতা হলে, দেৱতাসকলে এখেৰ গুণ লগোৱা ধনু আৰু ইন্দ্ৰৰ বজ্ৰৰ পৰাহে যুদ্ধত জয় আশা কৰে।

দুয়ো—( ওচৰ চাপি ) মহাৰাজাৰ জয় হওক।

ৰাজা—( আসনৰ পৰা উঠি ) আপোনাসকলক প্ৰণাম কৰোঁ।

দুয়ো—আপোনাৰ মঙ্গল হওক। ( ফল কিছুমান ভেটি দিয়ে )।

ৰাজা—( প্ৰণাম কৰি ফলখিনি লৈ ) আদেশ শুনিব খোজোঁ।

দুয়ো—আপুনি ইয়াত আছে বুলি, আশ্ৰম-বাসী সকলে বুজ পাই, আপোনালৈ এটি প্ৰাৰ্থনা জনাইছে।

ৰাজা—কি আদেশ কৰিছে ?

দুয়ো—খোলে পূজনীয় কণ্ব মহৰ্ষি ওচৰত নথকাত ৰাক্ষসবোৰে আমাৰ যজ্ঞৰ বিঘিনি জন্মাইছে; এতেকে মহাৰাজাই সাৰথিৰে সৈতে আহি কেই ৰাতি-মানৰ নিমিত্তে আশ্ৰমৰ সহায় হওকহি।

ৰাজা—অনুগৃহীত হলোঁ।

বিদূষক—( কাণৰ গুৰিত ফুচ্‌ফুচাই ) এই প্ৰাৰ্থনা এতিয়া তোমাৰো উপকাৰী।

ৰাজা—( মিচিকীয়াই হাঁহি ) ৰৈৱতক, মোৰ কথা সাৰথিক ক গৈ, যে ধনুখানে সৈতে ৰথখান লৈ আহিব লাগে।

দুৱৰী—সৰ্গদেৱৰ যি আজ্ঞা। ( বাহিৰ হয় )।

দুয়ো---( সহৰ্ষে ) আপুনি পূৰ্ব্বপুৰুষ সকলৰ অনুকৰণকাৰী; এই কাম আপোনাৰ উপযুক্ত হৈছে; পৌৰৱবিলাক নিশ্চয় বিপদগ্ৰস্ত বিলাকৰ প্ৰতি অভয়-দান-যজ্ঞত ব্ৰতী।

ৰাজা—( প্ৰণাম কৰি ) আপোনাসকল আগ বাঢ়োক। ময়ো পাচতে গৈছোঁ।

দুয়ো--জয় হওক! ( বাহিৰ হয় )।

ৰাজা—মাধব্য, শকুন্তলাক চাবলৈ তোমাৰ মন গৈছে নে ?

বিদূষক—প্ৰথমে ইচ্ছা-পানীৰ ঢল উঠিছিল; এতিয়া ৰাক্ষসৰ কথা শুনি এটোপাও নাইকিয়া হল।

ৰাজা—ভয় নকৰিবা; মোৰ গুৰিত থাকিবা নহয়।

বিদূষক—ৰাক্ষসৰ পৰা ৰক্ষা পালোঁ।

( প্ৰবেশ কৰি )

দুৱৰী—সৰ্গদেৱৰ বিজয়-যাত্ৰাৰ নিমিত্তে ৰথ সাজু হৈ আছে। আকৌ কৰভকে নগৰৰ পৰা মাদৈৰ বতৰা লৈ আহিছে।

ৰাজা—( সাদৰকৈ ) মাতৃএ পঠাইছে নেকি ?

দুৱৰী—হয়।

ৰাজা—সুমাই আন।

দুৱৰী—ভাল। ( বাহিৰ হৈ কৰভকে সৈতে প্ৰবেশ কৰি ) এইয়া সৰ্গদেও, ওচৰ চাপাঁ।

কৰভক—সৰ্গদেৱৰ জয় হওক। ৰাজমাওৱে বতৰা কৈ পঠাইছে বোলে চথা-দিনালৈ মোৰ উপবাসৰ পাৰণা হব; তাত অৱশ্যে দীৰ্ঘায়ু উপস্থিত থাকিব লাগে।

ৰাজা—এফালে তপস্বীৰ কাৰ্য্য, আন ফালে মাতৃৰ আজ্ঞা; দুয়ো অলঙ্ঘনীয়; এতিয়া কি উপায় কৰা যায়?

বিদূষক—ত্ৰিশঙ্কুৰ দৰে মাজতে থাকাঁ।

ৰাজা—হয় হে, মই বৰ বিমোৰ হৈছোঁ; নৈৰ সোঁত যেনেকৈ সম্মুখৰ পৰ্ব্বতত লাগি আন্দোলিত হয়, কেবা ঠাইত কাম হোৱাত, মোৰ মনো সেই দৰে আন্দোলিত হৈছে। (ভাবি চাই) সখি, তোমাক মাতৃএ পুত্ৰ বুলি গ্ৰহণ কৰিছে; এতেকে তুমি ইয়াৰ পৰা ঘূৰি গৈ মাতৃৰ আগত মই তপস্বীসকলৰ কামত ব্যস্তহৈ আছোঁ বুলি জনাই, ব্ৰতত পুত্ৰই কৰিব লগীয়া কাম খিনি কৰিবগৈ লাগে।

বিদূষক—মোক ৰাক্ষসলৈ ভয় কৰাত ভয়াতুৰ নোবোলা নহয়?

ৰাজা—(মিচিকীয়াই হাঁহি) তেনে কথানো তোমাৰ সম্ভৱ হব পাৰেনে?

বিদূষক—যেনেকৈ ৰাজাৰ ভাইয়েক যাব লাগে, সেই দৰে যাওঁ।

ৰাজা—তপোবনৰ উপদ্ৰৱ নহবৰ নিমিত্তে সকলো লগৰীয়াকে তোমাৰ লগত পঠাই দিম নহয়।

বিদূষক—তেনেহলে এতিয়া যুবৰাজ হলোঁ।

ৰাজা—(মনতে) ই বৰীয়া বৰ চুলুং; মই শকুন্তলালৈ মন মেলাৰ কথা, কেতিয়াবা ভিতৰুৱাল তিৰোতাবিলাকৰ আগত কৈ দিব। বাৰু, ইয়াক এই দৰে কওঁ, (বিদূষকৰ হাতত ধৰি, প্ৰকাশ কৈ) সমনীয়া, ঋষিৰ সম্মান ৰখাৰ কাৰণেহে আশ্ৰমলৈ যাওঁ; বাস্তৱতে তপস্বীকন্যাৰ প্ৰতি মোৰ অভিলাস নাই। আমাৰে আৰু পছুপোৱালিৰ লগত ডাঙ্গৰ দীঘল হোৱা, কাম-ভাৱ হীন তপস্বীকন্যাৰে কিমান অন্তৰ, দেখাঁচোন। সখি, মই ধেমালিতে যি কথা কৈছোঁ, তাক তুমি সঁচা বুলি নেমানিবা।

বিদূষক—এৰাতো।

(সকলো বাহিৰ ওলায়)।

---

# সদানন্দৰ কলাঘুমটি।



কেতিয়াবা কানি টিকিৰাৰ ছাট মাৰি ধোৱঁাৰে ঘৰ গোটাইটো ভৰাই দিছিলোঁ; কেতিয়াবা টিকিৰা এড়ি পায়স, কুঁহিয়াৰ, গুড়, গাখীৰ, মালভোগ কল, বৰা চাউলৰ পিঠা আদি কৰি সোৱাদ বস্তু খাই মুখ তপালিছিলোঁ; কেতিয়াবা বা লগৰীয়া ভকত সকলে সইতে নানা বিষয়ৰ মেল পাতিছিলোঁ।—আসামৰ উন্নতি, ভাৰতৰ একতা, বিদেশীৰ অত্যাচাৰ, অসমীয়া চাহাব, মাচ খোৱা, ভাত খোৱা আৰু কত কথাৰ মেল; কেতিয়াবা কেতিয়াবা ধপাত, তামোল, ভাঙ্গ, হলে ব্ৰাহ্মণ সেৱালৈ অনা এটুপি ব্ৰাণ্ডী, অভাৱত দুচকল চৰাইৰ ভজা মঙ্গহ আদি বিবিধ দেৱ পূজাৰ দ্ৰব্যেৰেও দশ ইন্দ্ৰিয়ৰ পূজা কৰা গৈছিল; মাঝে মাঁঝে কলা-ঘুমটিৰে মিত্ৰতা কৰি কেতিয়াবা হলি, কেতিয়াবা পড়ি, কেতিয়াবা বৰশি বাই, ঘামি, কাহি, হাঁহি, হামিয়াই, সংসাৰৰ লেঠালৈ একেবাৰে পিঠি দি পৰমানন্দ সাগৰত বুৰ মাৰিছিলোঁ।—আহ! কেনে সুখ, কেনে আনন্দ, কেনে দেৱ-দুৰ্ল্লভ জীৱন!—এনে সময়ত—এনে সুখৰ সময়ত, কিয় আপুনি মোলৈ সেই চিঠিখন লিখিলে? বোলোঁ সম্পাদক মহাশয় কি! আপুনি মোৰ কলমটীয়া টোপনিটো ভাঙ্গি, মোক দুখ সমুদ্ৰত ডুবাব ধৰিলে? আহা! কেনে ঘুমটি! কেনে সুখৰ কলাঘুমটি!—যাক দেৱতায়ো নাপায়, কিন্তু বিধতাৰ বৰত, কানিৰ গুণত, অসমীয়াৰ হলে ঘৰে ঘৰে। এই কলাঘুমটিৰ গুণত অসমীয়া মানুহ কিমান সুখী! যি এই সুখৰ পৰা বঞ্চিত হইছে, সি গৰ্ভতে নমৰিল কিয়? উপজিলেও আপোনঘাতী নহল কিয়? আপুনি ইংৰাজী পঢ়ি, কামত ধৰি, কলাঘুমটি এড়ি, কেনে দুৰ্কপলীয়া হইছে, ভাবি চাওকচোন। আপোনাৰ দৰে আৰু জনাচাৰেক অসমীয়াই এনে অময়া সুখ এড়ি মৰিবলৈ ধৰিছে; কিন্তু সদানন্দ হলে বৰ টেঙ্গৰ। সদানন্দে বহুৎ ধন ঘটিও সাত-পুৰুষীয়া কলাঘুমটি এড়ি দিয়া নাই। ময় বোপা-ককাৰ সহজ এৰিমেই কিয়? শাস্ত্ৰতো কইছে বোলে—

> শহজে কিল জে ৱিণিন্দিএ ণ হু দে কম্ম ৱিৱজ্জণীঅএ।
> পশুমালণ কম্মদালুণে অণুকম্পামিদু এৱ্ৱ শোত্তিএ॥

যাৰ যি কাম সহজ অৰ্থাৎ বোপা ককাৰে পৰা লাগি অহা, ( যেনে সদানন্দৰ সাত-পুৰুষীয়া কলাঘুমটি ) সেই কাম গৰ্হিত হলেও তাক এৰিব নাপায়; (তাৰ দৃষ্টান্ত দেখক )। বেদ পঢ়া বাপু সকলৰ মন দয়াৰে কোমল হলেও, তেওঁলোকে মহ, ছাগলি আদি পশু বলি দিয়াত বৰ নিদাৰুণ। কাৰ সাহ আছে, মোৰ কলা-ঘুমটিক "ৱিনিন্দিএ" বোলে? ময় মুখেৰে বক্তৃতা দিবলৈ "ভাৰতৰ জয়, ভাৰতৰ জয়" কৰি চিঞৰিবলৈ, আসামৰ উন্নতি কৰিবলৈ, অসমীয়া বাতৰি কাকতৰ সাহায্য কৰিবলৈ, আসামৰ পৰা অত্যাচাৰী বিদেশী বিলাকক "এক দম্‌সে নিকাল কৰি দিবলৈ"-- আনক উপদেশ দিয়াত এফেৰিও ত্ৰুটি নকৰোঁ। এই কথা সঁচা; কাৰণ, তাকে নকৰিলে মোক মানুহে enlightened civilized, patriot, ( শিক্ষিত, সভ্য, দেশ-হিতৈষী মহাত্মা ) নুবুলিব, আৰু মান সৎকাৰ নকৰিব; তথাপি ময় আপোনালোকৰ নিচিনাকৈ মোৰ কলাঘুমটি নেৰোঁ। তাক এৰি কামত ধৰিলে, মোৰ সাত পুৰুষে নকৰা কাম কৰা হব, বড়বাবু সকলেও কাম নিদিব, মোৰ ওপৰত কোৱা অময়া সুখৰ একধনিষ্ঠামানো নাথাকিব, আৰু মাজে মাজে হজুৰ সকলৰ বঙ্গলা বা তীৰ্থ দৰ্শন কৰি স্বৰ্গ লাভৰো বাট বন্ধ হব; এইৰূপে সদানন্দৰ ধৰ্ম্ম-অৰ্থ-কাম-মোক্ষ এই চতুৰ্ব্বৰ্গৰ নাশ হব। উঃ! বুদ্ধি নাজানিলে ইংৰাজী শিকা কি বিপদ। তেন্তে পৰমানন্দৰ বিষয় এই, অধিকখিনি অসমীয়া সদানন্দৰ নিচিনা বুদ্ধিমন্ত, দুয়ো কূল আৰু চতুৰ্ব্বৰ্গ ৰক্ষা কৰিব জানে। সকলো কাম যিমান মুখতে কৰিব পৰা যায়, তিমান ভাল; হাতেৰে আৰম্ভ কৰিলেই লেঠা, চতুৰ্ব্বৰ্গ নাশৰো আটক নাই। তাৰ প্ৰমাণ দেখক, আপোনালোকে প্ৰায় ছমাহ আৰম্ভ, ছোৱাষাঠি মোন কথা খৰচ, আৰু এশ মহী চুঙ্গা শুদা কৰি, যি কাকতখন উলিয়াবলৈ ধৰিছে, তাৰ দ্বাৰাই সদানন্দ, পূৰ্ণানন্দ, গজানন্দ, গাধানন্দ আদি কৰি কত আনন্দৰ কলাঘুমটি ভাঙ্গিব পাৰে; আৰু যদি নাভাগে, তেন্তে আপোনালোকেও কাকত কলম পেলাই আমাৰ লগতে কলাঘুমটিৰ ভাগ লব লাগিব। এই নিমিত্তে সদানন্দৰ পৰামৰ্শ এই, মুখেৰে যিমান পাৰে, তিমান কাকত বাহিৰ কৰক, কিন্তু হাতেৰে এখনো নকৰিব; কৰিলেও কাকো লিখিবলৈ নামাতিব; মাতিলেও কাকো গ্ৰাহক নাপাতিব; আৰু গ্ৰাহক পাতিলেও কাকতৰ দাম নিবিচাৰিব। কাকত মুলিয়ালে যদি আপোনাৰ গা নৰয়, কাকত উলিয়াওক, আৰু তাক পঢ়োঁতে কোনো লোক নাই যদি সদায় নিয়মিত সময়ত ( অলপো পলম নকৰি ) মোলৈ পঠাই থাকিব। সি ভাল হলে তাক পঢ়া যাব, আৰু কিছুমান নিন্দা কৰা যাব; বেয়া হলে মচলা বন্ধা হব, নাইবা চুৱা পাতনিত ঠাই দিয়া যাব। কিন্তু মোলৈ কাকতৰ সম্বন্ধে

কোনো চিঠি নিলিখিব ; কাৰণ ময় চিঠিৰ কেতিয়াও উত্তৰ নিদিওঁ ; উত্তৰ দিলেই কাকত চলাওঁতাবিলাকে দাম সাধিবলৈ ছল পায়, আৰু মোৰ এটা পয়চা ভগন হয়। আৰু আপুনি যে মোক আপোনাৰ কাকত লই তাৰ বেচ দিবলৈ, আৰু মাহে মাহে তাঁলৈ লিখিবলৈ কইছে, মোক ধৰুৱা পাইছে নেকি ? লোকৰ লাভ হব, লোকৰ যশ হব, সদানন্দ আকৌ লেখি আৰু ধন ভৰি মৰিব কিয় ? যশ আৰু লাভলৈ আশা থাকে যদি সদাই বিনা মূলে কাকত দান কৰিব ; সদানন্দে কেতিয়াও ওভোতাই নিদিয়ে। আইদেউ সকলৰ মাজত বহি, গলটো হেঁকাৰি হেঁকাৰি, হাতত বাতৰি-কাকত লই, যেতিয়া তেওঁলোকে অৰ্থৰ ভেদাভেদ পাই, এটা কথাকে মুখে মুখে দহোটা কৰে, গাৰঁৰ তিৰুতা আটাইকেইজনীৰ পৰা নানা দৃষ্টান্ত দিবলৈ ধৰে, আচৰিত আচৰিত বাতৰি শুনি হাঁহিবলৈ ধৰে,—আঃ ! তেতিয়া সদানন্দৰ আনন্দ-সাগৰত তৰঙ্গ উঠে। আৰু কাকত নপঢ়িলে মানুহে ভেবা বোলে, enlightened ( শিক্ষিত ) নোবোলে। এই দুই কাৰণত ময় অনেক বাতৰি-কাকত লওঁ, কিন্তু কাৰো বেচ নিদিওঁ। এদিন "সুলভ সমাচাৰৰ" এজেণ্টে ধন খুজিছিল, ময় উচিত উত্তৰ দিলোঁ, "যোৱাঁ, এক পয়চাৰ কাকতৰ দাম সাধিবলৈ আহিছা, মোৰ অলপীয়া ধন দিবলৈ লাজহে লাগে।" আসাম নিউচৰ দাম পাঁচ টকা, তাকো বৰ বেচি দেখি নিদিওঁ। ন মাহ "ইণ্ডিয়ান মিৰৰ" লই এদিন এজন বন্ধুৰ দ্বাৰাই তাৰ ওপৰত Sadananda is dead, ( সদানন্দ মৰিল ) এই কথা লেখাই ফিৰাই দিলোঁ। চৌধ বছৰ 'আসাম বিলাসিনী' পঢ়ি তাৰ পয়চা এটাও নিদিলোঁ ; কাৰণ গোঁসাইৰ প্ৰসাদ আমি এনেই পাব পাওঁ। সি যি হওক, আপোনাৰ নতুন কাকত-ডখৰ নিয়মিত সময়ত পঠাই থাকিলে বৰ বাধিত হম ; লাগে যদি এফেৰা ধনকে দিম ; নাইবা টকাৰ অভাৱত সি বন্ধ হলে বেচৰ কথা বিচাৰ কৰা হব। আৰু যে মোক লিখিবলৈ কইছে, তাৰ থাৰুৰ উত্তৰ দিয়া মোৰ পক্ষে বৰ টান। তাৰ প্ৰথম কাৰণ, আপোনাৰ কাকত অসমীয়া,—নহয় বঙ্গলা, নহয় ইংৰাজী ; সদানন্দৰ মাতৃভাষা লেখা, কোৱা বা পঢ়া beneath his dignity, ( বৰ অপমানৰ কাম )। দ্বিতীয় কাৰণ, ফুঁ নাপালে যেনেকৈ তুঁহ-জুই নজলে, ব্ৰাণ্ডী নাপালে সদানন্দৰ প্ৰতিভা ( আনৰ হলে বুদ্ধি ) নজলে, কানিটিকিৰাৰ জালত সদাই টলকা মাৰি পৰি থাকে ; আৰু ব্ৰাণ্ডী নাখালে নোৱাৰো কৰিব, খালে নোৱাৰোঁ লৰিব, আৰু খাই শুলে জগাবও নোৱাৰে মোক। তৃতীয় কাৰণ, কুম্ভকৰ্ণ ছ'মাহ শুইছিল কিন্তু সদানন্দৰ কলাঘুমটি বছৰেকত তেৰ মাহ নুগুছে। চতুৰ্থ সদানন্দৰ উৎসাহ পৰ্ব্বতীয়া নৈৰ ঢলৰ পানীৰ নিচিনা। তাৰ ঢল

বছেৰেকত দুবাৰ কি এবাৰ মাথোন বৰ তমোময় হয়; গছ, পৰ্ব্বত, গড়া, সকলোকে ভাঙ্গি নিব খোজে। মোৰ উৎসাহ-পানীৰ ঢলো বছেৰেকত এবাৰ কি দুবাৰ; ময়ো তেতিয়া একে কোবতে আসামক সভ্যতা, আৰু উন্নতিৰ টিঙ্গত তুলি দিব খোজোঁ, আনৰ দৰে পলমকৈ নাথাকোঁ। পঞ্চম, সদানন্দে সকলো কাম মুখতে কৰে, দেশৰ উন্নতি কৰোঁতে অলপো আহৰি নাপায়; কিন্তু হাতেৰে হলে কোনো কাম আৰম্ভ নকৰে। আৰু শেষ বা ষষ্ঠ কাৰণ, নিজ দেশৰ উন্নতি কৰিবলৈ কঁকালত কাপোৰ বান্ধি আৰু হাতত ভলুকাবাঁহৰ টাঙ্গোন লই ওলালে আসামৰ শত্রু, কিন্তু সদানন্দৰ অন্ন-পানীৰ গৰাকী সকলে বেয়া পাব। দেখক, বছেৰেকৰ ছয় ঋতুৰ ছটা কাৰণ লাগি আছেই আছে; এতেকে সদানন্দে কাকত লিখি আপোনাক ভালকৈ তৰাব, আপুনি আশা কৰক মাথোন। সি যি হওক, আপোনাৰ কথাত অমান্তি হলে etiquette (দস্তুৰ) ৰক্ষা কৰা নহয়, কেৱল এই নিমিত্তেই তলত কিছুমান কথা লিখিবলৈ আগ বাঢ়িলোঁ। আপুনি এই কথা কাকো নকব; কাৰণ ময় অসমীয়া ভাষা লেখা বুলি জানিলে, বঙ্গালী আৰু এঙ্গলো ইণ্ডিয়ান্ বন্ধু বিলাকে মোক বৰ ঠাট্টা কৰিব। এনেবিলাক কাৰণ থকাতো যে ময় আপোনাৰ চিঠিৰ উত্তৰ দিলোঁ, এই নিমিত্তে মোক thanks (ধন্যবাদ) দিব পায়; মোৰ নিচিনা অনেক ভদ্রলোকে চিঠিৰ উত্তৰ নিদি, নিজ dignity (সম্ভ্রম) ৰক্ষা কৰিছে, সি আপোনাৰ অবিদিত নাই।

এতিয়া লেখোঁ কি?—"কলাঘুমটি?"—নহয়, এইটো প্রায় সকলো অসমীয়াই জানে। "বিদেশীৰ অত্যাচাৰ?" তেনেহলে মোৰ চাউল মৰে। "ব্রাণ্ডীৰ সোৱাদ?" ইয়াক আৰ্য্য হিন্দুৰ কুলতিলক ব্রাহ্মণ সকলেহে ভালকৈ পাইছে। "ধৰ্ম্ম?" "ৰাম! ৰাম!" ধৰ্ম্ম বড় অপবিত্র বস্তু। আজিকালি সভ্যতাৰ কোবত, বিজ্ঞান বা অজ্ঞানৰ বলত সকলোৱে ধৰ্ম্ম এড়িছে; প্রায় সকলো ঠাইৰে পৰা ধৰ্ম্ম বহিস্কৃত হইছে; দেখক ইস্কুলত ধৰ্ম্ম নাই, ধৰ্ম্ম মন্দিৰতো ধৰ্ম্ম নাই; "ধৰ্ম্মৰ কথা লেখা নাযায়" এই বুলি জাননী নিদিলে, তোমাৰ কাকত কোনেও নলয়; যেই তুমি ধৰ্ম্মৰ কথা লিখিলা, তোমাৰ কাকত সকলোৱে পৰিত্যাগ কৰিবলৈ ধৰিলে, তোমাক পগলা বুলি গালি পাৰিবলৈ ধৰিলে। তেন্তে "ঈশ্বৰ?" তেওঁৰো দশা তথৈবচ। মিলৰ (Mill) 'মি'টো নৌপাওঁতেই যেয়ে মিলৰ নাম শুনিছে, সেয়ে অনন্ত ঈশ্বৰৰ অন্ত পাই নাস্তিক হৈছে, আৰু মনে মনে ভাবিছে—"ময়ো এজন মিল।" তেন্তে এতিয়া লেখোঁ কি? হে সৰস্বতী আই! এতিয়া লেখোঁ কি? মোক এটা লিখিবলৈ বিষয় দিয়া। মই কাপত মহী ভৰাই ৰই আছোঁ,

কাকতত খোঁচ মাৰিবলৈ কোনো বিষয় বিচাৰি পোৱা নাই। হে আই মাতৃ! মোক এটি বিষয় দিয়া। ময় স্বৰ্গ, মৰ্ত্ত্য, পাতাল, তিনিও ভুবনৰ বিষয় বিচাৰি চালোঁ, তেও এটাও ভাল নাপালোঁ। আজি বাৰ বা কি, তিথি বা কি, যোগিনী বা বহিছে কোন ফালে? ময় একো চাবলৈ নহল। হে আই! তুমি সকলো অমঙ্গল দূৰ কৰি এটি বিষয় দেখাই দিয়া। "স্বৰস্বতী, স্বৰস্বতী, কণ্ঠেকলাপী, ভোগে বিলাপী, মকুৱাৰ চন্দন লোকে বোলে সৰস্বতী আমি বোলোঁ আই, যিখিনি পাহৰোঁ দিবা সোৱঁৰাই।" এ আই! তুমি মোক লাগ দিবা। হে আই মাতৃ! তুমি মোৰ ওচৰলৈ আহাঁ। তুমি বাল্মীকিৰ সৰস্বতী নাহিবা; কিয়নো এই সভ্য-যুগত তোমাৰ অলঙ্কাৰশূন্য শৰীৰ শোভা নাপায়। আকৌ তুমি কালিদাসৰ সৰস্বতীও নাহিবা; কিয়নো তুমি হেনো কুৰুচিৰে ভৰা, এই সুৰুচিৰ দিনত তোমাৰো মান নাই। তুমি ব্যাসৰ সৰস্বতীও নাহিবা; কিয়নো তোমাৰ কথামতে যদি ময় এখন মহা যুদ্ধৰ কাব্য লেখোঁ, তেন্তে ৰাজ্যৰ মাজত যুদ্ধ উত্তেজনা কৰা বুলি বগা ঘৰলৈ যাব লাগিব। এতিয়া আকৌ বিপদ! মাতোঁ কোন জনা সৰস্বতীক? বাইৰণৰ (Byron) সৰস্বতী একা? নহয়; ডেকা বিলাকে ভাল পালেও আদি ৰসৰ বাহিৰে তেওঁৰ আন ৰস প্ৰায় নাই। অৱশ্যে বিলাতী সৰস্বতী লাগিব, দেশী সৰস্বতীৰে গা নৰয়। ৰবা পালোঁ, পালোঁ, পঞ্চৰ সৰস্বতী, (Punch) পঞ্চৰ সৰস্বতী! এৰা এওঁৰে হে কাম সিধ হব। দেশী সৰস্বতীৰ এতিয়া মান কত? তেওঁলোকৰ পোন কথা শুনে কোনে? বিলাতী যি সকলো ভাল, দেশী যি সকলো বেয়া। সদানন্দৰ মতে, দেশী অসভ্য পানী বতাহ এড়ি, বিলাতী সভ্য পানী বতাহ কিনিবলৈ ধৰা উচিত। বিলাতী সৰস্বতীৰ গুণ ব্ৰহ্মাই চাৰি মুখেও কই শেষ কৰিব নোৱাৰে। হে পঞ্চৰ সৰস্বতী আই! তুমি আহাঁ। আসাম-সমাজ এতিয়াও সভ্য হব নোৱাৰিলে; এতিয়াও বিলাতী পানী বতাহ, বিলাতী হেট্ কোট্, বিলাতী খানাৰ মোল নুবুজিলে। সদানন্দৰ পোন পোন উপদেশ কোনেও নুশুনে; অতএব হে, আই মাতৃ! তোমাৰ কৃপা নহলে আসামৰ উন্নতি নাই। তোমাৰ মুৰ্ত্তি দেখি যদি নপলায়, তেন্তে আসামৰ উপকাৰ হবই হব। তোমাক দেখি কোনো হাঁহে, কোনো কান্দে; কিন্তু হঁহা কন্দা দুইৰো উপকাৰ হয়। অতএব হে বিলাতী সৰস্বতী আই! তুমি মোক favour (অনুগ্ৰহ) কৰা।

সম্পাদক মহাশয়, আজি ময় বৰ বেয়া বেশেৰে আছোঁ; হেট্ নাই, কোট্ নাই, চাহাবৰ বেশ একো নাই। চুৰিয়া চেলেঙ্গেৰে বিলাতী সৰস্বতীক সাক্ষাৎ কৰিলে তেওঁ যদি "ডেম্ নিগৰ নেটিভ্" বুলি খঙ্গকৈ উঠে, তেনেহলে মোৰ জুৰ

খাপৰিব আধ্যা পৰিবও পাৰে। চুৰিয়া চেলেঙ্গৰে থাকিলে ইংৰাজী কথাও নোলায়; তাঁৰ প্ৰমাণ দেখক, ময় বিলাতী সৰস্বতীক দেশী তিকুতাৰ দৰে আই বুলিছোঁ। তেওঁ শুনা হলে আজি সৰ্ব্বনাশ। আকৌ ময় জোতা এড়িও তেওঁক স্তুতি কৰা নাই। এইবিলাক কাৰণত আজি ময় এটা আখৰকে লিখিব নোৱাৰিলোঁ, হাতৰ কলম হাততে থাকিল। লাগে যদি ভবিষ্যতে পঞ্চুৰ সৰস্বতীৰ সাহায্যেৰে কেতিয়াবা কেতিয়াবা লেখিম। ময় এতিয়াই আসাম বন্ধুৰ সম্পাদক, লেখক, গ্ৰাহক, উপগ্ৰাহক আৰু নিন্দক—সকলোকে কই ৰাখোঁ, তেওঁলোকে যেন মোৰ সৰস্বতীৰ কথাত বেয়া নাপায়; কিয়নো এওঁৰ নিচিনা হিতকাৰী কোনো নাই, আৰু "হিতং মনোহাৰি চ দুৰ্ল্লভং ৱচঃ।"

Now good bye
ময় পাওঁ ঐ সম্ভ্ৰম হবলৈ
মহাশয়।
আপোনাৰ অধিকতম বাধ্য চাকৰ,
স্তডানন্দ।

---

## সদানন্দৰ নতুন অভিধান।

জাননী।—এই নামে এখন অভিধান লিখিছোঁ। তাত সকলো নতুন কথাই হে থাকিব। তাৰ নিয়ম নতুন, অৰ্থ নতুন, ধাতু, প্ৰত্যয় আদি সকলো নতুন; কেৱল শব্দ বিলাক পুৰণি। আগেএ যি শব্দৰ যি অৰ্থ আছিল, এতিয়া শিক্ষা আৰু সভ্যতাৰ কোবত তাৰ সেই অৰ্থ নাই, এতেকে সদানন্দৰ এই নতুন অভিধানৰ বড় আৱশ্যক হইছে, ইয়াকো সকলোৱে মানিব। যি নামানে, সি মূৰ্খ নাইবা কপটীয়া, এনে ভাল, উত্তম, উৎকৃষ্ট, সৰ্ব্বাঙ্গ সুন্দৰ, দৰকাৰী, লাগতিয়াল, প্ৰয়োজনীয়, অত্যাৱশ্যকীয় অভিধান কোনেও কেতিয়াও লিখা নাই আৰু আগলৈকো লিখিব নোৱাৰে। এনে অভিধান নললে জন্মই বৃথা হব। অতএৱ হে অসমীয়া ভাই! তোমাৰ যদি মাতৃ ভাষালৈ মৰম আছে, ভাৰত উদ্ধাৰ কৰিবৰ ইচ্ছা আছে, পঢ়া মাত্ৰকে দিব্য চক্ষু পাব খোজা, তেনেহলে মোৰ এই অভিধান লোৱা। জগতৰ

উপকাৰৰ নিমিত্তে, ভাৰত উদ্ধাৰৰ উদ্দেশে ইয়াক ময় বিনামূল্যে দান কৰিছোঁ, কেৱল ডাক মাচুলৰ বাবত দুমাহৰ ভিতৰতে দিলে ১০৲ টকা আৰু তাৰ পাচত দিলে ২৫৲ টকা, লোৱা যাব। এই উত্তম ছেগ কেতিয়াও নেৰিবা। যি ইয়াতকৈ ভাল অভিধান জগতত আছে বুলি কব পাৰিব সি বটাস্বৰূপ এহেজাৰখন কিতাপ খনে ১৫৲ টকা ডাক মাচুলতে পাব। এতিয়া কাৰ্য্যাৰম্ভ কৰা যাওক, আনৰ নিচিনাকৈ তিলকে তালকৈ জাননী দি, লোকক ঠগা মোৰ স্বভাৱ নহয়। অভিধান আসাম বন্ধুত ছপা হলেই সকলোৱে জানিব পাৰিব, যে এনে বৃহৎ, এনে ডাঙ্গৰ এনে অজৰ, অমৰ, অটল, অবল, অজ্বৰ, অমোঘ আৰু অব্যৰ্থ অভিধান নহব নুপজিব। ইয়াৰ ডাক মাচুল শ্ৰীযুক্ত বাবু ঠগ চন্দ্ৰ ৰায় বাহাদুৰ সি, আই, এম্, এস্ মহোদয়ৰ ওচৰলৈ পঠাব লাগে। জাননী খণ্ড ইমানতে খতম।

"শিক্ষিত"—"শিক্ষা" (ধৰ্ম্ম নীতি আদি) 'ইত' (গত) যাৰ পৰা, অৰ্থাৎ যাৰ পৰা হিন্দু ধৰ্ম্মৰ সকলো নীতি, সকলো সজ উপদেশ, সকলো পবিত্ৰ আচাৰ ব্যৱহাৰ দূৰীভূত হইছে, নাইবা 'শিক্ষা' (সভ্যজাতিৰ কুশিক্ষা) 'ইত্' প্ৰাপ্ত যাৰ দ্বাৰায়। ইংৰাজী প্ৰতিশব্দ, "এডিডউকেটেড্" Educated 'অৰ্থ'—কিতাপ ভাৰ বোৱা ইংৰাজী বকা, নিজ ভাষা পাহৰা, ঈশ্বৰৰ নামকে নুশুনা, নিজ ধৰ্ম্ম এৰা, পিতৃ-মাতৃ নমনা, ম্লেচ্ছৰ গোলাম, জন্মভূমিৰ কলঙ্ক, শাস্ত্ৰত গাধ, মুখত ব্ৰহ্মা, উপদেশত বৃহস্পতি, কাৰ্য্যত অসুৰ, দুৰ্ব্বলী, অহঙ্কাৰী, সৰ্ব্বভক্ষ্য, বিবাদ প্ৰিয়, পণ্ডিতমন্য, ইত্যাদি ইত্যাদি প্ৰকাৰৰ এবিধ দুঠেঙ্গীয়া প্ৰাণী।

"ৰিফাইন্;" বা "Refined" ইংৰাজী শব্দ, এতিয়া দেশী ভাষাত চলিত হইছে; অৰ্থ,—খোৱাত বাছ নকৰা, সংসৰ্গত জাতি নমনা, নিজ ভাৰ্য্যা স্বাধীনা কৰা, জাতি এড়া, ধৰ্ম্ম এড়া আদি কৰি কেতবিলাক ধৰ্ম্ম নীতি, আৰু সমাজ গৰ্হিত কাম আছে, সেই বিলাকলৈ যাৰ মনত অলপো সঙ্কোচ নাই, সেইএ "ৰিফাইন্" বা শোধিত মানুহ। সেইবিলাক সৎকাম কৰাত যি যিমান সাহ দেখাব পাৰে, সি সিমান বেচি "ৰিফাইন্"।

"বাবু" বাব+উ, যাৰ বাব আছে। সেই বাববিলাক এই, চাকৰী, ইংৰাজৰ অনুকৰণ, স্বাধীন ব্যৱসায় এড়া, আপোন জাতিক ঘিণোৱা, কথাৰে আৰু কলমেৰে ভাৰত-উদ্ধাৰ কৰা ইংৰাজক গালিপৰা, মদখাই ধন উড়ুৱা, পাৰে মানে ধুমমৰা, দুখীয়াৰ ভেঁটি খোৱা, অসমীয়াৰ মূৰখোৱা, ভণ্ডামি, প্ৰতাৰণা, শপথ, ডাঙ্গৰ প্ৰতিজ্ঞা, মিছা কথা আৰু ৰসিকালি। যাৰ মুখত সদাই ইংৰাজী কথা, ককালত অতি পাতল মলমলৰ ধুতি, মুখত মধু, পেটত বিহ, সেই জনেই বাবু। যি

ঘৈনীয়েকৰ গুৰিত সিংহ, ইংৰাজৰ গুৰিত শিয়াল, সেইএ বাবু। যি চাহাবৰ কৌব খায়, ভাৰ্য্যাৰ গালি খায়, লৰা ছোৱালীৰ মূৰ খায়, সেইএ বাবু। যাৰ শৰীৰ অশকতীয়া, খোজ থৰক-বৰক, মুখত মদৰ গোন্ধ, যাৰ ধৰ্ম্ম নাস্তিকতা, কৰ্ম্ম শিশ্নোদৰ পূজা, নীতি ধনলাভ, আকাঙ্খা চাকৰী আৰু উপাধি লাভ, সেইএ বাবু। যি দুপৰীয়া আফিচলৈ লৰে, গধূলি ঘৰলৈ লৰে, ৰাতি পদূলি শুঙে বা দোকানলৈ লৰে, সেইএ বাবু। যাৰ কথাৰ ঠিক নাই, ধাৰৰ লেখ নাই, বক্তৃতাৰ অন্ত নাই, হাতৰ আহৰি নাই, সেইএ বাবু। যাৰ গাত চাদৰ, মুখত ৰাঙ্গ, হাতত বেঁত, কাপোৰত আতৰ, সেই জনেই বাবু। যাৰ কাম এগুণ, কথা দহ গুণ, সহন শত গুণ, সেইএ বাবু। যাৰ সাহ নাই বিশ্বাস নাই, আত্ম গৌৰৱ নাই, পৰনিন্দালৈ ভয় নাই, সেইএ বাবু। যি দেশত হিন্দু, বিদেশত ব্ৰাহ্ম, আবাবত মুসলমান, আচাৰত খৃষ্টিয়ান, সেইএ বাবু।

"ভীৰু," "Coward"—যি ঈশ্বৰক ভয় কৰে, পিতৃ-মাতৃক ভক্তি কৰে, গুৰু গোসাঁইক মান কৰে, সেইএ ভীৰু (coward)। যি মদ খাবলৈ ভয় কৰে, বেশ্যাঘৰলৈ যাবলৈ সঙ্কোচ কৰে, পিতৃ-মাতৃ-ভাই-বন্ধু আদি এড়িবলৈ ভয় কৰে সেইএ ভীৰু। যি নিজ ধৰ্ম্ম নেৰে, পূৰ্ব্বপুৰুষ বিলাকৰ সদাচাৰ নেৰে, সেইএ ভীৰু। যি বিদেশীৰ আচাৰ ব্যৱহাৰ আদিত খামোচ মাৰি নধৰে, সেইএ ভীৰু। সি ডুন্ট তিৰুতা বিয়া নকৰে, ব্যভিচাৰ নকৰে, হীন জাতিক ছোৱালী দিবলৈ ভয় কৰে, সেইএ ভীৰু। যি ইংৰাজক গালি পাৰিবলৈ ভয় কৰে, নিজৰ জাতিকুল আৰু বংশ মৰ্য্যাদা এৰিবলৈ ভয় কৰে, সেই জনেই ভীৰু। যি যিমান গৰ্হিত কাম কৰিবলৈ ভয় নকৰে, ধৰ্ম্ম সমাজ শাস্ত্ৰ একোলৈকে কুছপৰোৱা নকৰে তেওঁৰ নাম সাহীয়াল, বীৰ বা ধৰ্ম্মবীৰ।

"কুসংস্কাৰ"—শৌচ কৰি শুচি হোৱা, গাৰ মলি গুছাবলৈ গা ধোৱা, কাপোৰ তিওৱা, ঘৰবাড়ী মছা, পিতৃ-মাতৃৰ চৰণত দণ্ডৱৎ কৰা, অখাদ্য অপকাৰী বস্তু নোখোৱা, নীচ জাতিৰ ছোৱালী ননা, বিয়া কৰোঁতে সাক্ষী ৰখা, ঈশ্বৰৰ উপাসনা কৰা, মেতৰকে বামুণকে সমান নোবোলা, তিৰুতাক ওৰণি পিন্ধোৱা, ভদ্ৰাভদ্ৰ-বিচাৰ, আপোনপৰ-বিচাৰ, ভাল-বেয়া বিচাৰ, ইত্যাদি ইত্যাদি কেতবিলাক কামৰ নাম কুসংস্কাৰ। স্বৰূপতে হিন্দু ধৰ্ম্মত বা হিন্দু শাস্ত্ৰত যি আছে, সেইএ কুসংস্কাৰ। আগৰ হিন্দুএ যি কৰিছিল বা যি কৰে, সি কুসংস্কাৰ। যি কাম কুসংস্কাৰ নহয়, তাক কোনো পুৰণি মতৰ হিন্দুএ কৰিলেই সি কুসংস্কাৰ হব। কোনো কুসংস্কাৰ এতিয়াৰ হিন্দুএ বা কোনো ইংৰাজে পালিলেই সি কুসংস্কাৰ গুচিব। হিন্দুৰে

কুসংস্কাৰে বড় সম্বন্ধ। বুঢ়া বিলাকৰ কাম আৰু মত সকলো কুসংস্কাৰ, কিন্তু ডেকা আৰু লৰা বিলাকক কুসংস্কাৰে চুব নোৱাৰে।

"Civilized" বা সভ্য—"ভাল কাপোৰ পিন্ধা, ভাল ঘৰত থকা, বেপাৰ বা যেনে তেনে মতে ধন ঘটা, সকলো বস্তু খোৱা, ধৰ্ম্মকৰ্ম্ম নমনা, আইনমতে চুৰি আৰু ডকাইতি কৰা, মুখত ধৰ্ম্ম, পেটত পাপ, বাহিৰ বগা, ভিতৰ কলা, কেৱল তিকতা, ফেসন (fashion ধুন) আৰু ধনৰ গোলাম, এনেবিলাক মহাত্মাৰ নাম (civllized) বা সভ্য। বোপাইক আইৰ গিৰীয়েক, আইক বোপাইৰ পৰিয়াল বোলা, সভ্যৰ এটি বড় গুণ।

"চাহাব"—ধুন মৰা, দুখীয়া নেটিভৰ জ্বৰ খাপৰি ফলা, কেৰাণীৰ যম, ভাৰতৰ হুল, বৰা-গাহৰিৰ নিচিনা অকৰা, খঙ্গাল, দুঠেঙ্গীয়া জন্তু বিশেষ।

"Patriot" (প্রেট্রিয়ট্) বা দেশ হিতৈষী—বাতৰি কাকতৰ বেচ নিদিয়া, উপাধিৰ জন্যে ইংৰাজক ভোজ বা দান দিয়া, দুৰ্ভিক্ষত সাহায্য নকৰা, দেশী মানুহৰ দোকানৰ বস্তু নিকিনা, মাতৃ-ভাষা কলে বা লিখিলে মান যোৱা, বিদেশী বস্তু খোৱা, বিদেশী কাপোৰ পিন্ধা, "দুখিনী ভাৰত মাতৃৰ" দোহাই দি ঠগি ধন লোৱা, বাতৰি-কাকতেৰে ইংৰাজক খেদোৱা, দেশী মানুহক ঘিণ কৰা, দেশী বস্তু দেখিব নোৱৰা, "জয় ভাৰতেৰ জয়, গাও ভাৰতেৰ জয়, টাকা দাও, টাকা দাও, কি ভয় কি ভয়।" ইত্যাদি ৰূপে চিঞৰি "মুখেৰে জিনিতং জগৎ" এনেবিধৰ ঠগ কেতবিলাক।

"ভাৰত উদ্ধাৰ"—টকা ঘটাৰ উপায়, লোক ভুলোৱাৰ মন্ত্র, অসমীয়া ভাষাৰ কাঠ সংস্কাৰ, দুখীয়াৰ ভেঁটি খোৱা, দেশী ভাইক হিংসা কৰা, ভাৰতৰ একতা নাশ কৰা, স্বাৰ্থ-সিদ্ধি শত্রু দমনৰ কৌশল, অসমীয়াক ঠগা, প্রতাৰণা, প্রবঞ্চনা, কপটতা, ইত্যাদি ইত্যাদি অৰ্থাৎ পৰৰ চকুত ধূলি দি, নিজে ধন, মান আৰু যশস্যা অৰ্জ্জাৰ মন্ত্র।

"Reform" বা "সংস্কাৰ"—হিন্দুবিলাকৰ মনত নানাবিধ কুসংস্কাৰ আছে। ওপৰত সেই বিলাকৰ কিছুমান কোৱা হইছে। ("কুসংস্কাৰ" শব্দৰ অৰ্থ চোৱাঁ)। সেই কুসংস্কাৰবোৰ গুচোৱাৰ নাম "ৰিফৰ্ম্ম" বা সংস্কাৰ। ময় পৰৰ বোৱাৰী জীয়াৰীৰ চন্দ্রমুখ দেখিবলৈ ভাল পাঁও; মোৰ বাধা কি? ওৰণি। অতএব ময় বক্তৃতা দিবলৈ ধৰিলেঁা—হে ভদ্র মহিলাগণ। যি জাতিৰ তিকতাই মুখত এখান কুৎসিত ঢাকনি দি ৰাখে, সেই জাতিৰ কি উন্নতি আছে, কি উদ্গতি আছে? তোমালোকে ওৰণি নেপেলালে ভাৰত উদ্ধাৰ কেনেকৈ হয়?

তোমালোকৰ দুখ দেখি, দুখিনী ভাৰত মাতাৰ দুখ দেখি, মোৰ চকু-লো ধাৰে ধাৰে বইছে, হৃদয় বিদীৰ্ণ হব ধৰিছে। কিন্তু নিষ্ঠুৰ স্বাৰ্থপৰ পুৰুষ জাতিএ তোমালোকৰ দুখলৈ নাচায়। "অতএব জাগ জাগ গো ভগিনী, মুখ হইতে আজি গুচুৱা ওৰণি।" ই এটা ৰিফৰ্ম্ম বা সমাজ সংস্কাৰৰ উত্তম দৃষ্টান্ত। ভাল বেয়া, আপোন পৰ, ন্যায় অন্যায়, ভক্ষ্যাভক্ষ্য স্পৰ্শাস্পৰ্শ, শুচি অশুচি, পাপ পুণ্য ইত্যাদি ভেদাভেদ গুচাই এক ৰকম কৰাৰ নামেই reform বা সংস্কাৰ। ব্যাভিচাৰ আৰু মদ খোৱাৰ বাট মুকলি কৰাই reform বা সংস্কাৰ। স্বেচ্ছাচাৰৰ ৰাজত্ব বঢ়োৱাই ৰিফৰ্ম্ম।

"স্ত্রী শিক্ষা"—চিঠি লিখিবলৈ শিকা; নাটক-নভেলৰ ( উপান্যসৰ ) পৰা মূৰ নদঙা, বোৱা কটা, ৰন্ধাবঢ়া আদি গৃহস্থালী কাম পাহৰা; শৰীৰ দুৰ্ব্বলী, অকামিলা আৰু হাড়-ছাল শেষ কৰা; মন চঞ্চল, অসৎ আৰু কঠিন কৰা; দৰা এঙাবলৈ শিকা, তিৰুতাৰ উচিত কামবোৰ পাহৰা, তিৰুতাক মতা কৰা, ফুলক বজ্র কৰা, সৰোবৰক মৰুভূমি কৰা।

"স্ত্রী স্বাধীনতা"— তিৰুতাই বেইতা স্বামী এৰা বা স্বামী গ্ৰহণ নকৰা, অকলে অকলে ফুলনিত বতাহ লবলৈ যোৱা, শিক্ষিত বন্ধুক দেখা কৰা, বিনা পুৰুষে গৃহস্থালী চলোৱা, শাহু শহুৰক ঘৰৰ পৰা খেদোৱা, বা খাবলৈ নিদিয়া, গিৰিয়েকৰ দ্বাৰায় ৰন্ধা-বঢ়া-আদি সকোলো কাম চলোৱা, তিৰুতাক মুকলি কৰা বা পুৰুষ-হাতীৰ ওপৰত মাউত পতা। মুনিহৰ পিঠিত ভৰিদি হস্তীত আৰোহণ কৰা।

"উদাৰ" বা "লিবৰেল"—যি নিজৰ দল, ধৰ্ম্ম, মত, কিতাপ, কাকত, স্বভাৱ, চৰিত্ৰ আদি সকলো অতি বেয়া হলেও বৰ ভাল দেখে আৰু আত্মশ্লাঘা কৰি ফুৰে; কিন্তু পৰৰ ভাল হলেও বেয়া বুলি নিন্দা কৰি ফুৰে; যি দিনটোত তিনটা কথা সলায়; মুহূৰ্ত্তকতে অলেখ পৰিবৰ্ত্তন ঘটায়।

"কন্সৰভেটিভ্" বা "ৰক্ষণশীল"—যি সকলো কথা গমি পিতিকি কৰে, হঠাতে একো নকৰে, বা নিজৰ মত এৰি পৰৰ মতত নধৰে; যি নিজৰ ধৰ্ম্ম, নীতি, জাতি, আচাৰ, ব্যৱহাৰ আদি হঠাতে দলিয়াই নেপেলায়; যি পৰৰ কথাত সোঁতৰ কচুৰ দৰে উটি নুফুৰে।

"ভাৰ্য্যা"—( ভাৰ যোৰোৱা, ) স্বামীৰ কলগ্ৰহ, বংশৰ কলঙ্ক, ধাৰৰ পথ, খৰচৰ বাঁহ, অলঙ্কাৰ বোৱা গাধ, দন্দ হাইৰ ভঁৰাল, দাঁতৰ হুল, চকুৰ কুটা ইত্যাদি।

ইতি শ্ৰী ৰহস্য কাণ্ডে ওলোটা পৰ্ব্বে সদানন্দৰ নতুন অভিধানং সম্পূৰ্ণং সমাপতং। শাকে শশিগজ বসুবান।

১ ৮৫

# ৰুদ্ৰেশ্বৰ মহন্ত।

## মোৰাঁমৰীয়া-বিদ্ৰোহ।

### ১ম বিদ্ৰোহ।

বৰ ধুমুহা বা বতাহ-বৰষুণ অনাৰ পূৰ্ব্বেই প্ৰকৃতিৰ মূৰ্ত্তি স্বভাৱতঃ শান্তিময়ী, গছবিলাক জঠৰ, "নিবাতনিষ্কম্পমিৱপ্ৰদীপাং" হৈ যেন সাবহিত মনে সম্ভাবিত ঘটনা ঘটাবৰ নিমিত্তে প্ৰকৃতিৰ সংঙ্কেত অপেক্ষা কৰি ৰৈহে থাকে! আহোম ৰাজ্যত মোৰাঁমৰীয়া বিলাকে যি ধুমুহা তুলিলে, স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ৰাজত্বই সেই ধুমুহাৰ প্ৰাক্‌কালৰ প্ৰকৃতিৰ এই শান্তিময়ী মূৰ্ত্তি! ৰুদ্ৰসিংহ স্বৰ্গদেউৰ দিনতে আহোম ৰাজ্যৰ ৰাজলক্ষ্মীৰ পূৰ্ণ ভোগ, ৰুদ্ৰসিংহ স্বৰ্গদেউৰেই আহোম-ৰাজ্য গগনৰ মধ্যাহ্ন মাৰ্ত্তণ্ড। তেওঁৰ ৰাজ্যত কতো একো ব্যাঘাত নাই, অন্তৰ্ব্বিপ্লৱ নাই, বহিৰ্ব্বিপ্লৱ নাই—ৰজা আৰু ৰাইজ উভয়েই ১৬১৭ পৰা ১৬৩৬ শঁকলৈকে এই ১৯ বছৰ নিৰুদ্বেগে কাল কটালে। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ ৰাজত্ব লৈ আমাৰ একো কথা নাই; বুৰঞ্জী পঢ়া পাঠক মাত্ৰেই জানে, তেওঁ কেনেকৈ নগৰৰ পৰাগৈ গুৱাহাটীৰ উত্তৰ পাৰে মানৱলীলা সম্বৰণ কৰেগৈ। তাত এতিয়া যি ৰুদ্ৰেশ্বৰ শিৱ মন্দিৰ আছে, সেই শিৱমন্দিৰ এই মহাৰাজৰ মৃত্যু উপলক্ষেই তাত প্ৰতিষ্ঠিত হয়। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পাঁচ জনা কোঁৱৰ আছিল; তাৰে জ্যেষ্ঠ শিৱসিংহ, তদনুক্ৰমে প্ৰমথসিংহ, বৰজনা গোঁহাইদেৱ ( মোহনমালাদেউ ), ৰাজেশ্বৰ সিংহ আৰু লক্ষ্মীসিংহ। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ তিনি জনা কুঁৱৰী আছিল। প্ৰথম জনাৰ শিৱসিংহ আৰু প্ৰমথসিংহ, মাজিউ জনাৰ মোহনমালাদেউ আৰু সৰু জনাৰ ৰাজেশ্বৰসিংহ আৰু লক্ষ্মীসিংহ স্বৰ্গদেৱ। ভটিয়াই যাওঁতে নগৰত শিৱসিংহ গোঁহাই-দেৱক যুবৰাজ পাতি থৈ যায়। স্বৰ্গদেৱৰ মৃত্যু হলে এই শিৱসিংহ গোঁহাই দেৱেই শিঙৰী ঘৰত উঠি, আহোম-মতে চুতনফা নাম গ্ৰহণ কৰি, পিতৃ সিংহাসন আৰোহণ কৰে। মৰিবৰ সময়ত ৰুদ্ৰসিংহ স্বৰ্গদেৱে কৈ যায় যে তেওঁৰ লৰাকেটাই যেন জ্যেষ্ঠানুক্ৰমে ৰাজ্য পায়। সেই নিমিত্তেইহে ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ কেউজন-কোঁৱৰেই ৰজা হব পাৰে।

মোৱাঁমৰীয়া আক্ৰমণৰ সূত্ৰপাত এই শিৱসিংহ স্বৰ্গদেৱৰ দিনতে হয়। শিৱসিংহ স্বৰ্গদেৱৰ ৰাজত্বৰ সকলোবিলাক কথাত আমাৰ মূল বিষয়ৰ সম্পৰ্ক নাই, আমি সেই নিমিত্তে আমাৰ লাগতিয়াল কথাখিনিহে উন্মুকিয়াই যাম। সেই সময়ৰ ৰাজত্বৰ পূৰ্ণ বিবৰণ জানিব খুজিলে, পাঠক সকলে এবাৰ বুৰঞ্জী পঢ়ি লব। শিৱসিংহ স্বৰ্গদেৱে ছমাহমান ৰাজত্ব কৰোঁতেই, গণক আৰু জ্যোতিষীয়া পণ্ডিত সকলে "স্বৰ্গদেৱৰ ছত্ৰভঙ্গ যোগ হৈছে" বুলি কলে। তাৰ শান্তিৰ নিমিত্তে স্বৰ্গদেৱে দেৱী-দেৱালয়ত আৰু ব্ৰাহ্মণ-মহন্তবিলাকক বৃত্তি দিবলৈ ধৰিলে, আৰু নিজে ৰাজ্য-ভাৰ এৰি পাট-মাদৈ ফুলেশ্বৰী (এওঁৰ আন এটা নাম প্ৰমথেশ্বৰীও আছিল) কুঁৱৰীক সিংহাসনত বহুৱাই, ৰজা পাতি, স্বৰ্গদেৱ উদংমূৰীয়া হৈ থাকিল। দৈবিক ৰূপে ছত্ৰভঙ্গ হলেহে নানাবিধ আপদ-বিপদ হব পাৰিব; সেই দেখি নিজেই ছত্ৰভঙ্গ কৰি, দৈবিক বিপদক আঁতৰাই, মহাৰাজে পাটমাদৈৰ ৰাজ্য-শাসন চাবলৈ ধৰিলে; কিন্তু তেওঁ যে ছত্ৰভঙ্গ হল, মহাৰাজে সেইটো কথা তৰ্কিবলৈকে নহল। ফুলেশ্বৰী কুঁৱৰী এই দৰে বহি-ৰজা হল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে নিজে বৰ্ত্তমান পৰ্ব্বতীয়া গোঁসাইসকলৰ পূৰ্ব্বপুৰুষ সকলত দীক্ষিত হয়, আৰু তেওঁৰ কোঁৱৰ-বিলাককো তেওঁলোকৰ শিষ্য হবলৈ কৈ যায়। সেই পিতৃআজ্ঞা অনুসৰি শিৱসিংহ স্বৰ্গদেৱ পৰ্ব্বতীয়া গোঁসাইত দীক্ষিত হয়। মহাৰাজৰ ধৰ্ম্মৰ ওপৰত বৰ বিশ্বাস আছিল—সদাই একান্ত মনে দীক্ষামন্ত্ৰ জপতে মহাৰাজে বহুত সময় কটাইছিল, প্ৰকৃত পক্ষে শিৱসিংহ স্বৰ্গদেৱ এজন ঘোৰ শাক্ত ৰজা আছিল। তেওঁৰ ৰাণী ফুলেশ্বৰী কুঁৱৰীৰ গোস্বামীৰ ওপৰত বৰ ভক্তি আছিল। মোৱাঁ-মৰীয়াকে আদি কৰি শঙ্কৰী পন্থাৱলম্বী মহন্তবিলাকে আকৌ গোসানী নেমানে। গোসানীৰ পূজা কৰক ছাৰি গোসানীৰ আগত বলি কটা শুনিলে বা দেখিলেও চকুৱে কাণে হাত দি, শ্ৰীবিষ্ণু সুঁৱৰি এফলীয়া হৈ যায়। এই বিলাক কথা শুনি ফুলেশ্বৰী কুঁৱৰীৰ বৰ খং উঠিল। ৰজাই যি ধৰ্ম্ম গ্ৰহণ কৰিছে, প্ৰজাই তাকে গ্ৰহণ কৰিব লাগে, ৰজাই যি ভাল দেখিছে, প্ৰজায়ো তাকে ভাল দেখিব লাগে, ইয়াকে ভাবি, এবাৰ দুৰ্গোৎসৱ পূজালৈ সকলো শূদ্ৰ মহাজন-বিলাকক নিমন্ত্ৰণ কৰোৱালে। ৰজাৰ আদেশ, ধৰ্ম্ম প্ৰচাৰত দিন কটোৱা, নিৰ্জ্জু মহন্তবিলাকে নুশুনি কেনেকৈ পাৰে? পূজালৈ সকলো আহিল। তাতে ফুলেশ্বৰী কুঁৱৰীয়ে ধৰি সকলোৰে কপালত বলি-কটা ছাগলি আৰু মহৰ তেজৰ ফোট দি, সকলোকে গোসানী সেৱা কৰাই, গোসানীৰ সিন্দুৰ

চন্দনাদিৰ নিৰ্ম্মালি প্ৰসাদ কটিয়াই, নগুৰবৃত্তান্ত কৰিলে। শঙ্কৰ প্ৰচাৰিত নিয়ম মতে—

"অন্য দেৱীদেৱ, নকৰিবা সেৱ,
প্ৰসাদ নখাইবা, গৃহক নযাইবা
ভক্তি হৈব ব্যভিচাৰ।"

বলেৰে ইয়াৰ বিপৰীত আচৰণ কৰাই, দুৰ্গতি কৰোৱাত মহন্তবিলাকৰ বৰ বেজাই হল। আন্ আন্ নিৰ্জ্জু শূদ্ৰমহন্তবিলাকে জানিবা "ৰজাৰ দণ্ডী, বনত বাস" ইয়াকে সুঁৱৰি, কাণমূৰ নেলাৰি মনে মনে থাকিল। কিন্তু মোৱাঁমৰীয়া মহন্তৰ হলে বৰ অসহনি হল। কেনেকৈ ইয়াৰ পোটক তুলিব পাৰে, তেতিয়াৰে পৰা মোৱাঁমৰীয়া মহন্তই ভিতৰে আলচ কৰিবলৈ ধৰিলে। মোৱাঁমৰীয়া বিদ্ৰোহৰ এইয়ে প্ৰবল কাৰণ।

ইয়াৰ পাচত ফুলেশ্বৰী কুৱঁৰীৰ পৰলোক হয়। স্বৰ্গদেৱে তেওঁৰ ভনীয়েক দ্ৰৌপদীক বিয়া কৰাই, মদাম্বিকা কুঁৱৰী নাম দি, বায়েকৰ দৰে ৰজা পাতে। এওঁৰো অলপতে পৰলোক হলে সলাল গোঁহাইৰ জীয়েক অনাদৰীক বিয়া কৰাই স্বৰ্গদেৱে সৰ্ব্বেশ্বৰী নামদি ৰজা পাতে। ইয়াৰ পাচত ১৬৬৬ শঁকত স্বৰ্গদেউৰ পৰলোক হয়। মহাৰাজ ৰুদ্ৰসিংহৰ আদেশ অনুসৰি, এওঁৰ পুতেক ৰজা হব নোৱাৰিলে। শিৱসিংহৰ পাচত, ভায়েক প্ৰমথসিংহ ৰজা হয়। এওঁৰ দিনত আৰু মোৱামৰীয়াৰ একো উৎপাত নহল। ১৬৭৩ শকত এওঁৰ পৰলোক হলে এওঁৰ পাছত ৰাজেশ্বৰ সিংহ ৰজা হয়।

আমি এই খিনি কথা গোটেই চমু চপাই কলোঁ। ইয়াৰ লগত আমাৰ একো সম্পৰ্ক নাই। ইয়াৰ বিস্তৃত বিবৰণ পাঠক সকলে বুৰঞ্জীত পঢ়িব। প্ৰমথসিংহ ৰজাৰ মৃত্যুৰ পাছত, ৺ ৰুদ্ৰসিংহ স্বৰ্গদেউৰ আদেশ অনুসৰি তেওঁৰ তলতীয়া মাজিউজনা কুঁৱৰীৰ বৰজনা গোঁহাইদেউহে ৰজা হব লাগিছিল। কিন্তু সৰুতে বসন্ত ওলাই, তেওঁৰ শৰীৰ ক্ষত হোৱা গতিকে, তেওঁ ৰজা হব নোৱাৰিলে। ইয়াতে এওঁ বিৰক্তহৈ, কিবা দ্ৰোহ আচৰণ কৰে বুলি. ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে সিংহাসনত বহিয়েই ককায়েক মোহনমালা দেউক বকতিয়াল বৰ বৰুৱাৰ পৰামৰ্শমতে ৰাজ্যৰ পৰা আতঁৰাই খেদায়। লতাকটা ৰণ, মণিপুৰীয়া ৰাজকন্যা কুৰঙ্গনয়নীৰ লগত স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ বিবাহ, কীৰ্ত্তিচন্দ্ৰ বৰ বৰুৱা, তেওঁৰ দ্বাৰাই বুৰঞ্জী নাশ, এই বিলাক এওঁৰ দিনতে হয়; ইয়াৰ বিস্তৃত বিবৰণ পাঠক সকলে

বুৰঞ্জীত পঢ়িব। মোহনমালাদেউক ভায়েকে ৰাজ্যৰ পৰা খেদাই দিলে। তেওঁ মৰণান্তিক বেজাৰ পাই, তাৰ সোধ সোৱঁৰাবৰ মনেৰে মোৱামৰীয়া মহন্তৰ লগ লাগে। মোৱামৰীয়া মহন্তক ফুলেশ্বৰী কুঁৱৰীয়ে যি অপমান দিয়াইছিল, তেওঁ এনেই কেনেকৈ তাৰ শোধ তোলে, তাৰে ছেলু বিছাৰি ফুৰিছে, মোহনমালাদেউক লগ পাই, তেওঁৰ গা আৰু শকত হল। মালৌ পথাৰ নামেৰে ঠাই এডোখৰত শিষ্য-বিলাকৰ হতুৱাই বৰ ভেটি এটা সজাই, তাতে মোৱামৰীয়া মহন্তে নতুনকৈ সত্ৰ এখন কৰিলে, আৰু সকলো শিষ্যবিলাকক সেই নতুন সত্ৰলৈ গোটাই নি, তেওঁৰ অপমানৰ প্ৰতিশোধ লবৰ নিমিত্তে, সকলোকে যোগ হবলৈ কলে।

যদিও প্ৰজা হৈ ৰজাৰ বিপক্ষে অস্ত্ৰলোৱা ধৰ্ম্ম বিগৰ্হিত কাৰ্য্য, গুৰু বাক্য লঙ্ঘন ততোধিক পাপ। তাতে গুৰুৰ অপমানৰ প্ৰতিশোধ লোৱাই উচিত, ইয়াকে ভাবি মোৱাঁমৰীয়াবিলাকে ৰজাৰ বিপক্ষে গোট খাবলৈ ধৰিলে। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে মন কৰা হলে, মোৱামৰীয়াহঁতে যি জোপা বিষবৃক্ষৰ গুৰিত সাৰ দি, লাহে লাহে বঢ়াবলৈ ধৰিছিল, পুলিতে তাক নষ্ট কৰিব পাৰিলেহেতেন। কিন্তু তেওঁৰ সুখভোগাভিলাষ কিছু বেচি আছিল। তেওঁ সেইবিলাক বাহিৰৰ জঞ্জাললৈ সমূলি কাণ নকৰিছিল। মোৱাঁমৰীয়াহঁতে বাধা নেপাই, সেনা গোটাই গোটাই, লাহে লাহে, নিজৰ পক্ষ বেছি শকত কৰিবলৈ ধৰিলে। ইতিমধ্যতে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ পৰলোক হয়, আৰু তেওঁৰ ভায়েক লক্ষ্মীসিংহই সিংহাসন আৰোহণকৰে। এই ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনতে আহোম ৰজাবিলাকৰ সুখ অন্ত হয়।

লক্ষ্মীসিংহ স্বৰ্গদেৱৰ বাল্যকালত বহুত বিপদ যায়। ৰুদ্ৰসিংহ স্বৰ্গদেৱ যেতিয়া গুৱাহাটীলৈ ভটিয়াই যায়, তেতিয়াই তেওঁৰ সৰু জনা কুঁৱৰীৰ গৰ্ভত এওঁ বাটতে, কালশিলা নামেৰে ঠাই এডোখৰত বাহৰতে ওপজে। সেই দেখি এওঁৰ নাম এটা কালশিলীয়া গোঁহাইদেৱ আছিল। এওঁ দেখাত কলা আছিল দেখি, বাপেকে এওঁক বৰকৈ মৰম কৰা নাছিল, আন আন ডাঙ্গৰীয়াসকলেও তেওঁক বৰ ভাল নেপাইছিল। কিন্তু পঢ়াশালি এখনৰ অধ্যাপক এজনে এওঁক বৰ আদৰ কৰিছিল আৰু গোঁহাইদেৱে সেই অধ্যাপকৰ পঢ়াশালিতে লেখা-পঢ়াও শিকিছিল। ভট্টাচাৰ্য্য জনৰ নাম ৰমানন্দ শৰ্ম্মা। লক্ষ্মীসিংহ ৰজা হৈ পৰ্ব্বতৰ ফালে নগল, আৰু এই সম্পৰ্কে বাপেকৰ আদেশলৈ বৰকৈ কাণ নকৰিলে। ৰমানন্দ বাপুৱে পঢ়ুৱাই শুনাই বিপদৰ কালত তেওঁক বৰ সহাই কৰিছিল দেখি, স্বৰ্গদেৱ তেওঁতে দীক্ষিত হল, আৰু তেতিয়াৰে পৰা তেওঁলোকক 'নগোঁসাই' নাম দি বহুত বৃত্তি

বিধান দি পাতিলে। এই 'নগোঁসাই' ৰাজ-গুৰু হোৱাত, মান মৰ্য্যাদাও আন আন মহন্তবিলাকতকৈ বেছি পৰিমানে পালে। আগৰ মহাজনৰ শাৰীৰো নহয়, নতুনকৈ পঢ়াশালিৰ পণ্ডিত এজন ৰাজ-গুৰু হৈ, আগৰ মহাজন বিলাককো মানমৰ্য্যাদাত চেৰ পেলোৱাত, সকলো মহন্তবিলাক জাঙ্গুল খাই উঠিল। তাতে ৰজাক নিৰ্ম্মালী দিবৰ সময়ত, মোৱাঁমৰীয়া মহন্তে আন আন সমনীয়া মহন্তবিলাকৰ শাৰীত বহিবলৈ নেপাই অলপ অপমানো পালে। এই সাতে পাচে মোৱাঁমৰীয়া মহন্তই ৰজাক অলপ কিবাকিবি কলে। পেটে পেটে তেতিয়াৰে পৰা মোৱাঁমৰীয়া মহন্তলৈ স্বৰ্গদেৱৰ কোপ হল।

এদিন স্বৰ্গদেৱে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ লগত চৰানাৱত উঠি ফুৰিবলৈ যায়। বৰবৰুৱা ৰজাৰ নাৱতে উঠি যোৱা নাছিল, তেওঁৰ নাও পিছত আছিল। মোৱামৰীয়া মহন্তই মহাৰাজ ফুৰিবলৈ যোৱা গম পাই, নিজৰ দোষৰ ক্ষমা প্ৰাৰ্থনা কৰিবলৈ বুলি, ভাৰ ভেটি লৈ ৰজাক সাক্ষাৎ কৰিলেগৈ। ৰজাক সাক্ষাৎ কৰাত, এটা এনে নিয়ম আছে, যে অভ্যাগত মানুহবিলাকক ৰজাৰ খাটনীয়াৰ বা লগত থকা ডাঙৰীয়াবিলাকে ভেটাব লাগে। মহাৰাজ ফুৰিবলৈ যাওঁতে লগত বৰবৰুৱা আছিল। মোৱামৰীয়া মহন্তই ৰজাক দেখা কৰিবলৈ যাওঁতে, বৰবৰুৱাৰ আশ্ৰয়লৈ, ৰজাৰ ওৰিলৈ যাব লাগিছিল, তাকে নকৰাত বৰবৰুৱাই নিজক অপমান কৰা যেন ভাবি, মহন্তক বহুত কদৰ্থনা কৰিলে। মহাৰাজ লক্ষীসিংহ নামমাত্ৰহে ৰজা, কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই ৰাজ্যৰ মূল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ ক্ষমতালৈ ৰজাৰো ভয়। মহন্তক কদৰ্থনা কৰাত স্বৰ্গদেৱ লক্ষীসিংহে চাই থাকিলে, একো নকলে। ফুলেশ্বৰী কুঁৱৰীৰ হাতত যি অপমান পাইছিল, সেই অপমান, সময়ৰ লগে লগে অলপ লঘু হৈ আহিছিল, কিন্তু বৰবৰুৱাৰ এই বিতণ্ডাত, মহন্তৰ অন্তৰত দুগুণ তেজেৰে প্ৰতিহিংসা জুই জ্বলিবলৈ ধৰিলে। সি বেলি যি কি নহওঁক, তেও ৰজাই অপমান কৰিছিল, সি সহনীয়, এই বাৰ, ৰজাৰ বিষয়া এজনে ইমান কদৰ্থনা কৰিলে, ইয়াক কিন্তু সহা বৰ টান। মহন্তই সত্ৰলৈ গৈ নিজৰ শিষ্য বিলাকক সকলো কথা ভাঙ্গি কলেগৈ। শিষ্যবিলাকে নিজৰ গুৰুৰ প্ৰতিশোধ লবৰ নিমিত্তে ঠায়ে ঠায়ে জুম বান্ধিবলৈ ধৰিলে। মোহনমালাদেৱ ইহঁতৰ সেনাবিলাকৰ নায়ক হল, আৰু নাহৰখোৰা আৰু ৰাঘমৰাণ নামেৰে মোৱামৰীয়া দুটা মোহনমালা দেৱৰ তলতে সেনাপতি হল। মোৱামৰীয়া বিলাকে জোং, যাঠি, ধেনু, কাড় লৈ যুজলৈ আগ বাঢ়িল। সিহঁতৰ সেনাৰ সংখ্যা ১২০০০ মান হল। মহন্তই মোহনমালা দেউক সেনা নায়ক কৰি, এনে এটা ৰৌঢি তুলি দিলে, যে স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ

আদেশ মতে মোহনমালাদেউহে সিংহাসনৰ ন্যায্য অধিকাৰী, লক্ষীসিংহই তেওঁক ছাঁত পেলাই সিংহাসন গ্ৰহণ কৰাত যি অন্যায় আচৰণ কৰিছে, সেই অন্যাইৰ প্ৰতিবিধানেই এই যুদ্ধ যাত্ৰাৰ উদ্দেশ্য। এই বিলাকৰ ভুপাই ববৰুৱাই তেওঁৰ জোঁৱায়েক ডেকাফুনক সৈন্য কিছুমান দি মোৱামৰীয়াৰ লগত যুদ্ধ কৰিবলৈ পঠালে। এই ডেকাফুকনৰ নাম কি কতো পোৱা নগল। কিন্তু এওঁৰ লগত মোৰ্‌াঁমৰীয়াহঁতৰ ঘোৰতৰ যুদ্ধ লাগে। মোৰ্‌াঁমৰীয়াহঁতৰ দুৰ্দ্দম্য প্ৰতিশোধ তোলাৰ আশা, মোহনমালাদেৱক ৰাজ্যৰ পৰা খেদি তেওঁৰ ন্যায্য সিংহাসন কাঢ়ি লোৱাৰ কৈতৰ, ৰাজকীয় সৈন্যৰ মান মৰ্য্যাদা ৰক্ষা কৰাৰ নিমিত্তে প্ৰাণ পণ, এই এটাই বিলাক উত্তেজিনী প্ৰবৃত্তি লগ লগাত, ৰজাৰ নগৰৰ সম্মুখতে ভয়ানক ৰূপে যুদ্ধ হল। মোৱামৰীয়া খোৰামৰাণৰ ঘৈনীয়েকৰ নাম আছিল ৰাধাৰুক্মিনী। খোৰামৰাণে যুদ্ধলৈ অহাত এইকো লগত লৈ আহিছিল। এইৰ লগত, এইৰ পুতেক ৰমাকান্তও আহিছিল। যুদ্ধত এই তিৰুতাজনীয়ে, মোৰ্‌াঁমৰীয়া পক্ষক বহুত সহায় কৰিলে। এই নিজ হাতে ধেনু, কাঁড় চলাবলৈ ধৰিলে। আহোমৰ সেনাবিলাকে কেতিয়াও ৰণক্ষেত্ৰত তিৰুতাক দেখা নাই। ৰাধাৰুক্মিনীক এই যুদ্ধ ক্ষেত্ৰত দেখি, সিহঁত স্তম্ভিত হল, তাতে তাই অসাধাৰণ নৈপুণ্যেৰে ধেনু, কাড় চলোৱা দেখি, ৰাজকীয় সৈন্যবিলাকৰ মহা ত্ৰাস হল। যুদ্ধত ৰজাৰ সৈন্য-বিলাকে বন্দুকৰ গুলি চলাইছিল; ৰাধাৰুক্মিনী বৰ চতুৰা আছিল, যুদ্ধৰ চাতুৰ্য্য জনাৰ গতিকে, তাইৰ গাত কোনেও হিলৈৰ গুলি লগাব নোৱাৰিলে। ইয়াতে ৰাজকীয় সৈন্যবিলাকৰ মাজত কোনোবাই ঢৌ তুলি দিলে যে ৰাধাৰুক্মিনীয়ে আচল পাতি বন্দুকৰ গুলি ধৰে; সাক্ষাৎ ৰণচণ্ডী ৰাধাৰুক্মিনী হৈ, আহোমৰ সৈন্যৰ লগত যুজ কৰিছেহি। এই কুসংস্কাৰমিশ্ৰিত ভয় পৰিব্যাপ্ত হৈপৰাত ৰজাৰ সেনা ভাগিবলৈ ধৰিলে। জোৱায়েক পৰাস্ত হোৱা দেখি ববৰুৱা নিজেই যুদ্ধলৈ ওলাল, কিন্তু মোহনমালাদেউক মোৱামৰীয়াবিলাকৰ নায়ক দেখি ৰাজবংশৰ ৰক্তপাতত আশঙ্কা কৰি ববৰুৱাই যুদ্ধ নকৰিলে। মোৱামৰীয়াবিলাকে ছল পাই ববৰুৱা, মাদুৰীয়াল বৰজনা গোহাঁই, ভগী বুঢ়াগোহাঁই, কেউজন ডাঙ্গৰীয়াকে বন্দী কৰি, পুৰণি আক্ৰোশ মিটাই, ববৰুৱাক সপৰিবাৰে, নচঁচা শালত দি বধিলে, আন আন ডাঙ্গৰীয়া বিলাককো আন আন উপায়েৰে বধ কৰিলে!

এই যুদ্ধৰ পাচত, মোৱামৰীয়াবিলাকে লগ লাগি খোৰামৰাণৰ পুতেক ৰমা-কান্তক আহোম সিংহাসন দিলে। ৰাঘমৰাণ, কীৰ্ত্তিচন্দ্ৰ ববৰুৱাৰ বিষয়ত ববৰুৱা হল। মোহনমালাদেৱে তাতে মৰাণান্তিক বেজাৰ পাই কামৰূপলৈ গুচি

গল। তেওঁৰ লৰা এটিয়ে, ১৮৪১।৪২ সনলৈকে কাশীত চৰকাৰৰ ঘৰৰ পেন্সন ভোগ কৰি আছিল, তাৰ পাছত কি হল কব নোৱাৰি। মোৱামৰীয়াবিলাকে সিংহাসন দখল কৰিয়েই ৰাজ ভণ্ডাৰ লুটিবলৈ ধৰিলে। ৰাঘমৰাণে ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ কুৱঁৰী মণিপুৰীয়া কুৰঙ্গনয়নীকো (বা মগলো কুৱঁৰী) এই সময়তে বন্দি কৰি নিয়ে। শ্ৰীযুত গুণাভিৰাম বৰুৱাই তেওঁৰ বুৰঞ্জীৰ ১৪২ পিঠিত লেখে, যে মোৱাঁমৰীয়াবিলাকে মহাৰাজ লক্ষ্মী সিংহক জয়সাগৰৰ দলত বন্দি কৰি থয়। কিন্তু গ্ৰন্থান্তৰত পায়, যে মহাৰাজ পলাই গৈ ওচৰৰ হাবিত লুকাই আছিল। (জয়সাগৰৰ দলৰ ওচৰতো থাকিব পাৰে)। মোৱাঁমৰীয়া বিলাকে ৰাণী জয়মতী কুৱঁৰীক বন্দীকৰে। কুৱঁৰীয়ে জানে মহাৰাজ কত পলাইছে, কিন্তু মোৱামৰীয়াহঁতক নকয়। মোৱাঁমৰীয়াহঁতে কুৱঁৰীক নানাবিধ অমানুষিক অত্যাচাৰ কৰি, নানাবিধ ভয় দেখুৱাই সোধে, সতী, সাধ্বী, ৰাণীয়ে নিজৰ পতিৰ দুৰ্গতি হয় বুলি, তত্ৰাচ মোৱাঁমৰীয়াহঁতক ৰজা লুকাই থকা ঠাইৰ কথা কৈ নিদিলে। এদিন মোৱাঁমৰীয়াহঁতে জয়মতী কুৱঁৰীক বেতেৰে কোবাইছে। কুৱঁৰীয়ে যন্ত্ৰণা সহিব নোৱাৰি, চিয়ঁৰত দিশোদিক খলক্ লগাইছে; মহাৰাজে লুকাই থকা ঠাইৰ পৰা সকলো শুনিছে, আৰু শতবাৰ নিজৰ জীৱনক ধিক্কাৰ দি, নিজৰ মঙ্গহকে নিজে খাই শুনি আছে। মোৱাঁমৰীয়াহঁতে সুধিছে, "ৰজা কত আছে ক, তোক একো নকৰোঁ,—নকলে কাটি কাটি কলাখাৰ ঘঁহিম, জীয়াই জীয়াই কুকুৰেৰে খুৱাম।" তত্ৰাচ সাধ্বী তিৰুতাই গিৰিয়েকৰ কথা নকলে। সকলো জ্বালা যন্ত্ৰণা নিজৰ শৰীৰতে ললে, তেও গিৰিয়েকক ৰক্ষা কৰিলে। সেই দিনা ৰাতি দুপৰ নিশা সকলো শুলে, মহাৰাজ লুকাই থকা ঠাইৰ পৰা ওলাই আহিল, আৰু সহ্য নহল, নিজৰ নিমিত্তে নিজৰ প্ৰাণাধিকা কুৱঁৰীক পাষণ্ড মোৱাঁমৰীয়াহঁতে এনে অত্যাচাৰ কৰিছে, তিৰুতাৰ জীৱন দি, কিনি লোৱা জীৱনৰ মূল্য কি? ইয়াকে ভাবি জয়মতী কুৱঁৰীৰ ওচৰলৈ গল। কুৱঁৰীৰ প্ৰাণ ওষ্ঠাগত। মহাৰাজে জয়সাগৰৰ পৰা পানী নি কুৱঁৰীৰ মুখত দিলেগৈ, কুৱঁৰীৰ মুখত মাত ওলাল, চকু মেলি চাই দেখে, যাৰ নিমিত্তে ইমান যন্ত্ৰণা সহিছে, পাষণ্ড মোৱামৰীয়াহঁতৰ পৈশাচিক অত্যাচাৰকো তুচ্ছ কৰিছে, সেই মহাৰাজেই সম্মুখত। জয়মতী কুঁৱৰীৰ জীৱ উৰি গল। লাহে লাহে কবলৈ ধৰিলে "মহাৰাজ! ৰান্ধি বাঢ়ি নষ্ট নকৰিব। এই খিনি দিন গল, আৰু মই এটা দিন থাকিম, মোক কাইলৈ সিহঁতে নিশ্চয় মাৰিব; আজি আপুনি কেলেই মোৰ ইমান যন্ত্ৰণা ব্যৰ্থ কৰিবলৈ আহিছে। মই মৃত্যুৰ সময়ত আপোনাৰ শ্ৰীচৰণ (ৰজাৰ চৰণ ছুই) দেখা পালোঁ মোৰ এইয়ে পৰম ভাগ্য, কিন্তু আপুনি যাওক,

ইয়াত নেথাকিব। মোৰাঁমৰীয়াহঁতে যি কৰিছে মোকে কৰোক। মোৰ আগত আপোনাক, মোক কৰা অত্যাচাৰেৰে উৎপীড়ন কৰিলে মই কেনেকৈ চাই থাকিম। ময় সিহঁতৰ বেতৰ কোবো সহিব পাৰিছোঁ, কটাঘাত কলাখাৰ ঘঁহাও সব পাৰিছোঁ, কিন্তু আপোনাৰ দুৰ্গতি দেখিব নোৱাৰিম।" জয়মতীৰ জিবাই আৰু দোৰোল নেখালে। মহাৰাজে চকু লো টুকি টুকি কবলৈ ধৰিলে, "ৰাণী, মোৰ জীৱনত শতবাৰ ধিক; নিজৰ তিৰুতাক যি পাষণ্ডই এনে যন্ত্ৰণা দিয়াই জীয়াই থাকিবৰ ইচ্ছা কৰে, যমৰ নৰকতো তাৰ ঠাই নাই। ময় আজি নিজেই মোৰামৰীয়াক ধৰা দিম।" লাহে লাহে এই দৰে কোৱামেলা কৰি থাকোতেই পূবে বগা ডাঁৰ দিলে, ৰাতি যায় যায়। জয়মতীয়ে ৰজাৰ ভৰিত ধৰি কাতৰ কণ্ঠে কাকূতি কৰি কবলৈ ধৰিলে "মহাৰাজ! পলাওক পলাওক। ইহঁতে এতিয়া সাৰ পাব। মোৰ অন্তিম সময় ফেৰি আপুনি আপোনাৰ মঙ্গল দেখিয়েই কটাবলৈ দিয়ক।" লাহে লাহে মোৰাঁমৰীয়াহঁতে সাৰ পালে জয়মতীয়ে আকৌ কাকূতি কৰিবলৈ ধৰিলে। বন্দীশালত মানুহৰ সহাঁৰি পাই মোৰাঁমৰীয়াহঁতে হাই কৰি উঠিল। জয়মতীৰ কাকূতিত মহাৰাজ আকৌ বনত লুকাবলৈ গল।

ৰাতি পুৱাল। সেই দিনা আকৌ মোৰাঁমৰীয়াহঁতে জয়মতীক গিৰিয়েকৰ কথা সুধিলে। ফল সেই একেই। জয়মতীয়ে আৰু ৰজাৰ কথা নকলে, কিন্তু সেই শেষ সময়ত মোৰাঁমৰীয়াহঁতক যি কেইএষাৰ কথা কৈছিল, সেই কথা কেফাঁকি সাবিত্ৰী বা দময়ন্তীৰ যোগ্য; আমাৰ গহনা দিব নোৱাৰিলে, গিৰিয়েকৰ খোৱাভাত অখাৱনি কৰোৱা তিৰুতাবিলাকে, সেই কথা কেফাঁকি এবাৰ পঢ়ি চাব। জয়মতীয়ে কলে "মোৰামৰীয়া, তহঁতে তিৰুতাই গিৰিয়েকক কি ভাবেৰে দেখে, বুজ নেপাৱ। মোক কাটি কাটি খাৰনি ঘঁহ, কুকুৰেৰেও খুৱা, কিন্তু ময় জীয়াই থকাত কেনেকৈ মোৰ স্বামী দেৱতাৰ অমঙ্গল চিন্তিম। মোক কাটিবি বুলি ভয় দেখুৱাই, মোৰ মুখৰ পৰা কথা উলিয়াব নোৱাৰ, তহঁতৰ চেষ্টা বৃথা। মোক শীঘ্ৰে কাটি পেলা, কিন্তু মই মহাৰাজৰ কথা নকওঁ, মোৰ পৰা তেওঁৰ চুলি এডালবো অপকাৰ হবলৈ নিদিওঁ।" জয়মতীৰ কথা শুনি মোৰামৰীয়াহঁত ক্ৰোধান্ধ হৈ তেওঁক কাঁচি পেলালে! কাটি কাটি লোণ ঘঁহিলে, কুকুৰেৰে খুৱালে!! এই দৰে জয়মতীক হত্যা কৰিলে, তেও তেওঁ মহাৰাজৰ কথা নকলে, কেৱল মৰিবৰ সময়ত মুখত "মহাৰাজৰ চৰণ চাই চাই মৰিবলৈ নেপালোঁ!" এই কথা এষাৰ অস্ফুটৰূপে শুনা গৈছিল।

ইয়াৰ পাচত মহাৰাজ ধৰা পৰে, মোৰামৰীয়াহঁতে খঙত মহাৰাজক আন একো বিশেষ দণ্ড নকৰিলে বুলি, বেতেৰে বৰকৈ কোবাইছিল। তেতিয়াৰে পৰা বেতৰ কোবৰ সোৱাদ পাই মহাৰাজে মানুহক বেতেৰে কোবোৱাবলৈ এৰিলে।

ইয়াৰ পাছত মোৱঁামৰীয়াহঁতে নিৰুপদ্ৰৱে ৰাজ্য শাসন কৰিবলৈ ধৰিলে। ৰমাকান্তৰ নামেৰে মোহৰ ওলাল। আহোম ৰজাবিলাকৰ মোহৰ আঠচুকীয়া আছিল, কিন্তু মোৱঁামৰীয়াহঁতে নচুকীয়া মোহৰ মাৰিবলৈ ধৰিলে। মোৱঁামৰীয়া মহন্তৰ ক্ষমতা এতিয়া অপ্ৰতিহত হৈ উঠিল। লক্ষ্মীসিংহ স্বৰ্গদেৱে মোৱঁামৰীয়াহঁতক সিংহাসনত দেখি, কষ্ট পাই ইফালে সিফালে নিজৰ দেশৰ মানুহক নিজৰ দুৰ্দ্দশা দেখুৱাই ভিতৰুৱাল ভাবে সহায় খুজিবলৈ ধৰিলে।

ৰাঘমৰাণে মগলৌ কুৱঁৰীক (ৰাজেশ্বৰ সিংহ সৰ্গদেৱৰ মণিপুৰীয়া ৰাণী কুৰঙ্গনয়নী) যে লৈ গৈছিল, এৱেঁই এই সময়ত প্ৰধান সহায় কৰে। সকলো ভগনীয়া বিষয়াবিলাকে লগলাগি এওঁৰ লগত ৰাঘমৰাণক মাৰিবৰ নিমিত্তে গুপ্ত মন্ত্ৰণা পাতিবলৈ ধৰিলে। আহোমৰ বৌৰেকক ৰখা নিয়ম আছে। বৰুৱা ফুকন সকলে তাকে ভাবি কুৱঁৰীলৈ কৈ পঠালে যে তেওঁ যদি কিবা ষড়যন্ত্ৰ কৰি ৰাঘক মাৰিব পাৰে তেনেহলে মহাৰাজ লক্ষ্মীসিংহে তেওঁক ৰাখি কুৱঁৰী পাতিব। মগলৌ কুৱঁৰীয়ে এই কথাত ভোল গৈ মন্ত্ৰণাকাৰিবিলাকলৈ কৈ পঠালে, যে চতৰ বিহুত মোৱঁামৰীয়াহঁতক নবগৰালে অন্য সময়ত বিশেষ উপায় নাই। ৰাণীয়ে মন্ত্ৰণা সাজিলে, যে বিহুত ৰাজদৰ্শন বা হুচঁৰি গোৱা আমাৰ দেশৰ প্ৰচলিত নিয়ম। এতিয়া মোৱঁামৰীয়াহঁত আমাৰ ৰজা। চতৰ বিহুত হুঁছৰি গোৱাৰ ছলেৰে, শকত শকত মানুহ কিছুমান ভিতৰি অস্ত্ৰ শস্ত্ৰেৰে সজ্জিত হৈ আহিলেই মোৱঁামৰীয়াহঁতক নিপাত কৰা যাব পাৰিব। মগলৌ কুৱঁৰীৰ মন্ত্ৰণাত সকলো আশ্বস্ত হৈ চতৰ বিহুত এই দৰে ভিতৰি অস্ত্ৰ শস্ত্ৰেৰে সজ্জিত মানুহ এজাকে বাহিৰে ঢোল টকালৈ ৰাঘৰ ঘৰত হুঁছৰি গাবলৈ যায়। কোনো কোনোৱে ভাৰ-ভেঁটি লৈ ৰজা দৰ্শন কৰিবলৈ গৈছিল বুলিও কয়। এই সময়ত ৰমাকান্ত নামতহে ৰজা আছিল, মূল ৰাঘমৰাণেই। আমাৰ ৰজাৰ ফলীয়া মানুহবিলাকে ৰাঘৰ চোতালত ঢোল টকা বজাই হুঁছৰি গাবলৈ ধৰিলে গৈ। মগলৌ কুৱঁৰীয়ে আমাৰ ছদ্মবেশী সেনা যোৱা গম পাই সাৱধান হল। ঢোল টকাৰ বাজনা শুনি ৰাঘই কুৱঁৰীক বৃত্তান্ত সুধিলে। কুৱঁৰীয়ে কলে যে “এই সকল আমাৰ দেশৰ ভদ্ৰলোকৰ লৰা। আমাৰ দেশত বিহুত ৰজা বা ডাঙৰলোকৰ ঘৰত হুঁছৰি গাই আশীৰ্ব্বাদ কৰা নিয়ম আছে। আপোনাসকলেই এতিয়া ৰজা দেখি আপোনাসকলৰ আগত হুঁছৰি গাবলৈ আহিছে।” ৰাঘই পাচে কুৱঁৰীক সুধিলে যে এতিয়া মই কি কৰিম। কুৱঁৰীয়ে ছল পাই, তামোলপান এশৰাই লৈ, তেওঁলোকৰ আশীৰ্ব্বাদ লবলৈ কলে। ৰাঘই তদ্ৰূপে সোণৰূপ এচৰু, আৰু তামোল পান এশৰাইলৈ আশীৰ্ব্বাদ লবলৈ ওলাল। তেওঁৰ হাতত তৰোৱাল

এখনি আছিল। কুৰঁৱীয়ে অস্ত্রখনি দেখি ৰাঘক কলে, আশীর্ব্বাদ লবলৈ ভকতৰ আঁগলৈ অস্ত্রলৈ যোৱা অযুগুত। ৰাঘই শুনি অস্ত্রখন কুৰঁৱীকে থবলৈ দি, হুছৰিৰ আগত আঠুকাঢ়ি সেৱা কৰিবলৈ গল। ৰাঘই আঠু কাঢ়োঁতেই কুৰঁৱীয়ে ৰাঘক সেই অস্ত্রেৰেই তাৰ কলাফুলতে ঘা মাৰিলে। ৰাঘক হামখুৰি খাই পৰা দেখি আমাৰ ফালৰ ছদ্ম বেশী সৈন্যই বেৰি ধৰিলে। পাছে নাহৰখোৱা, ৰমাকান্ত সকলোকে আমাৰ মানুহে বিচাৰি বিচাৰি, যাকে যতে পালে, ততে কাটিলে। অধিকাংশ মৰাণ এই বাৰ কটা যায়। যি দুটা এটা ৰল, সিহঁত পলাল।

এইদৰে মোৱাঁমৰীয়াবিলাকৰ নিপাত হয়। এই কার্য্যত কুৰৈঁগঁয়া ঘনশ্যাম নামেৰে মানুহ এটাই মহাৰাজ লক্ষীসিংহক বৰ সহায় কৰিলে। এনে কি, এই ঘনশ্যামৰ সহায় নোহোৱা হেঁতেন যে মহাৰাজে মোৱাঁময়ৰীয়াহঁতক অন্ত কৰিব পাৰিলে হেঁতেন এনে আশা কৰাই টান। মহাৰাজ লক্ষীসিংহ আকৌ আহোম সিংহাসনত বহি ৰজা হল, আৰু বিপদৰ সময়ত ঘনশ্যামৰ পৰা মহৎ উপকাৰ পোৱা বাবে তেওঁক প্রধান মন্ত্রী বুঢ়া গোঁহাইৰ বিষয় দি, ৰাজ্যৰ গুৰিয়াল স্বৰূপ কৰি ৰাখিলে। মহাৰাজে ৰাজ্য লোৱাৰ পাচতো বুঢ়া গোঁহাইয়ে বহুত মোৱামৰীয়াক ধৰি ধৰি মাৰিলে আৰু নিজৰ ফালৰ মানুহৰ হতুৱাইও যতে যতে পাৰিলে ততে মৰোৱালে। ভয়ত মৰাণহঁতে পাছে ডফলা পাহাৰৰ ফালে পলাল। এনে কথা শুনিবলৈকো পায়, যে এদিন বুঢ়া গোঁহাইয়ে, ৰাজ্যৰ ওচৰত যি বিলাক মোৱাঁমৰীয়া আছিল, সিহঁতক মতাই আনি, ভোজ খুৱাই, শেহত সিহঁতৰ হতুৱায়ে বৰ খাল এটা খনাই, সেই খালত সিহঁতকে পুতিলে।

মোৱাঁমৰীয়াৰ প্রথম আক্রমণৰ পাছত, এই দৰেই ঘনশ্যাম বুঢ়াগোঁহাইৰ ছল চক্রান্তত, মহাৰাজ লক্ষীসিংহে পুনৰ সিংহাসন পায়, আৰু কিছুমান দিনৰ নিমিত্তে দেশত শান্তি হয়।

---

## স্তুতি।

নিৰাকাৰ হ'য়ো যেয়ে শৰীৰীৰ দৰে,
সংসাৰৰ সব কায নিৰন্তৰ কৰে,
চক্ষু নাই দেখিছে সকল,
আকাশ পাতাল জলস্থল,

কাণ নাই সকলো শুনিছে,
হাত নাই সকলো ধৰিছে,
ভৰি নাই সৰ্ব্বত্ৰতে কৰিছে গমন,
ভজা তাঙ্ক ভজা সদা হই শুদ্ধ-মন।
সংসাৰক জানন্ত যি জনে,
কিন্তু তাঙ্ক কোনেও নাজানে,
পুৰুষ প্ৰধান হেন জন,
সৃষ্টি স্থিতি প্ৰলয় কাৰণ,
ভজা ভাই! তাঙ্ক সদা হই শুদ্ধ-মতি,
বোলা সদা "প্ৰভো! মোৰ গুচোৱা দুৰ্গতি॥"

আকাশ পৃথিবী সব স্থানে,
ব্যাপি আছে প্ৰতি প্ৰাণে প্ৰাণে,
শৰীৰৰ প্ৰতি লোম-কূপে,
ব্যাপি আছে অনন্ত-স্বৰূপে,
মহা-শক্তি ৰূপে থাকি প্ৰতি পদাৰ্থত,
সংসাৰৰ ক্ৰিয়া-কাণ্ড চলায় সতত।
হেন মহা-পুৰুষক নিত্যে,
উপাসনা কৰা শুদ্ধ-চিত্তে,
ভজি তাঙ্ক শুদ্ধ কৰা মন,
কৰা তাৰ মহিমা কীৰ্ত্তন।
বোলা "মূৰ! সদা তাঙ্ক কৰা প্ৰণিপাত,
"অন্তৰ, সোঁৱৰা তাঙ্ক পূজা কৰা হাত!"
বিষয়ীৰ শৰীৰে থাকয়,
বিষয়-বিকাৰে নোচোৱয়,
( পদুম-পাতৰ পানী-প্ৰায়
ভিন্ন ৰূপে থাকে এক ঠাই )
যিবা মহা-পুৰুষক ভজা তাঙ্ক নিত্যে,
ভজা ভাই! পবিত্ৰ-অন্তৰে ভক্তি-বিত্তে।

স্তুতিত সন্তোষ নাই যাৰ,
নোহোৱয় গালিতো বিকাৰ,
সমভাৱে আছে সৰ্ব্বদাই,
চেতনতো অচেতন প্ৰায়,
সেই মহাপুৰুষক ভজা নিতো নিতো,
ভজা ভাই পবিত্ৰ-অন্তৰে হৃষ্ট-চিত্তে ।
ইন্দ্ৰিয়াদি কৰিয়া দমন,
বিষয়ক কৰিয়া বৰ্জ্জন,
ধাৰ্ম্মিক সকলে সৰ্ব্বদায়,
উপাসিয়া যাক সুখ পায়,
পবিত্ৰ আনন্দ লভে, ভজা ভাই! তাক,
বোলাহা "সুমতি-বুদ্ধি দিয়োক আমাক।"

খ্ৰীষ্টিয়ানে পূজে "খ্ৰীষ্ট" বুলি,
বাইবেল-সুৰ তুলি তুলি,
"বিচমিল্লা" "মহম্মদ" নামে,
ভক্তিভাৱে পূজিছে "ইস্‌লামে"
"ৰাম-কৃষ্ণ" বুলিয়া বৈষ্ণৱ হিন্দু পূজে,
শাক্তই সেৱিছে বুলি "মাগো দশভুজে!"
"ৰণচণ্ডী "লোল-জিহ্বা" নামে,
ৰণুৱাই পূজিছে সংগ্ৰামে,
"লাঙ্গামাৰা" "বৰমানী আই"
কছাৰিয়ে পূজে সৰ্ব্বদায়,
"লঙ্গদেও" "জাৰী" আদি নানা সম্বোধনে,
অৰণ্যতে গাৰোয়ে পূজিছে হৃষ্ট-মনে।
ধনবানে পূজে অৰ্থ দিয়া,
নৈবেদ্যাদি বলি নিবেদিয়া,
দুখীয়াই পূজে খুদে কণে,
ভিকহুয়ে মাগি অনা ধনে,
পক্ষী সকলেও সেৱে নানা বোল বুলি,
বৃক্ষ সবে জড়-ভাবে মূৰ তুলি তুলি।

মাখিমৰা মসী-জীবী আমি,
কিহেৰে পূজিম বিশ্বস্বামি,
অন্তৰতো সাৰ নাই তাতে,
অসাৰ জীৱনো পৰ-হাতে,
পৰৰ কৃপাত কৰি জীৱনক-দান,
কষ্টে-স্বষ্টে দিন কাটোঁ-যুগৰ সমান।
হাতত হাঁহৰ পাখী লই,
ঘঁহি ঘঁহি মন-কথা কই,
অন্তৰৰ দুখীয়া ভাৱেৰে,
দুখী আমি পূজিম সাদৰে,
ইয়াত সন্তুষ্ট হই জগতৰ নাথ,
কাৰ্য্যত শকতি দিবা দৃঢ়তা কথাত।

---

## দুপৰ-নিশা।

১

কতো সাৰ-সুৰ নাই
জানিবা মৰাৰ প্ৰায়,
নিদ্ৰাৰ কোলত সব প্ৰাণী অচেতন।
নানাবিধ চিন্তা কৰি,
দুখীয়া শয্যাত পৰি
দুখীয়া গৃহস্থ শোৱে চিন্তাকুল মন।
মাজে মাজে ঘৈনী আই
কন্দা লৰা নিচুকায়,
টোপনি ভাঙ্গিব বুলি হৃদয়-ৰতন
পুত্ৰমুখে স্তন ধৰি
মুখে গুন্ গুন্ কৰি
গৃহস্থৰ পাশে শয্যা কৰিছে শোভন।

২

গৃহকৰ্ম্ম হাতসাৰি
যত বোৱাৰী জীয়াৰী,
সাধু কথা শুনি শুনি ভাগৰ পলাই,
কথা শুনা সাঙ্গ কৰি
বিবিধ মেলত ধৰি
লাহে লাহে তাগৰুৱা দেহক শুৱায়।
মাজে মাজে দুখীয়াই
সপনত ৰত্ন পাই
আনন্দত টোপনিতে হাহে মিটিকাই,
সাৰ পাই খেপিয়াই
হাত মেলি মেলি চাই
নেপাই একোকে শোকে বুকু ভুকুৱায়।

৩

মাজে মাজে চেগ বুজি
বাৰে কাণে শুজি গুজি,
চুৰ কৰিবৰ মনে চোৰ বপুৰাই,
গৃহী সব শুইছেনে
সাৰে আছে, মনে-মনে
সহাৰি বুজিয়া ফুৰে আহে আৰু যায়!
চকুত টোপনি নাই
ফুৰে ধুম্ খুলিবাই
কাক মাৰে কেনে কৰি চিন্তিছে উপায়,
প্ৰভু-ভক্ত ঢেকুৰাই
লগপালে প্ৰাণ যায়,
অৰ্থ আশা পৰি হৰি কতোবা পলায়।

৪

গছৰ ডালত থাকি
ডোকাৰ আড়লে ঢাকি,

কপোত কপোতী দুয়ো-কণিক উমাই
মহা সুখে নিদ্রা যায়,
আনো পক্ষী সমুদায়,
কেৱল কোঢ়াল কৰে যতেক ফেঁচায় ।
গালিকে পাৰিছে কিবা
মাত-বোল নুশুনিবা
আন পক্ষী সকলক শুনায় শুনায় ?
প্ৰকৃতিৰ সুশোভন
মূৰ্ত্তি কৰি নিৰীক্ষণ,
আনন্দে মজিয়া কিবা ঈশ গুণ গায় ?

৫

যতেক জোনাকীকুল
আনন্দতে বিয়াকুল,
উড়ে ঘূৰি ঘূৰি ঘনে, উঠে ঘনে নাই ;
জোনৰ জোনাক চাই
আপোনাকো গোহৰাই
নিজকো একণ জোন বুলি ওফোন্দায় !
পৰ্ব্বতৰ কেউ-কাষে,
উড়ি ফুৰে মহোল্লাসে,
দেখিলে সি সৌন্দৰ্য্যক মনত খেলায়,
প্ৰকৃতি-দেবীৰ খোপাত,
শোভা কৰে অসংখ্যাত
সোণৰ কুসুম যেন চকু চমকায় !

৬

ধীৰ বায়ু ধৰে তান,
জিলীএ কৰিছে গান,
শুনি জগতৰ যেন প্ৰাণী সমুদায়,
মোহ গই নিদ্ৰা যায়,
কাৰো গাত তত নাই,
হাই-উৰমিৰে ভৰা বিশ্ব মৃতপ্ৰায় !

চাতক চাতকী সুখে,
আকাশত উৰ্দ্ধমুখে,
জোনৰ বিমল কৰে শৰীৰ বুৰাই
জুৰাইছে মন প্ৰাণ
অমৃত কৰিছে পান,
নেত্ৰ ভৰি চোৱা সবে নয়ন জুড়ায় !

---

## গাঁৱলীয়া বোৱাৰী।

১

ফেচাই উকলি দিলে পূবে বগাডাঁৰ,
বাহিৰে পোহৰ কিন্তু ভিতৰে এন্ধাৰ,
কু-কু-কু-কু-কুঁ-কু বুলি,
কুকুৰাই কণ্ঠ তুলি,
পুৱাল ৰজনী বুলি জগালে জগৎ,
গাঁৱলীয়া বোৱাৰীৰ আহ্লাদ মনত।

২

শীতৰ অমোঘ অস্ত্ৰ নিহালি পেলালে,
বুকৰ কেঁচুৱা এড়িলেক ডালে পালে,
বিসৰ্জ্জিলা এলাহক
সাপটিলা সুকাৰ্য্যক,
নিদ্ৰাগতা কাৰ্য্য-মূৰ্ত্তি যেন সাৰ পালে,
গৃহলক্ষ্মী সাৰ পালে অথবা কপালে !

৩

হাতত ঝাড়নি লই চোতাল সাৰিছে,
বাহি চোতালত লোকে ভৰি দিলে পিচে
জানো অমঙ্গল হয়,
মনত সদাই ভয়,

ভয়ে ভীতা বোৱাৰীয়ে সুখ পৰিহৰি,
গৃহকৰ্ম্মে বন্দী হল সুখ কাতি কৰি!

৪

গাঁৱলীয়া বোৱাৰীৰ অন্তৰ এন্ধাৰ,
শিক্ষাৰ পোহৰ নাই যত কুসংস্কাৰ,
কুসংস্কাৰে বশ হই,
শাহু আইৰ বাক্য লই,
সাংসাৰিক কায কৰে এলাহ নকৰি,
কাৰ্য্য-ক্ষম নাই গাঁৱলীয়া সৰিবৰি!

৫

কাষত কলহ লই জাৰ তুচ্ছ কৰি,
( শীতত কঁপয় কিন্তু দেহ থৰথৰি, )
ধীৰে ধীৰে যাই হায়!
মুখত কথাটি নাই
দুৰন্ত শীততে গই পানী তুলি আনি,
বাহি বন সাঙ্গ কৰে আলস্য নেমানি!

৬

কোমল শৰীৰ কেনে লাৱন্য-ললিত,
নীৰবে কাঠিন্য সহে দেখি আচৰিত,
কঠিন কোমলে মিলি,
অপৰূপ ৰূপে খেলি,
গাঁৱলীয়া গৃহস্থৰ সংসাৰ উজলি,
গ্ৰাম্য-বধূ শোভে যেন মেঘত বিজলি!

৭

মহৰ্ষি মনুৰ সংহিতাৰ সুবচন
( গৃহিনীৰ কাৰ্য্য ) গাঁৱে কৰিছে পালন,
যত গ্ৰাম্য-বধূচয়;
অন্তৰত ঘোৰ ভয়,
শাস্ত্ৰ উপদেশ পালা হিন্দুৰ ধৰম,
নেপালিলে পাপ হয় ঘোৰ কুকৰম!

৮

শিক্ষা নাই অন্তৰত নানা তর্ক তুলি,
প্ৰধানতঃ সুশৰাৰে দুঃখ পায় বুলি,
গ্ৰাম্য বোৱাৰীয়ে ভাই
পৰিশ্ৰমে নেকেঁকায়,
ৰঙ্গমনে পৰিশ্ৰম কৰিছে সতত,
হাতে যেন কার্য্য লাগি আছে অবিৰত !

৯

গৃহকৰ্ম্ম সাঙ্গ হল সময় বুজিলে,
নীৰবে চেঁচা পানীকে মূৰত ঢালিলে,
বোৱাৰীৰ ভাগ্যে, ভাই,
তপতোৱা পানী নাই,
কোমল শৰীৰে পুনঃ কঠিন প্ৰহাৰ,
কোমলে কঠিনে মিলে দেখা আৰ বাৰ !

১০

কুসাজে লাৱন্য-ৰূপ ঢাকিব নোৱাৰে,
চাকিয়ে আপুনি পোহৰাই অন্ধকাৰে,
ৰূপহ শৰীৰে ভাই,
যোগীনী সাজ পিন্ধাই
কোমলত কৰে পুনঃ কঠিন মিলন,
গ্ৰাম্য-গৃহ এই দৰে কৰিছে শোভন !

১১

কাৰ্য্য-ক্ষম, পৰিশ্ৰমী শৰীৰ শকত,
কেতিয়াও নিবিয়লে অলপ জহত,
শকত শৰীৰে হয়,
শক্তিমন্ত সুতনয়,
পৰিশ্ৰমী মাইকীৰ পৰিশ্ৰমীসুত,
আটিল শৰীৰ দেহ বহু বলযুত !

১২

দুঃখ দহনত হেন বোৱাৰী তনয়,
সুখীয়াৰ পুত্ৰৱত পীড়িত নহয়,
নিজৰ বাহুৰ বলে
উপাৰ্জ্জিয়া সুকৌশলে,
নিজৰ অধিনে থাকি বিপুল সুখেৰে,
সময় যাপয় নিন্দি পৰাধীন নৰে !

১৩

মাইকীৰ শিক্ষা নাই পুত্ৰো অশিক্ষিত,
অন্তৰ সাৰল্য-পূৰ্ণ চাতুৰী বৰ্জ্জিত !
শিক্ষাৰ কুতৰ্ক ৰাশি,
জীৱনৰ সুখ নাশি,
অন্তৰত নোসোমায় গ্ৰাম্য বোৱাৰীৰ,
আবুৰে ফুৰয় থাকে, নহয় বাহিৰ !

১৪

শিক্ষা নাই অন্তৰত বিলাস নেজানে,
বিলাসিনী নহয় দেখি এলাহ নেমানে,
সভ্যতা নেজানে একো
সামান্য পিন্ধন দেখোঁ,
কটিত মেখলা ডাঠ, শৰীৰত ৰিহা,
জোতা মুজা জাকেটৰ নেপাৰয় দিহা !

১৫

অজ্ঞানী বোৱাৰী ভাবে পতিএ ঈশ্বৰ,
জীৱনৰ ইষ্টগুৰু গৰাকী দেহৰ,
প্ৰিয়তম প্ৰাণনাথ
ইত্যাদি ললিত মাত,
সম্বোধনে কদাপিও ব্যৱহাৰ নাই,
ভয়তে চকুৰে চকু কদাপি নাচায় !

১৬

অসভ্যশাহুৰ গালি নীৰৱে শুনিছে,
জেশাহু ননন্দ মাত নীৰৱে সহিছে,
তুনাই উত্তৰ দিব
টান কথা বা বুলিব,
সামান্য গতিকে মনে হেন ভাব নাই,
মৃদুভাবে সহি সহি সময় কটাই !

১৭

শহুৰক বুঢ়া ঠেৰা বুলি নিঘিণায়,
দুঃখত জীয়াৰী যেন বধূ শুশ্রূষায় ।
গাঁৱলীয়া বোৱাৰীৰ,
শহুৰ আৰু শাশুৰীৰ,
বিপদে পুতউ কৰা কৰ্ত্তব্য কৰম ।
অসভ্য গতিকে নাই অন্তৰে মৰম ।

১৮

অসভ্য মুখৰ মাত কদাপি নুশুনি,
কথা কয় যেন ভোমৰাৰ গুন্‌গুনি ।
সভ্য নহে শিক্ষা নাই,
তথাপি শিক্ষিতা আই,
গাঁৱলীয়া বোৱাৰীএ নাৰীৰ উত্তমা,
পতিব্ৰতা গ্ৰাম্য বধূ বুধ-মনোৰমা ।

---

## পত্নী-বিলাপ।

### মুক্তাৱলী ( অসমীয়া সুৰ )।

১

উঠা প্ৰাণেশ্বৰ, কৰিছোঁ কাতৰ
শ্ৰুতি সুখকৰ, শ্ৰীমুখৰ স্বৰ এ
কৰিয়া সাদৰ, শুনোৱা বাৰেক মোক।
চোৱা চকু মেলি, ৰোষ-ঠেস ঠেলি,
নকৰিবা বেলি, যাই প্ৰাণ গেলিএ
উঠি কৰা কেলি পাহৰোহোঁ যত শোক॥

২

অনাথিনী কৰি, কিবা দোষ ধৰি,
গৈলা পৰিহৰি, দাসী ৰৈলোঁ পড়িএ
বাৰেক সুৱঁৰি, কিয়নো নোচোৱা ফিৰি।
দিৱস-শৰ্ব্বৰী, চিঁয়ৰি চিঁয়ৰি,
বোৱাৰী জীয়ৰী, বাগৰি বাগৰিএ
কান্দে সব সৰি, শুনি প্ৰাণ যায় মৰি॥

৩

হেনয় নিদয়, নহবা বান্ধয়
কৰিছোঁ বিনয়, পৰাণে নসয়এ
হইয়া সদয়, বাৰেক দাসীক চাই।
সংসাৰত ময়, একেশ্বৰী হই,
পুত্ৰ কন্যা লই, কাৰনো আশ্ৰয়এ
লইয়া সময়, কটাম দিয়া উপায়॥

৪

উঠা শীঘ্ৰ কৰি মাটিত বাগৰি,
নাথাকাহা পৰি চৰণত ধৰিএ
মাতিছোঁ পামৰী, উঠা উঠা মোৰ প্ৰাণ।
সুখতে বৰ্দ্ধিত, দেখো সুললিত,
কোমল তুলিত, শুইছিলা নিত এ
কিনো বিপৰীত, বিধি কৰিলি বিধান॥

৫

পৰৰ সুখত, তোৰ অন্তৰত,
জ্বলে অবিৰত, হিংসাৰ জুই যত এ—
সুখ কৰি নষ্ট, সুখী ভাব বিধি তয়।
ধিক তোৰ প্ৰাণে, ধিক তোৰ জ্ঞানে,
ধিক তোৰ মানে, যতেক বিধানে এ
পৰস্ত্ৰীয়ে হানে, নিতান্তে যাৰ হৃদয়॥

৬

সংসাৰ কাননে, আমি দুয়োজনে,
আনন্দিত মনে, নিশঙ্ক জীৱনে এ
ফুৰিছিলোঁ যেনে, হৰিণ হৰিণা দুই।
কেতিয়াও কাৰ, একো অপকাৰ,
নকৰো এবাৰ, তই দুৰাচাৰ এ
সুখত আমাৰ, কেলেই জ্বালিলি জুই।

৭

এটাক বধিলি, কি লাভ লভিলি,
ইটোক এৰিলি, কিয় নেমাৰিলি এ
অনাথা কৰিলি, ময় অভাগিনীক কিয়?
শূন্য হৃদি লই, থাকিলোহো ময়,
প্ৰাণ নিলি তয়, ভেল যেন হয় এ
দেহ আছে ৰই, কেলেই তাকো নিনিয়!

৮

সকলোৱে কয়, বাৰী হলু ময়,
মৰিল বান্ধয়, পৰাণে নসয় এ
ভাবোহোঁ নিৰ্দ্দয়, গালি দিছে যেন মোক।
হেন দুৰ্ব্বচন, শুনিও শ্ৰবণ,
অবিশ্বাসী মন, নহয় ভগন এ
আছয় জীৱন, হৰি! সহি এত শোক॥

## সংসাৰ সুখৰ ঠাই।

১

সংসাৰ সুখৰ ঠাই
যি বিচাৰা তাকে পায়,
দুঃখ চালে, দুঃখ পায়,
সুখৰো অভাব নাই
সংসাৰত একো নাই, বোলে নজনাই
কি বিষম কথা আই।
সংসাৰত সুখ নাই!
আকাশত সুখ পায়?
পাতাল সুখৰ ঠাই?
যমৰ যন্ত্ৰণা পুৰী নৰক নে ভাই?

২

সংসাৰে সুখৰ ঠাই,
ধ্ৰুৰূপ জানিবা ভাই,
খঙ্গো আছে ৰঙ্গো পায়,
ৰোগৰো আছে উপায়,
মৃত্যু আছে মাৰে সঁচা, পুনু ওপজায়,
দুঃখ ভুঞ্জিলে এটাই,
এটাই বা সুখ পায়,
এটাই লভিলে ছাই,
আনেটাই ৰত্ন পায়,
বহুৰূপী সংসাৰ সুখৰ সাৰ ভাই!

৩

বৃষ্টি পড়ে বাৰিষাই,
সদাই মাটি তিয়াই,
ৰদত পুনু শুকাই
পূৰ্ব্বিৰত হই যায়,
সঁচা হয় জাৰকালি বৰ জাৰো পায়,

ৰঙ্গা ৰদ ফেৰি ভাই
কিৰূপে পাহৰা যায় ?
জুহালৰ জুই ফেৰি,
কেনেকই দিয়া এড়ি ?
সুখ দুখ সমভাগে সংসাৰে সদাই ।

৪

সকলোৰে ভাগ্যে নাই,
মনে তাক পতিয়ায়,
মুখে কৰি "হায হায়"
ৰাৱ কাঢ়ে সৰ্ব্বদাই
অসুখীয়া যত সবে সঁচা কথা ভাই,
কিন্তু "কিয়াবাত হাই
মজা কৰ দুনিঁয়াই"
কত জনে ৰিঙ্গিয়াই,
মন দিলে শুনা যায়,
সংসাৰত ভৰা সব, শুদা একো নাই ।

৫

কিনো নাই সংসাৰত,
ধান হয় পথাৰত,
শক্তি আছে শৰীৰত,
খেতি কৰা মনোমত,
খাই লই সুখ কৰা কেলেই কাতৰ ?
ৰচনা ৰসাল কৰা
বিবিধ বস্তুৰে ভৰা,
বিচাৰি গোটাই লোৱা,
ভোকে পেট ভৰি খোৱা
সংসাৰে "সুখৰ সাৰ শহুৰৰো ঘৰ !"

৬

প্ৰাণৰ সঙ্গিনী আছে
সন্তান কোলাত নাচে,
মুখত মধুৰ হাঁহি
সদাই 'ন' নহে বাহি
গজেন্দ্ৰ গতিৰে চলে শৰীৰ দোলাই !
সুখ-সাৰ বাচি বাচি,
হাতে তুলি যাচি যাচি,
হেনয় প্ৰিয়াক দিয়া
জুড়াই তাপিত হিয়া !
অসাৰ চিন্তাত আছো মনক ডুবায় ।

৭

নকৰা সংসাৰ সুখ,
ধৰ্ম্ম কৰা যাব দুখ,
সংসাৰ ধৰ্ম্মৰ ঠাই,
মুনি সবে কয় ভাই,
ঈশ্বৰৰ নাম ধৰি জপা মালাগুটি ।
দূৰ হব দুঃখ সব,
অন্তে স্বৰ্গলাভ হব,
সংসাৰ এৰিয়া যাবা,
( সুখ ভৰা ঠাই পাবা )
"এটি" হই যোগ ধৰা—নেবাঞ্ছিবা "দুটি ।"

৮

দেখিছা ৰজাৰো দুখ,
কত নবাবৰ সুখ,
কেৰাণীৰ টিলিকিত,
ব্ৰহ্মাণ্ড যদি কম্পিত,
পলোৱা সংসাৰ এৰি অৰণ্যৰ মাজে

নেবাঞ্ছিবা তাৰ পদ,
লভিবাহা সুসম্পদ,
কেৰাণীৰ লেখনীত,
কেৰাণীৰ আঙ্গুলিত,
ঁাজ আছে, দূৰ হোৱা, পৰিবা সি ভাঁজে।

৯

পায় যেনে লটা ঘটা,
আছে তেনে সুখ চটা
( কেৰাণীৰ দুখ ভাই
পোড়া পেট হন্তে পায় )
আজলি ভৰাই নিয়ে মাহ পূৰ হলে।
চকিত আউজি হায়
নিত্যে কেৰাণী ককাই
চকুৰ পলকে ভাই
কতনো "খিতাব" পায়,
'দেউতা' 'স্বৰ্গদেউ' 'প্ৰভু' কত জনে বোলে।
ভৰিত কতয় ধৰে,
'কেওঁ মেওঁ' কতো কৰে,
আনন্দে কেৰাণী বাবু
মন কৰে হাবু কাবু,
কেৰাণী নহলে কোনে হেন সুখ পায়?
জানিলে সকলো পায়,
নেজানিলে একো নাই,
জানিলে বুজিবা ভাই।
সংসাৰে সুখৰ ঠাই,
বহিব জানিলে মাটিতেই পীৰা পায়,
চাউলো জানিলে খাব চিৰা হই যায়॥

---

# সত্যনাথ বৰা।

## সাহিত্য বিচাৰ।

### সাহিত্যৰ সাধাৰণ লক্ষণ।

মানুহে নিজ বুদ্ধিৰে আজিলৈকে যি যি কাম কৰিছে তাৰ ভিতৰত সাহিত্যকে ঘাই বুলিব পাৰি। সাহিত্যৰ গুণ সংসাৰ জুৰি আছে। ইয়াৰ নিচিনা মনমোহা বস্তু জগতত আৰু বিচাৰি পাবলৈ টান। সাহিত্যৰ গুণত বিষাদত বুৰযোৱা মানুহৰো মনোবিকাৰ উপশম হয়, ৰুগীয়াৰ ৰোগ সকাহ পৰে, কাঠবুকুৱা মানুহৰ মনত দয়াৰস জন্মে, খং খিয়াল ইত্যাদি যি মানুহৰ ৰিপুবিলাক আছে, সিহঁতো লাহে লাহে কমি যায়, কিন্তু এই সাহিত্য সুখ সকলোৱে ভোগ কৰিবলৈ নাপায়। আগেয়ে কিছু জ্ঞান আৰ্জ্জিনললে সাহিত্যৰ ৰস পোৱা বৰ টান। সেই দেখিয়ে মূৰ্খ আৰু অসভ্য জাতিবোৰে সাহিত্যৰ-মোল নাপায়, আন কি, সাহিত্য বুলিবলৈ বস্তু এটাই সিহঁতৰ নাই। জ্ঞান সাহিত্য সুখৰ মূল। জ্ঞানৰ ৰশ্মিয়ে মন পোহৰ নকৰিলে সাহিত্যৰ অসীম ৰূপৰ অলপো দেখিবলৈ নাপায়। এই জ্ঞান কেৱল লিখা পঢ়া শিকিলেই হয়, এনে বুলি ভবা অনুচিত। অনেক মানুহ আছে, তেওঁলোকে লেখা-পঢ়া জানে আৰু টান টান পুথিৰ অৰ্থও নিমিষতে কৈ দিব পাৰে, তেও সাহিত্যৰ ৰস বুজিবলৈ টান পায়। এই কথাটো প্ৰথমতে আচৰিত যেন লাগিব পাৰে, কিন্তু অলপ গমি চালে দেখা যায়, যে যি জ্ঞানৰ বলত সাহিত্যৰ ৰস বুজিব পাৰি, সি লিখা-পঢ়া শিকিলেই হোৱা বস্তু নহয়। তাৰ নিমিত্তে বেলেগে পুৰুষাৰ্থ কৰিব লাগে, তেহে সেই জ্ঞান লাভ কৰিব পাৰি। নীতি-বিজ্ঞান, মনো-বিজ্ঞান বা গণিত ইত্যাদি শাস্ত্ৰত বৰ পাৰ্গতালি লাভ কৰিলেও সাহিত্যৰ একো নাজানিব পাৰে। কিয়নো, মনো-বিজ্ঞান শিকোঁতে সাহিত্য শিকা নহয়।

এই জ্ঞান যে দুৰ্লভ এনে নহয়। আন কথা শিকিবলৈ যিমান দুখ কৰিব লাগে, সাহিত্য বোধকৰোঁ তাতকৈ অলপ শ্ৰমতে শিকিব পৰা যায়। যেতিয়া মানুহে লিখা-পঢ়া আৰম্ভ কৰে, তেতিয়াৰ পৰা সাহিত্যৰ ফাললৈকো চকু দিব লাগে।

সদাই তাত মন দিলেহে, পিছে উপকাৰ পোৱা যায়। যদি সৰুৰে পৰা সাহিত্যৰ লগত একো সম্বন্ধ নাৰাখা, তেন্তে ডাঙ্গৰ হলে তাৰ ৰস কেনেকৈ বুজিবা? একেই সাহিত্য এটা জটিল বিষয়, তাতে যদি আৰম্ভৰে পৰা তাক হেলা কৰা যায়, তেনেহলে পিচে তাৰ সোৱাদ পোৱা বৰ অসম্ভৱ। কিন্তু নিচেই সৰুতে সাহিত্য শিকিবলৈ ধৰাও উচিত নহয়, কিয়নো তেতিয়া সিহঁতে বহুত কথাৰ অৰ্থকে বুজি নাপায় আৰু অৰ্থ বুজি পালেও কথাৰ ভিতৰ সোমাই তাৰ সাৰ বিচাৰি উলিয়াব নোৱাৰে। যেতিয়া বুদ্ধি পুৰঠ হয়, জটিল কথাৰ আঁত বিচাৰি উলিয়াব পাৰে, আৰু নীৰস বিষয়তো লাগি থাকিবলৈ আমনি নলগা হয়, তেতিয়াহে সাহিত্যৰ ফাললৈ মন দিয়া যুগুত। সাহিত্যত এবাৰ মন বহিলে আৰু শঙ্কা নাই। তাৰ সোৱাদ এবাৰ পালে পাহৰিব নোৱাৰি। সেই দেখিহে এজন কবিয়ে ঈশ্বৰত খাটিছিল, তেওঁক যেন এই পৃথিবীত আকৌ জনম দিয়ে; আকৌ যেন তেওঁ সাহিত্য সুধা পান কৰিবলৈ পায়।

সাহিত্যৰ সোৱাদ আন বিলাক মিঠা বস্তুৰ দৰে নহয়। আন আন বস্তুৰ সোৱাদ জিভাৰে পাওঁ আন বস্তুৰ ৰূপ চকুৰে দেখোঁ। • কিন্তু সাহিত্যৰ সোৱাদ মুখৰ জিভাৰে নাপায়; তাক মনেৰে চাকিব লাগে, তেহে তাৰ ৰূপ বা সোৱাদৰ গম পোৱা যায়। সেই দেখি জিভা নোহোৱা মানুহেও সাহিত্যৰ ৰকম বুজিব পাৰে। কণাইও তাৰ ৰূপ দেখি ভোল যায়। সাহিত্য সম্ভোগৰ নিমিত্তে, বহুত ধন বিতো খৰচ কৰিব নালাগে বা দেশ এৰি বিদেশলৈকো যাব নালাগে; ঘৰতে বহি সেই পবিত্ৰ সুখ ভোগ কৰিব পাৰি। আন সুখৰ অন্তত কেতিয়াবা দুখ মিলে, কিন্তু সাহিত্যৰ পৰা যি আনন্দ পোৱা যায়, তাত বিষাদৰ অলপো মিহলি নাই। সাহিত্য কেৱল সুখৰ ভৰাঁল। নন্দন কাননত যেনেকৈ দেৱতা সকলে অমৃত পান কৰি সকলো দুখ পাহৰে, সেই দৰে জ্ঞানী মানুহে সাহিত্য পঢ়ি বা সমালোচনা কৰি সংসাৰৰ চিন্তা পাহৰে, আৰু পৰম হৰিষে কাল নিয়ায়। জ্ঞানী লোকৰ পক্ষে সাহিত্য জিৰণি লোৱা ঠাই। আনবিলাক মানুহৰ যেতিয়া গৃহকৰ্ম্ম কৰি ভাগৰ লাগে, তেতিয়া তেওঁলোকে গীত, বাজনা বা আন কোনো ক্ষণস্থায়ী সুখৰ আশ্ৰয় লয়। কিন্তু জ্ঞানী লোকৰ ভাগৰ লাগিলে, সাহিত্য ৰূপ বিলাস বনত সোমাই, তাৰ নানা বিধ শোভা চাই চাই ভাগৰ পাহৰে। এই পৱিত্ৰ সুখ লভিবলৈ সকলোৱে যত্ন কৰা উচিত। কোন বাটে গলে এই সুখ লাভ কৰিব পাৰি তাক আমি ক্ৰমে দেখুৱাম। সম্প্ৰতি সাহিত্য কি বস্তু, কিহকনো সাহিত্য বোলে, তাৰ লক্ষণ কেনে, কোনে কি বস্তুৰে সাজিলে, কেতিয়া হল, আগেয়ে কেনে আছিল, এতিয়া কেনে হৈছে, আৰু

আন কিহৰ লগত সাহিত্যৰ বিশেষ সমন্ধ আছে, জয় জয়তে এই কেটা কথা ভালকৈ বিচাৰি চাব লাগিব। তেহে আমি সাহিত্যৰ ওচৰ চাপিব পাৰিম।

সংসাৰৰ সকলো প্ৰাণীতকৈ যে মানুহে ইমান বেচি উন্নতি কৰিছে, তাৰ কাৰণ এই, যে সিহঁতে নিজৰ মনৰ ভাব আনক ভাঙ্গি কব পাৰে। এটা মানুহে নিজ বুদ্ধিৰে যি শিকে তাক, তাৰ লগৰীয়া বিলাকক বুজাই কব পাৰে। এই ক্ষমতা নথকা হেঁতেন মানুহে কেতিয়াও ইমান খিনি উন্নতি কৰিব নোৱাৰে! যেয়ে যি শিকে, সি তাৰ লগতে লোপ হল হেঁতেন। এতিয়া সেই ক্ষমতাৰ গুণত আমি আনে শিকা বা উলিওৱা কথাৰ পৰা উপকাৰ পাওঁহঁক। যি উপায়ৰ দ্বাৰাই এজনৰ মনৰ ভাব আন এজনক প্ৰকাশকৈ কব পৰা যায়, সেই উপায়ৰ নাম ভাষা। ভাষা কেনেকৈ হল, তাক কোনে সাজিলে, এই বোৰ কথা আমাক এতিয়া নালাগে। সম্প্ৰতি ইয়াকে জানি থলেই হব, যে আমি ভাষাৰ গুণতহে অন্য জীৱ-জন্তুতকৈ বেচি উন্নতি লাভ কৰিব পাৰিছোঁ। এই ভাষাৰ দ্বাৰাই আমাৰ মনৰ ভাব ব্যক্ত কৰোঁ। এই ভাষাৰেইহে আমি পৃথিবীত সবাতকৈ শ্ৰেষ্ঠ। কিন্তু অকল ভাষাই আমাৰ ইমান উপকাৰ সাধিব নোৱাৰিলে হেঁতেন। যেতিয়া মানুহে লিখিব নাজানিছিল, যেতিয়া কাপৰ ব্যৱহাৰ পৃথিবীত নাছিল, সেই সময়ত ভাষাৰো বৰ আদৰ নাছিল। ভাষা যে ইমান গুণৱতী হল, ই কেৱল লিখাৰ বলতহে। মানুহে বুদ্ধিৰে উলিওৱা কথা লিখি থবলৈ এইটো উপায় নথকা হেঁতেন, ভাষাৰ পৰা আমি ইমান উপকাৰ কেতিয়াও নাপাওঁ।

মানুহে যেতিয়াৰ পৰা কথা লিখিবলৈ ধৰিলে, সেই দিনৰ পৰা সাহিত্যৰ স্থষ্টি হল বুলি ধৰিব পাৰি। ভাষা লিখিলেই সাহিত্য নাম পায়। ভাষা আৰু সাহিত্যৰ ভিতৰত ইমান মিল, যে সময়ে সময়ে কোনটো কি বাছি উলিয়াবলৈকে টান হৈ পৰে। কিন্তু এই কথাৰ পৰা এনে ভাবি লোৱা উচিত নহয়, যে ভাষা আৰু সাহিত্য একে। সিহঁত আকাৰে প্ৰকাৰে একে ৰকম হলেও, দুইও বেলেগ বেলেগ বস্তু। সিহঁতৰ গুণ বেলেগ, লক্ষণ বেলেগ, আৰু নামো স্বকীয়া। কিছুমান কথাত যদিও দুইৰো বৰ মিল দেখা যায়, কিছুমান কথাত আকৌ ইমান অমিল, যে সিহঁতৰ ভিতৰত একো সম্বন্ধই নাই বুলিব পাৰি। প্ৰথমতে চোৱাঁ ভাষা কেৱল এটা নাম মাথোন। ভাব প্ৰকাশ কৰিবলৈ মানুহে মুখেৰে নানা প্ৰকাৰ শব্দ কৰে। তাৰ একোটা শব্দৰ নাম আখৰ। আখৰৰ এটা বা কেই-বাটাও গোট খাই এটা বস্তুৰ নাম হয়। এই নামবোৰ যেতিয়া মানুহে মনৰ ভাব প্ৰকাশ কৰিবলৈ উচ্চাৰণ কৰে, তেতিয়া তাকে ভাষা বোলে। কিন্তু সাহিত্য

কাপ-কাকতেৰে গঢ়া বস্তু। মানুহে লিখিবলৈ শিকাৰ আগেয়েও ভাষা আছিল, আৰু এতিয়াও আছে। কিন্তু সাহিত্য আগেয়ে নাছিল। ভাষাৰ আদখিনি ঈশ্বৰে আৰু আদখিনি মানুহে কৰা, কিন্তু সাহিত্য হলে সৰ্ব্বাংশে মানুহৰ হাতে গঢ়া বস্তু। সাহিত্য আৰু ভাষাৰ ভিতৰত যে কেৱল এই খিনিহে অমিল এনে বুলি ভবা উচিত নহয়। ৰাতি আৰু দিনৰ যেনে প্ৰভেদ, সিহঁতৰ ভিতৰত প্ৰায় সিমানেই প্ৰভেদ। মিল কেৱল একে ঠাইত মাথোন দেখা যায়। আগত কৈ অহা হৈছে যে নানাবিধ শব্দ গোট খুৱাই একেঠাই কৰি এটা ভাব প্ৰকাশ কৰাৰ নাম ভাষা। এতেকে ভাষা শব্দ মূলক, অৰ্থাৎ শব্দ নহলে ভাষাৰ সৃষ্টি হব নোৱাৰে। যদি কাহানিবা মানুহে শব্দ এটাইবোৰ পাহৰি যায়, তেন্তে সেই দিনাই ভাষাৰো মূৰ মৰিব। সাহিত্যও প্ৰায় তেনেকুৱা। কিছুমান শব্দ লগ কৰি এটা কথা লিখিলেই সাহিত্য হয়। এতেকে সাহিত্যকো ভাষাৰ নিচিনা শব্দৰ সমষ্টি বা পুঞ্জ বুলিব পাৰি। এই ঠাইতে ইহঁত দুইবো বৰ মিল দেখা যায়। ইয়াত বাজে এহেলৈ যতে ধৰা ততে সিহঁত বেলেগ। ইহঁত দুইৰো ভিতৰত কত কত মিল আৰু কত অমিল ভালকৈ বুজি নললে সাহিত্য শিকাত বহুত বিঘিনি জন্মিব পাৰে। কিয়নো, আমি আদিতে কৈছোঁ, যে কেতবিলাক মানুহে ভাষা শিকে হয়, তেও সাহিত্যৰ ৰস নাপায়। ভাষা ওপৰতে থকা বস্তু, চকু ফুৰালেই তাক দেখা যায়। যেয়ে আখৰ চিনে, আৰু শব্দৰ অৰ্থ জানে, সেয়ে ভাষা দেখা পায়, আৰু শিকিব পাৰে; কিন্তু সাহিত্য তেনেকুৱা নহয়। তাক ভাষাৰ মাজৰ পৰা চালি-জাৰি উলিয়ালেহে পোৱা যায়। সি ভাষাৰ তলত ঢাক খাই থাকে। বিচাৰি উলিয়ালেহে ওলায়। ভাষা এটা বস্তু, সাহিত্য তাৰ ৰূপ, ভাষা শৰীৰ সাহিত্য আত্মা, বা ভাষা পদাৰ্থ, সাহিত্য তাৰ গুণ। নাইবা, এইদৰেও ধৰিব পৰা যায়, যে ভাষা এটা ফুল, সাহিত্য তাৰ গোন্ধ, ভাষা মাটি কঁঠাল সাহিত্য তাৰ সোৱাদ।

এই দৰে ভাষাৰ মাজৰ পৰা সাহিত্য বিচাৰি উলিওৱাকে সাহিত্য শিক্ষা বোলে। এই শিক্ষা অৱশ্য অতি টান কাম, অলপ শ্ৰম কৰি সাধিব নোৱাৰি। গুৰিৰ পৰা লাহে লাহে অভ্যাস নকৰিলে একে দিনে যে সাহিত্যৰ ৰস বুজা হব পাৰি, এনে কথা কেতিয়াও মনত ঠাই নিদিবা। এই কাম কৰিবলৈ যে কতবা কিছুমান নিয়ম আছে এনে নহয়। নিয়ম থকা হেঁতেন ই ইমান টান হবই নোৱাৰে। যি যি কামৰ নিয়ম বন্ধা আছে, অৰ্থাৎ নিয়ম অনুসৰি চলিলেই যি কাম সিদ্ধ হয়, তাক টান কাম বুলিব নোৱাৰি। কিয়নো, নিয়ম হাজাৰ টান হলেও, মানুহে পুৰুষাৰ্থ কিৰ তাক বুজিব পাৰে; আৰু সেই দৰে চলিব পাৰে। যিবোৰ কামৰ একো

নিয়ম নাই সেই বোৰেহে আচলতে টান। এই দেখি সাহিত্য শিক্ষা সুৱলা কৰিবলৈ একো উপায় দিব নোৱাৰি। যি তাক শিকিব খোজে তেওঁ কিছুমান দিন মন দি ধৰিলেই আপোনা আপুনি বহুত উপায় ওলাই পৰিব। ইয়াত শিকোঁতাৰ সহায় কৰিবৰ নিমিত্তে আমি স্থূল স্থূল দুই চাইটা কথা উনুকিয়াম। এই আহি অনুসৰি কাম কৰিলে যে কিছু উপকাৰ হব, তাত আমাৰ এক ধনিষ্ঠাও সন্দেহ নাই।

পৃথিবীত যত বস্তু আছে, তাৰ সকলোৰে দুই পিঠি। কথাৰো ভাব ঠিক এনেকুৱা। এটা লিখা প্ৰৱন্ধৰ দুটা পিঠি, তাৰে এপিঠিৰ নাম কথা বা শুদ্ধ ভাষা আৰু আনটো পিঠিৰ নাম সাহিত্য। যেতিয়া আমি প্ৰৱন্ধত কোৱা কথা কেটালৈ মাথোন মন কৰোঁ অৰ্থাৎ লিখকে যি ভাব প্ৰকাশ কৰে, তাত মাথোন মন দিওঁ, তেতিয়া আমাৰ চকু কেৱল ভাষাতহে থাকে। কিন্তু যদি তাক এৰি বা তাত বাজেও লিখকৰ লিখাৰ ধৰণলৈ চাওঁ অৰ্থাৎ লিখকে কেনেকৈ মনৰ ভাব প্ৰকাশ কৰিছে, তেওঁ কি কি শব্দ ব্যৱহাৰ কৰিছে, কি উপমাৰে বুজাইছে, আৰু কেনে ভাৱত লিখিছে, এই বোৰ কথালৈ মন দিয়া যায়, তেন্তে সেই প্ৰৱন্ধৰ তেতিয়া সাহিত্য বিচৰা হয়। মুঠতে কব লাগিলে লিখকে যি কয় তালৈ মন কৰিলে ভাষা আৰু যেনেকে কৈছে তালৈ মন কৰিলে সাহিত্য বিচাৰ কৰা হয়। যি মানুহে, প্ৰৱন্ধত কোৱা কথা অৰ্থাৎ বাতৰিটো মাথোন বিচাৰে তেওঁ সেই প্ৰৱন্ধৰ সাহিত্য নেদেখে। সাহিত্য বিচৰা মানুহে প্ৰবন্ধত থকা উপমাৰ মিল, শব্দৰ পাতনি ভাৱৰ গাঁথনি, আৰু লিখাৰ প্ৰণালীলৈ মন কৰে। এটি উদাহৰণ দিও চোৱাঁ। "ঈশ্বৰ দয়াৰ সাগৰ" এই এটা বাক্য। এতিয়া আমি যদি বাক্যটো পঢ়ি ইয়াকে বুজি থওঁ যে 'ঈশ্বৰ বৰ দয়ালু' তেনেহলে আমি তাৰ ভাষাতহে মন দিলোঁ। কিন্তু যদি এই দৰে ভবা যায়, যে এই ঠাইত ঈশ্বৰ নিদি পৰমেশ্বৰ লিখা হেঁতেন শুনিবলৈ ভাল হল হেঁতেন, বা ঈশ্বৰ শব্দটোৱে এই ঠাইত সুন্দৰ ৰূপে খাই পৰিছে, আন শব্দ দিলে বেয়া হব, তেনেহলে আমি তেতিয়া বাক্যটোৰ ভাষা বিচৰা নাই, আমাৰ মন তাৰ সাহিত্যতহে আছে। আৰু এই দৰেও ভাবি চাব পাৰি, যে ঈশ্বৰক দয়াৰ সাগৰ নুবুলি দয়া-তৰঙ্গিণী বা দয়াকুপ বোলা ভাল আছিল; বা দয়াকূপ বুলিলে নিমিলে, কিয়নো ঈশ্বৰ সৰ্ব্বব্যাপী, এতেকে দয়ানদী বোলা যাওক, বা এই শব্দটো শুনিবলৈ কৰ্কশ, এতেকে দয়াতৰঙ্গিনী বোলা ভাল; এনেকুৱা বোৰ কথালৈ মন কৰিলে সাহিত্য বিচাৰ কৰা হয়।

এতিয়া সুন্দৰৰূপে বুজিব পাৰি, যে সাহিত্য কেৱল ভাষাৰ অলঙ্কাৰ মাথোন। এই অলঙ্কাৰ বোৰ গুচাই যদি ভাষাক একেবাৰে উভ নাঙটা কৰা যায়, তেন্তে তাৰ

এই ৰূপ নাথাকে। কিন্তু ভাষাক একেবাৰে নিৰলঙ্কাৰ কৰা অতি দুষ্কৰ। তাক বেয়া সাজ পিন্ধাই দেখিবলৈ কুৎচিৎ কৰিব পাৰি। কিন্তু সমূলি নাঙট কৰিবলৈ টান। কিয়নো শব্দই ভাষাৰ অলঙ্কাৰ, আৰু আগত কোৱা হৈছে, যে শব্দই তাৰ মূল। যদি শব্দ আটাই বিলাক কাঢ়ি নিয়া যায়, তেন্তে ভাষাই নাথাকে। ভাষাক শুৱনী কৰিবলৈ মানুহে নানাবিধ অলঙ্কাৰ পিন্ধায়। কেৱল ভাষাই মানুহৰ মন টানিব নোৱাৰে। বেয়াকৈ লিখা পুথি পঢ়িবলৈ কাৰো মন নাযায়, তেনেকুৱা পুথি এবাৰ পঢ়ি চালেই ডুনাই মেলিবলৈ বেয়ালাগে। কিন্তু ভাল বছা শব্দ, সুন্দৰ উপমা, বা নতুন মনোহৰ ভাবেৰে সজাই পুথি লিখিলে তাক সকলোৱে আদৰ কৰে। তাক এবাৰ পঢ়িলে আকৌ পঢ়িবলৈ মন যায়। কালিদাসে শকুন্তলা লিখিবৰ আজি কত যুগ হল, তেও সেই শকুন্তলা পঢ়ি মানুহে আজিলৈকে ৰস পায়, আজিও সকলোৱে তাক আদৰ কৰি ৰাখে, হেঁপাহ্ কৰি পঢ়ে। ইয়াৰ কাৰণ এই যে শকুন্তলা বত্ৰিশ অলঙ্কাৰে বিভূষিতা। তাক পঢ়িলেই মানুহৰ মন মোহে। যি সাহিত্যৰ ৰস বুজা মানুহে এবাৰ শকুন্তলা পঢ়ি চাইছে, সি কেতিয়াও তাক পাহৰিব নোৱাৰে।

যদিও অলঙ্কাৰে সাহিত্যৰ ইমান উপকাৰ কৰে, তাৰ পৰা যে কিছু কিছু অপকাৰ হোৱা নাই এনে নহয়। অলঙ্কাৰ লগাওঁতে দুই চাইটা নলগা শব্দ বা উপৰুৱা ভাব ব্যৱহাৰ কৰিব লগাত পৰে। যি কথা আচলতে নাই তাকো কেতিয়াবা আছে বুলি কব লাগে। পাচে, যি মানুহে পঢ়ে তেওঁ অলঙ্কাৰৰ কথাখিনিকো সঁচা বুলি ধৰি থয়। সাহিত্যৰ ভিতৰত যদি কিবা ঘুণ আছে, সি শব্দৰ আৰু ভাবৰ বহুলতাইহে। বহুলতাই অনেক মানুহৰ ভ্ৰম জন্মায়। এই নিমিত্তেহে বোধ কৰোঁ মূলতে মিছা কথাতো মানুহৰ অটল বিশ্বাস দেখা যায়। মানুহে এই কথাটো ভাবি নাচায়, যে কোনো এটা বস্তুৰ বৰ্ণনা কৰিব লাগিলে, আৰু সেই বৰ্ণনা যদি ধুনীয়া কৰিব খোজা যায়, তেনেহলে মাজে মাজে দুই এটা বিশেষণ ব্যৱহাৰ কৰিব লগা হয়। সেই বিশেষণ বোৰৰ ভাব নানাপ্ৰকাৰৰ হব পাৰে। বিবেচনা কৰা, তুমি এজোপা গছ বৰ্ণাবা, সেই গছৰ ডাল বোৰ বৰ দীঘল। পিচে বৰ্ণনাত তুমি লিখিব লাগিব যে তাৰ ডালবোৰ সুদীৰ্ঘ বা অতিশয় দীঘল আছিল। বৰ দীঘল বুজাবলৈ যি দুটা বিশেষণ ইয়াত ব্যৱহাৰ কৰা হল, তাক দেখোঁতে সিমান জটিল বা দ্ব্যৰ্থ যুক্ত যেন নেদেখা হয়, কিন্তু অৰ্থ ভাঙ্গিবৰ সময়ত তাৰ কেইবাটাও অৰ্থ ওলায়। সুদীৰ্ঘ বুলিলে কেবল নিয়মিত ৰূপ দীঘলহে বুজায় যে এনে নহয়, অস্বাভাবিক দীঘলো বুজাব পাৰে। সচৰাচৰ গছৰ ডাল যিমান দীঘল হয়, সিমান দীঘল হলেও সুদীৰ্ঘ বুলিব পাৰি, আৰু অদ্ভুত দীঘল হলেও সুদীৰ্ঘ বুলিব পাৰি।

এই দুটা অৰ্থৰ কোনটো সঁচা বুলি লব লাগিব তাক ঠাৱৰকৈ কোৱা টান। কিন্তু সেই বুলি মানুহে বৰ্ণনাৰ আচল ভাবটো ধৰিব নোৱাৰে নে? অৱশ্য পাৰে। সুদীৰ্ঘ বা অতিশয় দীঘল বুলিলে এনে বুজা যুগুত যে সচৰাচৰ গছৰ ডাল যিমান দীঘল হয়, এই জোপা গছৰ ডালো সিমানেই দীঘল আছিল। কোনো এটা কথা লিখিব লাগিলে কিছু বঢ়াই নেলেখিলে নহয়; নাইবা বৰ্ণনাৰ ৰস নাইকিয়া হৈ পৰে। সেই গছ জোপাৰ ডালকেটা বৰ্ণাওঁতে যদি সুদীৰ্ঘ নুবুলি এশ বা ডেৰশ হাত বুলি আচল জোখটো দিয়া যায়, তেনেহলে প্ৰৱন্ধৰ ভাষা সুললিত নহব পাৰে, বা আন কোনো প্ৰকাৰে বেয়া হব পাৰে। এই কথাটো মানুহে গমি নাচায়। বৰ্ণনাত যি পায় তাকে বিশ্বাস কৰে। ৰামায়ণত কয় যে হনুমন্তে হেনো নোমে নোমে একোখন পৰ্ব্বত বান্ধিলৈ জঁপিয়াইছিল, এই কথাটো কেৱল ভাবৰ বহুলতা মাথোন। ইয়াৰ দ্বাৰাই কবিয়ে দেখাইছে, যে হনুমন্ত বৰ বলবান আছিল, তেওঁ বৃহৎ বৃহৎ পৰ্ব্বতকো তৃণ যেন দেখিছিল। আচলতে যে হনুমন্তে দহ হাজাৰ পৰ্ব্বত গাত বান্ধিলৈ জঁাপ মাৰিছিল এনে কথা নহয়। ৰামায়ণ আৰু মহাভাৰতত এনেকুৱা শব্দ আৰু ভাৱৰ আধিক্য অনেক পোৱা যায়। আন আন পুথিতো আছে হয়, কিন্তু পৰিমাণে ইমান নহয়। এই দুই পুথিত কথাবোৰ ইমান বঢ়াই লিখেছে যে তাৰ পৰা আচল সাৰ কথাখিনি বাছি উলিওৱা বৰ টান হৈ পৰিছে। পৃথিবীত আন যি বিলাক জাতি আছে তেওঁলোকৰ সাহিত্যতো এই দোষ বা দোষযুক্ত অলঙ্কাৰ আছে; কিন্তু হিন্দু, গ্ৰীক আৰু মুছলমানৰ সাহিত্যত বৰ বেচি পৰিমাণে দেখা যায়। আন জাতিৰ লিখকে যদি একক চাৰি কৰে, হিন্দু আৰু মুছলমানে তাক চাৰি হাজাৰ নকৰে মানে নেৰে। এই দোষ অৱশ্য একেবাৰে গুচাব নোৱাৰি, কিয়নো ই সাহিত্যৰ এবিধ অলঙ্কাৰ। কিন্তু বহুতকৈ এনেকুৱা অলঙ্কাৰ লগালে ভাষা শুৱনী নহৈ কদাকাৰহে হয়।

ভাষাক অলঙ্কাৰ পিন্ধাব খোঁজোতে কেতিয়াবা মিছা কথাও কব লগীয়া হয়, অৰ্থাৎ যি বস্তুটো বা গুণটো নাই তাকো আছে বুলি কব লগাত পৰে। এই দোষটো প্ৰায় আখৰ মিলাওঁতে বা শুনিবলৈ সুললিত কৰোঁতেহে হয়। এটা শব্দৰ নিচিনা আন এটা শব্দ লগাওঁতে লিখকে দুই চাইটা মিছা কথা লিখে। বিবেচনা কৰাঁ, এজন লিখকে এটা মানুহক উত্ৰাৱল বুলি বৰ্ণাব, কিন্তু উত্তাৱল শব্দটোৰ দৰে আৰু দুই চাইটা শব্দ আছে; যেনে উগ্ৰ, উষ্ণ, বা উটনুৱা। পিচে লিখকে যেতিয়া উত্ৰাৱল শব্দটো লিখে তেতিয়া ভাষা সুশ্ৰাব্য কৰিবৰ মনেৰে উগ্ৰ বা উটনুৱা কথাও লিখি পেলায়। লিখকে জানিব পাৰে, যে উত্ৰাৱল মানুহজন উগ্ৰ বা উটনুৱা নাছিল,

তেওঁ দুয়োটা শব্দ একে লগে লিখিলে শুনিবলৈ ভাল হয় দেখি তেওঁ অৰ্থলৈ বৰ কাণ নকৰে। এনেকুৱা কথা সকলো প্ৰবন্ধতে পোৱা যায়। ইও সাহিত্যৰ এবিধ অলঙ্কাৰ, এতেকে এই দোষ গুচাবৰ একো উপায় নাই।

ভালকৈ গমি চালে দেখা যায়, যে কথা লিখি উলিয়ালে তাৰ গঢ় আগৰ দৰে নাথাকে। মানুহৰ মুখৰ পৰা গৈ কাপৰ মুখত পৰিলেই মূৰ্ত্তি বেলেগ হয়। কদাকাৰ বস্তু শুৱনি হৈ পৰে, মিছাকো সঁচা যেন লাগে। ইয়াৰ কাৰণ এক প্ৰকাৰ আগেয়েই কোৱা হৈছে। বাঢ়ৈ আৰু খনিকৰে যেনেকৈ সাধাৰণ কাঠ বা মাটি এডোখৰকে সুন্দৰকৈ চাঁচি কাটি তাৰ ওপৰত ধুনীয়া ৰহন লগাই চিক্‌চিকীয়া কৰি পেলায় সেই দৰে লিখকেও এটা অতি সামান্য বস্তুকে সুন্দৰ সুন্দৰ শব্দ আৰু উপমা যোজনা দি সজাই এনে শুৱনি কৰিব পাৰে যে, তাক আগৰ সেই সামান্য বস্তুটো বুলি চিনিবই নোৱাৰি। এই দেখিহে কিতাপত পঢ়া ঠাইবোৰ বা মানুহ বিলাকক চাবৰ মন যায়। যি এবাৰ কাদম্বৰী বা শকুন্তলা পঢ়িছে, তাৰ মনত সদাই এনে ইচ্ছা যে পুনৰাই সেই দিন উলটি আহক, পুনৰপি যেন অৰণ্যৰ মাজত সেই দৰে মুনিৰ আশ্ৰম দেখিবলৈ পাব। মহাভাৰতত নৈমিষাৰণ্যৰ কথা পঢ়ি এনে বোধ হয় যে সেই হাবি স্বৰ্গৰ নিচিনা সুখময়, মহা পবিত্ৰ ঠাই। কিন্তু যদি সেই ঠাইবোৰ চাবলৈ যোৱা যায়, তেন্তে দেখিবা যে কিতাপত পঢ়ি যেনে লাগিছিল আচলতে তেনেকুৱা নহয়। আমি থকা ঠাইবোৰ যেনেকুৱা সিও প্ৰায় তেনেকুৱা, অলপহে যদি প্ৰভেদ ওলায়। এই এটাইবোৰ কবিৰ কাপৰ গুণ।

সাহিত্যৰ সাধাৰণ লক্ষণ কেনেকুৱা তাক কৈ এটালোঁ। বোধ কৰোঁ এতিয়া ওপৰৰ আলোচনা পঢ়িলে সাহিত্য কিহক বোলে অনায়াসে কব পৰা যায়। কিন্তু এতিয়াও এটা কথা বাকী। সাহিত্য হবৰ দিন ধৰি আজিলৈকে একে দৰে আছেনে, বেলেগ হৈছে তাৰ কথা মুঠে কোৱা নাই। আজি কালি যদি সাহিত্য কিছু বেলেগ হৈছে, তেনেহলে আদিতে কেনেকুৱা আছিল আৰু এতিয়ানো তাৰ ৰূপ কেনে হৈছে, এই কেটা কথাৰ মীমাংসা হলেই সাহিত্যৰ সাধাৰণ অৱস্থা ওৰ পৰে।

সকলো বস্তুৰ যে পৰিবৰ্ত্তন আছে এই কথা সকলোৱে জানে। পৃথিবীৰ ভিতৰত এনে একো বস্তু নাই যি আদিৰে পৰা আজিলৈকে একে দৰে আছে। সাহিত্যৰো সেই দৰে সময়ৰ লগে লগে গঢ় লৰিবই লাগিছে। আদিতে যেনেকুৱা আছিল এতিয়া তেনে নহয়; ইয়াৰ প্ৰকাৰ আজি কালি বেলেগ হৈছে। আগৰ

লিখক বিলাকে নামৰ আগত বিশেষণ গোটাচেৰেক সহৰকৈ দিব পাৰিলেই পণ্ডিতালি কৰা হয় যেন জ্ঞান কৰিছিল। পুৰণি ফলিবোৰত আৰু শীলত লেখা কথা পঢ়িলে শাৰী শাৰী কেৱল বিশেষণকে পোৱা যায়। তাৰ পৰা আচল সাৰখিনি বিচাৰিলোৱাই টান। কৰ্ত্তা কৰ্ম্ম কৰবাত পৰি থাকে, পঢ়োতাই পুৰুষাৰ্থ কৰিহে সিহঁতক বিচাৰি পায়। একোটা প্ৰবন্ধত কথা এধানমান, কিন্তু তাকে বিশেষণ লগাই লগাই বৃহৎ কৰে। এই দোষ আধুনিক লিখকৰ নাই। অজি কালি এঠাইত দুটা বা তিনিটাতকৈ বেচি বিশেষণ ব্যৱহাৰ নকৰে। এতিয়াৰ সাহিত্যত কিন্তু উপমাৰ হ্ৰাস দেখা যায়। আগৰ লিখক বিলাকে যেনে সুন্দৰ সুন্দৰ উপমা দি কথা বুজাব পাৰিছিল, এতিয়া তেনেকুৱা উপমা অতি কম। আগেয়ে কবি সকলে আচল কথা ভাঙ্গি নকৈছিল, কেৱল উপমাৰেই ভাব প্ৰকাশ কৰিছিল। এতিয়াৰ মানুহে উপমা এৰি কথাত ধৰিছে, কথাৰেই সকলো বিষয় বুজাই দিয়ে। আমাৰ বিবেচনা মতে আগৰ লিখক বিলাকৰ আৰু এটা দোষ আছিল। তেওঁলোকে চলিত ভাষাৰে কথা লিখিবলৈ ঘিণাইছিল। মানুহে সদাই যিবোৰ শব্দেৰে কথা বাৰ্ত্তা কয়, সেই বোৰ শব্দ সিবিলাকে ব্যৱহাৰ কৰিবলৈ কিছু বেয়া পাইছিল যেন বোধ হয়। ইয়াৰ ফল হৈছিল এই, যে সাধাৰণ মানুহে অৰ্থাৎ অলপ লিখা পঢ়া জনা মানুহে পণ্ডিতে লিখা কথা বুজিব নোৱাৰিছিল। এই দোষে আজি কালি কেৱল সংস্কৃত জনা পণ্ডিৎ বিলাকক চুইছে। তেওঁলোকে চুটি সৰু শব্দেৰে কথা লিখিবলৈ বেয়া পায়। লাহে লাহে এইবোৰ দোষ উঠি যাব ধৰিছে, আৰু কিছুমান দিনৰ মূৰত বোধ কৰো মুঠে নাইকিয়া হব। এতিয়াৰ লিখকৰ বাক্যবোৰ চুটি চুটি; আগৰ নিচিনা আজি কালি কথা যোৰাই বাক্য দীঘল নকৰে। ইয়াতে আৰু এটা কথা কোৱা উচিত, যে দেশভেদে আৰু জাতি ভেদে সাহিত্যৰো লক্ষণৰ অলপ ব্যতিক্ৰম দেখিবলৈ পোৱা যায়। এই বিষয় আমি এতিয়া আলোচনা নকৰোঁ। সম্প্ৰতি সাহিত্য, ভাগ ভাগ কৰি, তাৰ একো ভাগৰনো লক্ষণ কেনেকুৱা, এভাগৰ লগত আন ভাগৰ কি সম্বন্ধ আৰু সাহিত্যৰনো মুঠতে কেই ভাগ এইকেটা কথাৰ বিচাৰ কৰিব লাগিব। ইয়াৰ লগতে দেশ ভেদে সাহিত্যৰ লক্ষণ কেনে হয় তাকো দেখুউৱা যাব।

---

## শান্তি আৰু আশা।

হাঁয় হাঁয় হৰি হৰি,
ৰও মই কেনে কৰি ?
শান্তি বিনে এই ভব সাগৰ অপাৰে,
মোৰ জীৱ তৰণীৰ কোনে গুড়ি ধৰে ?
একে উথলিছে ঢৌ
কৰি শব্দ ৰৌ ৰৌ,
তাত গুৰিয়ালে হায় এৰি গল মোক।
ইযাত্ত কৈ আৰ কিবা আছে বৰ শোক !

অ শান্তি ! দয়া শীলা,
কত অন্তৰ্ধান হলা ?
দেখা দিয়া একবাৰ জীৱন জুড়াক।
তুমি দয়া নকৰিলে আঁৰু পাম কাক ?
তুমি মোৰ বল বুদ্ধি,
তুমি মোৰ সৰ্ব্বসিদ্ধি,
তুমি হোৱা একমাত্র কণাৰ লাখুটি,
তুমি বিনে হুব মোৰ পৰমায়ু চটি।

এই জীৱনত মোৰ,
কত দুখ তাপ ঘোৰ।
ঘটিছিল, তাৰ একো সীমা সংখ্যা নাই !
তেনে সময়তো তুমি ৰাখিছিলা আই ॥
কান্দিলে ওচৰে বসি
চকুৰ লো দিয়া মছি।
কৰা ঠিৰ কই মোক আশ্বাস বচন।
নেৰিছিলা দুঃখে সুখে মোক কদাচন।

আজি কি কৰিলোঁ দোষ ?
মোৰ প্ৰতি কৰি ৰোষ,

এৰি গলা নিৰাশ্ৰয় কৰি একেবাৰে।
তুমি বিনে জগতত কোন জীব পাৰে?
যাওক মোৰ ধন কড়ি,
যাওক পিতৃ মাতৃ মৰি,
ভাই, ভনী, সহায়, কুটুম্ব আদি যত,
তুমি থাকিলেই সুখ পাম মই কত!

নোখোজো নীতিৰ জ্ঞান,
নালাগে বিদ্যাৰ মান,
আৰু যত জগতৰ ভাল বস্তুচয়,
যদি আই তোমাৰ চৰণ পাও ময়।
বুজিছোঁ বুজিছোঁ আই,
ভৰসাৰ টেপ পায়,
আতৰিলা নিদাৰুণ হই মোক এৰি,
অপাৰ সাগৰ মাঝে নিঠৰুৱা কৰি।

বিশ্বাস ঘাতকী আশা!
দিলোঁ হৃদয়ত বাসা,
পূজিছিলো দিবা নিশি চৰণত পৰি,
তেও দুঃখ দিলে মোক হায় হৰি হৰি॥
নিজে গল, যক তাই,
তাত মোৰ শোক নাই
তোমাকো যে লই গল ভঙ্গাই ভুলাই,
সেই অনুতাপ মনে সহন নাযায়।

মোৰ আশা পিশাচনী
কুলটাৰ চুড়ামণি
মৰ দহি পুৰি, মোৰ শাপ অগনিত,
নাথাকোক যেন তোৰ নাম পৃথিবীত।
ইয়ালৈকে ভাঙ্গি ধন,
ইয়ালৈকে পুতি মন,

পূজা দিলোঁ তোক মই অতি যত্ন কৰি,
আৰাধিলো একচিত্তে আন কাম এৰি ?

ইয়ালৈকে পখালিলোঁ,
ইয়ালৈকে চুমা দিলোঁ,
দুঠেঙত তোৰ মই ভক্তি সহকাৰে,
তাৰ এই ফল মোক দিলি ভাৰে ভাৰে ?
খুৱালি গঞ্জনা ঘোৰ,
গৰিহণা মানুহৰ,
বুৰালি প্ৰাণক মোৰ লাজৰ সাগৰে.
অপমান অনুতাপ পাও ঘৰে পৰে।

ইমান যাতনা দিলি,
মনৰ উৎসাহ নিলি,
তেও তোৰ নাই সুখ কৰি লটি ঘটি,
শেষে কাঢ়ি নিলি মোৰ কণাৰ লাখুটি,
শুনা শুনা ভাইগণ !
আশাক নিদিবা মন।
সাক্ষাত সাপিনী তাই নাই দয়া লেশ।
ধৰি মাথোন ফুৰে তাই কৃপালুৰ ভেশ।
দেখিব সুন্দৰ অতি
জিনি লক্ষ্মী সৰস্বতী,
কিন্তু বিষ দিছে থই দাঁতৰ চুকত,
চল পালে নেৰে ভাই খুটিব বুকত।

---

## পূৰ্ণিমাৰ জোন।

আজি আকাশত মেঘৰ মাজত,
পূৰ্ণ জোন কাচি পাৰি,
নানা ভাব ধৰি, লাহে লাহে কৰি
দিছে দেখা হাঁহি মাৰি।

ধুন চাই চাই ধীৰে ধীৰে যায়
গড়াই পেলাইছে ভৰি,
এবাৰ ইফালে এবাৰ সিফালে,
চায় কেৰাকেৰী কৰি।

এবাৰ লাজত মেঘৰ আঁৰত
থাকে মুখ লুকুৱাই,
কিন্তু কিছু পিছে হাসিয়া হৰিষে
দিয়ে দেখা পুনৰাই।

একেতো শুৱনী জোন সুবদনী
ললিত বলিত গাৱ,
তাতে এই ৰূপ দেখুৱাব ৰূপ
কৰে না না ভঙ্গি ভাৱ।

এবাৰ ওলায় এবাৰ লুকায়
এবাৰ ভুমুকি মাৰে,
হাঁহি হাঁহি চকু ৰসে ভৰা বুকু
ধীৰে ধীৰে খোজ কাঢ়ে।

ৰূপৰ কিৰণ জুৰিছে গগন,
তেও আৰু আছে বাকী,
পাৰ কুল নাই দশো দিশে যায়,
আছে বসুমতী ঢাকি ॥

এক ৰতি তাৰে পায় অহঙ্কাৰে
যতেক গছৰ পাত,
চিকমিক কৰি ঠন ধৰি ধৰি
জিলিকিছে অসংখ্যাত।

যত পকি ঘৰে ঢক ঢক কৰে,
ধৰি অতি শুভ্ৰ বেশ,
যেন ৰজতৰ সেই একো ঘৰ
শোভাৰ নাহিক শেষ।

ভেঁট পুখুৰিত অতি হৰষিত
হাঁহে মুখ মেলি মেলি,
ভোমোৰা খকুৱা ৰাতি দুপৰীয়া,
পাতিছে ৰসৰ কেলি।

ধন্য ধন্য জোন আৰু আছে কোন
তোমাৰ সমান হয়,
ৰূপৰ ভণ্ডাৰ তুমি ব্ৰহ্মাণ্ডৰ
তুমিএহে সৰ্ব্বময়।

তুমিএহে দিয়া তুমিএহে নিয়া
তোমাৰ জহতে ফুল,
জকমক কৰি নানা বেশ ধৰি
কৰে মন বিয়াকুল।

আছে হয় আৰু দেখিবলৈ বাৰু,
নানা বস্তু পৃথিবীত,
কিন্তু শশধৰ তোমাৰ ৰূপৰ
নাই তুল কদাচিত।

আছে ইন্দ্ৰ ধনু বিতোপন তনু
নানা ৰাগে বিভূষিত
কিন্তু নিশাকৰ তোমাৰ কোষৰ
নোহোৱয় কদাচিত।

অতি বিনন্দীয়া বিজুলী অমিয়া
গাভৰু ছোৱালী আৰু,
ছৱালৰ হাঁহি পতুমৰ পাহি
দেখিব অৱশ্য বাৰু।

ই সবতো বাজে এই ধৰা মাজে
আছে বস্তু বহুতৰ,
যাৰ ৰূপ মন মোহে সৰ্ব্বক্ষণ
তোলে ঢৌ আনন্দৰ।

কিন্তু সুবদনী তুমি শিৰোমণি
তুমিহে সবাৰ ৰাণী,
ৰূপ আছে হয় কিন্তু নপাৰয়
তোমাৰ ঠেঁওৰ পানী।
গাভৰু জোনৰ মুখৰ পোহৰ
দেখি লাগে ৰঙ্গ যেনে,
কিহে দিব পাৰে ভুবন ভিতৰে
মনৰ আনন্দ তেনে।
মোৰ মনে কৰে নিতৌ এই দৰে
তোমাক দেখিব পাম,
সকলোকে এৰি নেত্ৰে ভৰি ভৰি
তোমাৰ ৰূপকে চাম।

---

## ধুমুহা বতাহ।

সবে চাৰি পৰ বেলি,
ক্ৰমে ক্ৰমে গল চলি,
সুৰুযে ধৰিলে ৰঙ্গা উৎপল বৰণ,
হিঙ্গুলীয়া হই গল পশ্চিম গগন।
জিলিকি গছৰ আগ,
ঘৰৰ ওপৰ ভাগ,
সোণবৰণীয়া ৰ'দে হই সুশোভিত;
দেখি মানুহৰ মন হল হৰষিত।

আন কথা পৰি হৰি
ক্ৰমে এটি দুটি কৰি,
প্ৰকৃতিৰ সুশীতল নিশ্বাস সেৱন
কৰিব ওলাই গল হই হৰ্ষ মন।

এনে সময়ত পিছে,
দেখা গল সেই দিশে,
কুলি কণি যেন কলা মেঘ এডুখৰি,
উঠে লাহে আপোনাৰ দেহক বিস্তাৰি।

খণ্ডে যেন ক্ষিপ্ত হুই,
মুখেৰে উগাৰে জুই,
গৰ্জ্জনৰ ছলে আৰু কৰে হুহুঙ্কাৰ,
আহিছে নিশ্চয় যেন নাশিব সংসাৰ।
প্ৰথমতে ক্ষুদ্ৰ কায়,
কিন্তু ক্ৰমে বাঢ়ি যায়,
নিমিষতে জুৰিলেক আকাশ গোটেই,
বানপানী পথাৰ বুৰায় যেনেকই।

তাৰ লগে লগে বাত,
লগাইলেক আহি মাত,
প্ৰথমতে গহীন গম্ভীৰ অতিশয়,
নিয়মিত বেগ ধৰি লাহে লাহে বয়।
মুহূৰ্ত্তেক পিছে তাৰ,
লগাই দিলে মহামাৰ,
মেঘ আৰু বিজুলীৰ সহযোগ পায়,
মাৰ মাৰ কৰি বায়ু দশোদিশে ধায়।

ডাৱৰৰ গৰগৰি,
বতাহৰ হৰহৰি,
বিজুলীৰ চিকিমিকি দীঘল দীঘল,
কৰিলে সকলো প্ৰাণী ভয়ত বিহ্বল।
ইতি মধ্যে বৰষুণ
সিয়ো অতি নিদাৰুণ।
মহাবেগে মেঘ এৰি পৃথিবীত পৰে;
কাৰো কাকুতি কাৰো কাণকে নকৰে।

মেঘে মাৰে ঢেৰেকনি,
ফাটি যায় কাণ শুনি
ধুমুহাৰ ধুমধুমি ধৰে তাতে তান,
নুশুনি নেদেখি একো উড়ি যায় প্ৰাণ।
নাই নাই কিছু পৰ,
তাৰ পিছে হৰ হৰ
কৰি আহি দিয়ে দেখা পৱন দেৱতা।
ভাঙ্গি ছিঙ্গি ঘৰ বাৰি গছ আৰু লতা।

মৰমৰ শব্দ হ'ল,
কাৰ ক'ত কি হ'ল,
কবকে নোৱাৰি একো চকুৰে নেদেখি,
অন্ধকাৰ ধোৱাময় দেখি দশোদিশি।
মেট মেট কৰে ঘৰে,
খুটা চতি ঘনে লৰে,
প্ৰাণৰ ভয়ত যত কুমাৰী ছোৱালী,—
খুটা ধৰি স্তুতি কৰে বায়ুৰাজ বুলি।

কথমপি বাজ হুই
চোতালত ফণি থই,
কৰে স্তুতি আৰাধনা কৰযোৰ কৰি,
এৰি যোৱা বায়ুৰাজ অনুগ্ৰহ কৰি।
দেখা পালে সিহঁতৰ,
কাৱ বাৱ নিৰন্তৰ,
পমি যাব খোজে হাঁয় মানুহৰ বুকু ;
দুৰ্জ্জয় পৱন কিন্তু নাই তাৰ চকু।

স্তুতি কৰে বিপ্ৰ সবে,
দেৱদেৱ মহাদেৱে,
জৈমিনী সমস্ত পুলস্ত্যৰ নাম লই ;
তিৰুতাই স্তব কৰে চাল চতি ছুই।

নুশুনে মিনতি সিতো
নবাধয়ঁ গতি কতো,
ছোঁ ছোঁ কৰি চলে আপোনাৰ মনে,
চাল বেড় গছ লতা মোহাৰে সঘনে।

এছাৰনি একো ছাটি
খানে চোতালৰ মাটি।
ভাঙ্গি যেন লই যায় টাটী বেড় ঘৰ
কত ঠাইত গছ ভাঙ্গে কৰি মড় মড়।
মাজে মাজে শুনি পাওঁ
মেঘৰ ভৈৰৱ ৰাৱ,,
অশনিৰ নিপতন আৰ্ত্তনাদ কৰি,
ভাঙ্গি যেন পৰে স্বৰ্গ থাকিব নোৱাৰি।

এইদৰে কিছু পৰ
দেখি চিন প্ৰলয়ৰ।
ইন্দ্ৰদেৱে দয়াকৰি মেঘ নিবাৰিলা,
বাত বৃষ্টি ক্ষন্তেকতে সবে চলি গৈলা।
বতাহৰ ধুম্‌ধুমি
গল একেবাৰে কমি,
লাহে লাহে নুশুনাই হল পিছে গই,
নিশ্চল নিস্তব্ধ হল প্ৰকৃতি ভুনাই।

ঘৰ এৰি বাটলৈ
যায় লোক ব্যস্ত হই,
চাবলৈ কাৰ কত হল "পয়মাল" ;
দেখে পৰি আছে ভাঙ্গি, গছ, কত ডাল।
কাৰো ঘৰে বেৰ নাই
কাৰো ঘৰ আছে শুই,
কাৰো আকৌ কল বাৰি চন হই গল,
মহাৰণে তামোলৰ শিৰ হত হল।

আলিক আৰবি আছে
কত বৰ বৰ গছে
ঢাকি আছে পাতে তাৰ বাট পথ সব ।
ইও এক প্ৰকৃতিৰ মূৰ্ত্তি অভিনৱ ।

---

## লৰা কাল !

হেৰুৱালোঁ ভাই ময় অমূল্য ৰতন
ৰাখিবলৈ নোৱাৰিলোঁ কৰিয়া যতন ।
আনন্দৰ কাল মোৰ ;
পৰিল হবলা ওৰ,
বোধকৰোঁ সি আৰু নাহিব উভতি,
যাবৎ জীৱন মোৰ হুব এই গতি ।

যেতিয়া আছিলোঁ ময় বয়সত সৰু,
জ্ঞানত আছিলোঁ যেন ছাগলি বা গৰু,
কেনে ৰঙ্গ পাইছিলোঁ,
বহি গীত গাইছিলোঁ ।
নাছিল ভাবনা একো সংসাৰৰ ফালে,
হৰ্ষময় দেখিছিলোঁ চাওঁ যেই ফালে ।

ৰাতিপুৱা ৰঙ্গাৰদ পিঠিত লগাই,
তুলি থোৱা চেঁচা ভাত দুটা মান খাই,
হাত মছি তপিলাত,
ছকঠীয়া লই গাত,
লগৰীয়াৰ লগ লাগি ফুৰোঁ নাচি বাগি ;
এতিয়া দেখোন হলোঁ বিষাদৰ ভাগি ।

হাঁয় হাঁয় কেনে সুখে দুপৰীয়া গই,
পৰ্ব্বতৰ ওচৰত ময় অকলৈ,

নিজান ভৰলু দাঁতি
বহি তাতে কাণ পাতি,
শুনিছিলোঁ কলকলি প্ৰখৰ সোঁতৰ,
লইছিলোঁ সুশীতল বাব্ৰ আনন্দৰ।

কপৌৰ মধুৰ মাত লই সমীৰণ.
ধীৰে ধীৰে বই যায় চুই প্ৰাণ মন,
সেই সুখে হাত ভৰি
নিশ্চল অবশ কৰি,
টোপনিৰ ৰস আনি দিয়ে গাত ঢালি,
চকুৰ পতাও ক্ৰমে যায়গই হালি।

কলা ঘুমটীয়া হই থাকোঁ মই তাত,
কত আছোঁ কত নাই তত নাই গাত,
নাই বুজ শৰীৰৰ,
নাই জ্ঞান জীৱনৰ,
কিন্তু কেতিয়াবা আহি পুথি মাছবোৰে,
টুপকৰি জাঁপ মাৰি ধ্যান ভঙ্গ কৰে!

মনত পৰেহি মোৰ আগৰ সময়,
আছিল যেতিয়া ধৰা সুখৰ আলয়,
হাঁহিছিল খিলি খিলি,
গাইছিল ঢুলি ঢুলি,
ৰঙাটুনী ফেচুলুকা আদি পক্ষী বোৰে,
নাচিছিল হালি হালি বকুল টগৰে।

কাণ কুৰুলিয়ে পুৱা কুলু কুলু কৰি,
ৰঙ্গাফুলে ৰঞ্জিত মদাৰত পৰি,
পীয়ে মৌ হৰ্ষ মনে,
নাচে বাগে ঘনে ঘনে,
দেখি শুনি কেনে সুখ মই লভিছিলোঁ,
সিহঁতৰ দৰে হাঁয়! নাচি ফুৰিছিলোঁ।

কেতিয়াবা পিৰালিত বহি মনে মনে,
আকাশৰ ফাললৈ চাই ঘনে ঘনে,
সুখ পাইছিলোঁ দেখি,
উৰি ফুৰে নানা পখী,
ধীৰে ধীৰে লাহে লাহে ইফালে সিফালে,
নাপাই ঠিকনা যেন যাব কোন ফালে।

চপৰা চপৰী মেঘ সীমা সংখ্যা নাই,
ঘূৰি ফুৰে ঠিক যেন বাট হেৰুৱাই,
তাৰ তলে তলে হায়,
চিলনি ফুৰে বনাই,
উড়ি উড়ি ঘূৰি ঘূৰি কাতি কুতা কৰি,
এবাৰ জোকাৰি পাখি এবাৰ বিস্তাৰি।

কিমান নো কম মুয় সেই বোৰ কথা,
অলেখ অসীম সাগৰৰ বালি যথা,
প্ৰাণ ছাটি ফুটি কৰে,
যেতিয়া মনত পৰে,
সি সব সুখৰ দিন বই গল মোৰ,
এতিয়া চাৰিও ফালে দেখোঁ দুঃখ ঘোৰ।

নেপাও এতিয়া কিয় তেনেকুৱা সুখ?
দেখাপালে গোলাপৰ সেই হাঁহি মুখ,
শুনো সেই কুমাৰণী,
কৰে শব্দ গুন গুনি,
ভুন ভুন ভোমোৰাই আজিও মাতিছে,
আজিও তম্বুৰা যেন বাজনা বাজিছে।

আজিও ফুৰিছে মেঘ আকাশত চৰি,
আজিও ফুৰিছে সোৰা চিলা উড়ি উড়ি,
কিন্তু সেই সুখ নাই,
আকাশলৈ আছো চাই,

দুঃখহে দেখিছোঁ মই গোটেই স্বৰ্গত,
দুখৰেহে কথা মোৰ জাগিছে মনত ॥

---

## ডেকা কাল।

ইডেন কাননে বসি,
ভাৱনা মন্দিৰে পশি,
আছিলোঁ এদিন ময় গধূলি সময়
ধীৰে ধীৰে জুৰ্ বায়ু মৃদু মৃদু বয়।
অভাবুকে ভাব পায়,
ভাবুকৰ কথাই নাই,
কতভাব আহি পৰে তাৰ পৰশনে
কতবিধ চিন্তা আহি দেখা দিয়ে মনে।

এনে সময়তে তাত
ধৰাধৰি কৰি হাত
যায় ডেকা লৰা দুটি এই কথা কই,
"যৌৱন কাহাৰো চিৰকলীয়া নহয়"
এই কথা সিহঁতৰ,
মনত লাগিল বৰ
উঠিল উঠলি চিন্তা বৰালে মনক
কিয়নো জগতে ভাল বোলে যৌৱনক।

এই যে যৌৱন কাল,
যাক সবে বোলে ভাল,
কত মানুহৰ কাল হয় জীৱনত
সদাই ঘটাই থাকে অসুখ মনত।
কত কিনো উঠে মনে,
দিনে ৰাতি ঘনে ঘনে,
কত ইচ্ছা কত বাঞ্ছা মনে মনে যায়
এটাও নুপূৰে মাত্ৰ লোভ দেখুৱায়।

দেখে নানাবিধ কথা
কিন্তু মনে পায় বেথা,
কিয়নো, নাপায় তাৰ এটাও বিচাৰি,
থাকে আত্ম অভিলাষ মনতেই মাৰি।
প্ৰবল মনৰ গতি,
উধাব পাৰয় অতি,
এতেকতে দেখা পায় সুখৰ উৎকৃষ্ট,
যিটো বৰ ভাল হয় ঈশ্বৰৰ স্বষ্ট।

কিন্তু হায় ভাগ্যবশে
নাইবা কাৰ্য্যৰ দোষে,
ভোগ কৰিবলৈ পায় দুঃখৰ গৰিষ্ঠ
যেই বাটে খোজ পাতে তাতে দেখে ৰিষ্ট।
দেখে নানাবিধ সুখ
পাম বুলি মেলে মুখ,
কিন্তু পোৱা টান বৰ সকলো বোৰেই
নোৱাৰে পাবলৈ তাক জন যেই সেই।

কৰি পুৰুষাৰ্থ টান
কোনোটোৱে কিছুমান,
পায় হয় মাঝে মাঝে তেজকৰি পানী
কিন্তু তাৰ পৰা শেষে হয় গই হানি।
অলপ চাকিৰ পাই
মন উত্ৰাৱল হয়,
আৰু খোজে খাবলৈ পেট মূৰ ভৰি
কত পাব? পোৱা টান বহু যত্ন কৰি।

কোনোটো পুলকি হাত
পৰ্শ সুখ দিয়া গাত,
পলায় লড়িয়া সিতো উভতি নাচায়
কেৱল দুঃখৰ দলি মনক মাৰয়।

আৰু আছে কিছুমান
যাক পোৱা বৰ টান,
কল্পনাত বাজে কভু দৰ্শন নহয়
ইহ জন্মে নৰে তাক চুকিও নাপায়।

এই দৰে কিছু পোৱা
আৰু যত পলৰীয়া,
ইচ্ছা বোৰে দিয়ে দুঃখ যৌৱন কালত,
সদায় অসুখ এটা ঘটায় মনত।
যেতিয়া জুৰাব তেজ,
কমিব মনৰ বেগ,
উষ্ণ উত্ৰাৱল ভাব ক্ৰমে কমি যাব,
প্ৰৱল পৱন গই কিছু সাম্য হৱ।

হব মন কিছু ধীৰ
মতি হব ক্ৰমে থিৰ,
ইচ্ছাই ধৰিব ৰূপ গই নিয়মিত,
সুস্থিৰ গভীৰ হব মানুহৰ চিত।
তেতিয়া কি সুখ পাব
অসুখৰ হেতু যাব,
শান্তি আহি কোলা পাতি লব তেতিয়াই,
জুৰাব শৰীৰ মন কোনো চিন্তা নাই ?

মানুহৰ এই কাল,
হব পাৰে কিছু ভাল,
আৰু দেখা যায় ভাল লৰা কাল বৰ
নাই চিন্তা ভাব একো সুখৰ আকৰ।
কিন্তু গৰু ছাগলিতো
দেখা যায় সুখ ইটো,
আনেহে দেখিব তাক পায় সৰ্ব্বদাই
ভোগোতাই তাৰ একো গমকে নাপায়।

---

## বাঞ্ছা।

কি দেখিলোঁ হাঁয় হাঁয়,
এনেনো অপূৰ্ব্ব ঠাই,
নহব নাছিল আৰু এই জগতত
দেখি মন মোহগল,
প্ৰাণ সুশীতল হল,
বৰ তৃপ্তি পোৱা গল তাৰ দৰ্শনত।

জলনিধি পাৰ হই
তাৰ বাম ফালে গই,
দেখা পালোঁ এক অতি পৰ্ব্বত বিশাল।
তাৰ ওচৰতে আৰু
কত আছে সৰু সৰু,
চাপৰ পৰ্ব্বত যেন দেখিবলৈ ভাল,
নাজানো ইবোৰ তাত আছে কত কাল।

উঠি তাৰ পূব চালে
চালোঁ ময় কেউ ফালে,
দেখা পালোঁ কিছু দূৰে সাগৰৰ পানী।
শুনিবলৈ পালো কাণে,
এতিয়াও পৰে মনে,
মৃদু মৃদু সুগভীৰ বহুদূৰ ধ্বনি।

দক্ষিণত হাবিয়নি,
দেখা পালোঁ ৰিণি ৰিণি,
সৰু বৰ নানা গছ আছে আৰু তাত।
তাকে চাবলৈ বুলি
লাহে কৰি গা তুলি
নামিলোঁ পৰ্ব্বত মই তত লই গাত।

গই দেখা পালোঁ যিবা
তাৰ কথা কম কিবা,
নেদেখিলে কাৰো কতু বিশ্বাস নহয়।
শোভাৰ নাহিক শেষ,
ধৰিয়া অপূৰ্ব্ব বেশ,
বিৰাজে প্ৰকৃতি দেবী তাত অকলৈ।
দেখিলে এবাৰ তুমি কৰিবা প্ৰত্যয়।

কোনে তাত ৰুইছিল
কোনে পতি কৰিছিল,
এতেক খাজুৰি গছ তাল, নাৰিকল,
তামোল, আহঁত, ঢাম
শাল, শিশু আৰু আম
কত কত আৰু তাত আছে শিৰিফল।

কোনো ডাল আছে লাগি
কোনো ডাল দুৰভাগী,
নাই লগা গুটি তাত বজা গছ হাঁয়!
কাৰো কাৰো তল ভৰি
আছে ফল সৰি সৰি।
লাৰোঁতা চাৰোঁতা তাক কোনো তাত নাই।

আছে তাৰ মাঝে মাঝে
ইসব গছতো বাজে,
নানাবিধ অচিনাকী গছ মজলীয়া,
দেখিব সুন্দৰ অতি
ৰূপেৰে মোহয় মতি
ওখয় ডাঙ্গৰে দেখি বিশেষ ধুনীয়া।

তাকে বেঢ়ি অনুগতা
সৰু ইলাচিৰ লতা
বগাইছে আগগুৰি ঢাকি সৰ্ব্ব ডাল,

তাৰ পাশে লং ফুল
গন্ধেৰে কৰে আকুল,
জায়ফলো ওপৰতে দেখিবলৈ ভাল।

এই বোৰ গছে পৰি
নানা পখী সুৰ ধৰি
বহুবিধ মাত মাতি গাইছিল গীত,
সৰু সৰু কোনো বোৰে
ঝপিয়াই নৃত্য কৰে
ইপিনে সিপিনে পৰি মোহি নিয়ে চিত,
কোনো বোৰে মুখ মেলি কৰে পিত পিত।

ইচ্ছা হয় এই বনে
থাকিয়া একান্ত মনে,
প্ৰকৃতিৰ সহ সুখ কৰোঁ অকলৈ,
নিজৰাৰ খাম পানী
তাত একো নাই হানি
পূৰিম উদৰ মোৰ ফল মূল লই।

নাই তাত কোনো দুখ
চিৰকাল পাম সুখ
ভয় চিন্তা আশঙ্কা সকলো দূৰে যাব।
সুখ চিন্তা মনে ধৰি
জ্ঞানকে উদ্দেশ কৰি,
থাকিম আঁতৰি মাজে মন থিৰ কৰি।

নিজৰাৰ ওচৰত
দুপৰীয়া সময়ত,
শিলৰ ওপৰে বহি গছৰ তলত,
ভাবিম নিগূঢ় ভাব
সংসাৰৰ গতি ভাব
কিয়নো ভ্ৰমিছে প্ৰাণী এই জগতত।

কি কাৰণে জন্ম হয়,
কিয়লৈ নো পায় লয়,
কৰ পৰা আহে আৰু কলৈ চলি যায়।
এই বোৰ চিন্তা কৰি
শান্তি জল শিৰে ধৰি
কটাম দিন ভাগ শোভা চাই চাই।

জোনাক যামিনী হলে
ধীৰে ধীৰে বায়ু চলে,
ভ্ৰমণ কৰিম ময় কানন ভিতৰে
নিস্তব্ধ মূৰতি ধৰি
আকাশলৈ দৃষ্টি কৰি,
চিন্তা কৰি চাম ময় অন্তৰে অন্তৰে।

কিয়নো ঘূৰিছে জোন
স্ৰষ্টাইবা তাৰ কোন
কিয়লৈবা দিয়ে বিমল পোহৰ।
সুৰুযেবা কি কাৰণ,
কৰে ৰশ্মি বিতৰণ,
কৰ পৰা হল আৰু তৰা মনোহৰ?

কিয় বায়ু বলবান
বহি মোক দিয়ে প্ৰাণ,
কিয়লৈবা গ্ৰহবোৰ ঘূৰি ঘূৰি ফুৰে,
কি কাৰণ ধূমকেতু
বহু অনিষ্টৰ হেতু
মাঝে মাঝে দিয়া দেখা শব্দ কৰি ফুৰে?

কিয়নো সৰ্জ্জিলে বিধি
পৃথিবী দুঃখৰ নিধি,
আৰু জন্ম দিলে কিয় যত প্ৰাণীচয়,

কিয় সৃষ্টি সৃষ্ট হল,
স্রষ্টাইনো কলৈ গল,
দেখি দুঃখ সিহঁতৰ দয়া নকৰয় ?
কৰিম ইয়াকে ভাবি পৰমায়ু ক্ষয় ।

কিন্তু শঙ্কা হয় মনে,
জাগি উঠে ঘনে ঘনে,
অপাৰ সন্দেহ ৰাশি হৃদয়ত মোৰ,
কোনো অৱস্থায় ভাল,
নালাগয় চিৰকাল,
বৈকুণ্ঠ ধামতো যেন আছে দুঃখ ঘোৰ ।

কিয়নো দেখিছোঁময়
যি আছিল মধুময়
সিয়ো কিছু দিন্ পৰে লাগে বৰ তিতা,
চেনিৰো সোৱাদ যায়,
কুহিয়াৰ টেঙাহয়,
মাখনেও লাহে লাহে পায় কৰ্কশতা ।

এতেকতে কি বিচিত্ৰ,
যাক আজি ভাবি মিত্ৰ,
লও তুলি যত্ন কৰি বুকুৰ ওপৰে
কালি মহাশত্ৰু হই,
হাতত কুঠাৰ লই,
বিচাৰিব লগাবলৈ এক কোব শিৰে ।

আজি যিবা লাগে ভাল
কালি হয় সেয়ে কাল,
বিস্বাদ বিকৃতি বেয়া বিষাদৰ হেতু ।
এতেকতে কিছু দিনে
ইওতো লাগিব মনে
বেয়া, যাক ভাবো যেন আনন্দৰ সেতু,
সকলোৱে বেয়া হয় মূল যাৰ কেতু ।

# লক্ষ্মীনাথ বেজ বৰুৱা।

## পদ্মকুমাৰী।

### প্ৰথম অধ্যায়।

ৰাতি দুপৰ হৈছে। জগৎ নিমাত নিস্তব্ধ। সৰু বেজি এটি হাতৰ পৰা হঠাৎ মাটিত পৰিলেও কাণ যায়। মাজে মাজে ফেকুৰাৰ 'ফেউ' 'ফেউ', কুকুৰৰ 'ভুক' 'ভুক', হুদুৰ মাত আৰু ফেঁচাৰ কুৰুলীয়ে এই নিসাৰ, নিফুট, ভয়-লগা ৰাতিক আৰু ভয়-লগা কৰি তুলিছে। কেতিয়াবা বতাহৰ অলপ ৰিব্-ৰিবনিত গছ পাত বোৰ জৰজৰাই উঠিছে। আকৌ বতাহ নাইকিয়া হলত সেই বোৰৰ ভিতৰত সাৰ-সুৰ নাইকিয়া হৈ পৰিছে। এনেহে বোধ হয়, যেন নিশাই সুটি বাগৰ দিলৈ আকৌ ঘুৰ্ঘোৰ টোপনিত নিমগ্ন হৈছে। পশু, পক্ষী, জীৱ, জন্তু সকলোবোৰ টোপনিৰ কোলাত পৰি অচেতন: সকলো দুখ-ভাগৰ, চিন্তা চৰ্চ্চা এটাইবিলাক সেই ৰাতিৰ নিমিত্তে নিদ্ৰা দেবীৰ আগত বলি দি নিশ্চিন্ত, নিৰুদ্বেগ, আৰু নিস্তব্ধ। কিন্তু এনে সময়ত এটা প্ৰাণীৰ চকুত টোপনি নাই, মনত শান্তি নাই, অন্তৰত সুখ নাই। তেওঁ এটি ঘৰত এটা খোটালিত এখন শোৱা পাটিত বহি কিবা ভাবত মজিছে। তেওঁৰ মূৰ-শিতানৰ ওচৰতে এটা সৰিয়হৰ তেলৰ চাকী টিমিক টিমিককৈ জ্বলিছে। চাকীটোত যে তেল নথকা বাবে তেনে হৈছে এনে নহয়; তাত তেল আছে, কেৱল শলাকানি ডালৰ আগটো কাটি বঢ়াই নিদিয়া বাবেহে তেনেকৈ সি কলমুটিয়াই আছে। চাকীটোৰ পৰা অলপ মান আঁতৰত সেই ফালেই, বাৰত আৰি থোৱা এটা কাঠৰ হেঙ্গুলীয়া সৰু কৰণীত এখন হেজাৰী ঘোষা পুথি আছে। ভৰি-পথানৰ ফালে দুটা বেতৰ কাপোৰথোৱা জপা আৰু এটা সৰু হাতনি পেৰা, এখন বাঁহৰ চাঙ্গৰ ওপৰত থোৱা হৈছে। তাৰ ওচৰতে সেই চাঙ্গতে মূৰশিতানৰ ফালৰটোৰ নিচিনা এটা সৰু, আৰু এটা ডাঙ্গৰ কৰণী আছে। সৰুটোৰ ভিতৰত বস্তু এই কেইটা:—এখন সৰু আৰচী, এটা কাঠৰ হেঙ্গুলীয়া সেন্দুৰৰ টেমা, এবখলা সেন্দুৰ-গোলা শামুক, এডাল কেঁটেলা পহুৰ কাঁইট, এডাল

ৰূপৰ শলা, এটা ৰূপৰ চন্দনৰ খুৰিবাটি। ডাঙৰটো কৰণীত গোটাচেৰেক ব-চুঙ্গা আৰু মাকো, কিছুমান মহুৰা (কোনোটো পকোৱা কোনোটো নপকোৱা); দুনেচামান পাট-সূতা আছে। বেৰত কাঠৰ হাকোটা দুটা আছে, তাৰে এটাত মূৰত ঘহা গান্ধ তেলৰ চুঙ্গা এটা, এটাত মেৰ-ঢৰা খনচেৰেক আৰি থোৱা হৈছে। বেৰৰ কাষতে মাটিত গোটাচেৰেক উঘা-চেৰেকী পুতি থিয়কৈ থোৱা হৈছে। শোৱা-পাটিৰ ওচৰতে এটা বটাত টেমি, কটাৰী আৰু তামোল-পান আছে। পাটিখন সৰ্ব্বসাধাৰণ মানুহৰ যেনেকুৱা, তেনেঃ—এখন হেন্দুলীয়া কুন্দা খুৰাৰে কঠাল কাঠৰ চালপিৰা, এখন কঠ, এখন তুলি, এখন তলত-পৰা, এটা গাৰু, আৰু এখন কাপোৰ। সেই খোটালিটোত কাপোৰ থোৱা দাঁড়, পিকদান, চৰিয়া, লোটা আৰু বাটি প্ৰভৃতি এনে ভালেমান বস্তু আছে, যিবিলাক সকলো ভালমানুহৰ জীয়াৰীৰ শোৱা-ঘৰত থাকে। এই বিলাক বস্তু, আৰু তাক থোৱাৰ গতি দেখিলে এটা মানুহৰ এনে ভাব হব, যে সেই ঘৰটিৰ গৰাকীয়নী অতি পৱিত্ৰ, কোমল আৰু সজ স্বভাৱৰ ছোৱালী।

পাঠক, সেই ছোৱালীজনী কোন আপুনি চিনি পাইছে নে? কেলৈ তেওঁ এই দুপৰ ৰাতি অকলৈ ভাবি-চিন্তি অস্থিৰ, কব পাৰে নে? চাওকচোন কিয় তেওঁ শোৱা পাটীত, শোৱাৰ পৰিবৰ্ত্তে, বহি গাৰুত আউজি গালত হাত দি বেৰৰ ফালে মাটিৰ প্ৰতিমাখনি যেন হৈ একে থৰে ৰ-লাগি চাই আছে! চাওকচোন তেওঁৰ চকুৰ পৰা দুধাৰা ফটিকৰ নিচিনা কি, পকা গোলাপীজামু যেন গালে দি, বৈ আহিচে! কিয় বা তেওঁ থাকি থাকি একোটা হুমুনিয়াহ কাঢ়িছে? হায়! ন-কৈ ফুলা গোলাপ ফুলটি যেন ধুনীয়া আৰু মধুৰ. এই ১৪ বছৰীয়া ছোৱালীটীৰ আজি কি হল? যাৰ মুখ সদাই প্ৰসন্ন, যি হাঁহিলে সৰিপৰা বকুল ফুলটি, ঠাৰিত লাগি থকাৰ ফালৰ পৰা চালে, যেনে দেখি তেনে চিকুন খোৰ দুটি দুফালে দুখন গালত ওলাই পৰে, যাৰ মনত মৌ বৰষে, যাৰ ওঠ দুটি দালিমফুল যেন টিক্‌টিক্ কৰে ৰঙ্গা, দাঁত দুপাৰি যাৰ মুকুতাৰ মলা দুধাৰি যেন, যাৰ নাকৰ উপমা দিবলৈ বস্তু নাই, চেলাউৰী দুডাল যাৰ লেখনীৰে লেখা যেন, চকুযোৰ যাৰ নিৰ্ম্মলতা, পৱিত্ৰতা আৰু চেনেহৰ পোহৰেৰে সদাই পোহৰ, যাৰ বহল আৰু মিহি কপালত কেকোৰা কেকোৰা চুলি পৰি থকা দেখিলে দেখোঁতাৰ বাহ্যিক জ্ঞান নাইকিয়া হয়, যাৰ কাণ আৰু গলধনে সৈতে ডিঙ্গিটি দেখিলে জলকুঁৱৰী বুলি ভ্ৰম হয়, এনে অপেস্বৰীটীৰ, এনে প্ৰতিমাটীৰ, এনেপাৰিজাত ফুলটিৰ আজি কি হল? আহা! পদুমৰ নলা ডালি যেন কোমল হাতটি মুৰটিৰ ভৰত ভাগি নেযাবনে? শিলেৰে

বন্ধোৱা বুকুৰেও সহিব নোৱাৰা ইমান একোটা হাড়-মূৰ ভাগি যোৱা দীঘল হুমুনিয়াহ লৰ্বমুৰে সজা সেই কোমল হিয়াৰ পৰা কেনেকৈ ওলাইছে ? তেওঁ কিয় হালি আছে ? পোন হৈ থাকিলে, ভোমোৰাৰ কঁকালটিৰ নিচিনা সৰু সেই কঁকালটিয়ে তেওঁৰ বুকুৰ ভৰ সহিব নোৱাৰেনে কি ? দাম কলৰ পুলি যেন সেই উৰু, সেই শকত নিতম্ব আজি অলস আৰু অৱশ কিয় ? পদুম ফুলৰ চিনেৰে শুৱনী ভৰি ! আজি তোমাৰ পদুমৰ কি হল ? কেৰেঁাচোন কোৱা হেৰা চম্পাৰ কলি আঙ্গুলী ! চেনেহৰ প্ৰতিমূৰ্ত্তি পদুমৰ, মৰমৰ আকৰ পদুমৰ, পূৰ্ণিমাৰ জোন চিকোন পদুমৰ, পৱিত্ৰতাৰ মন্দিৰ পদুমৰ আজি এনে অৱস্থা কিয় ? অকস্মাৎ পূৰ্ণচন্দ্ৰক বিষাদ-ৰাহুৱে কিয় গ্ৰাস কৰিলে ? পৱিত্ৰতা-মন্দিৰৰ মেঘত লগা সোণৰ কলচীৰ ওপৰত হঠাৎ চিন্তা-বজ্ৰাঘাত হল কিয় ? চেনেহ প্ৰতিমাত টাঙ্গোন লগাবলৈ শোক-পোৱাসুঠান কৰ পৰা আহি ওলালহি ? মৰম-আকৰ আজি বেজাৰ-বিহেৰে ভৰিল কেনেকৈ ?

পাঠক অলপ থিৰ হওক। লাহে লাহে সকলো প্ৰশ্নৰ উত্তৰ পাব। আপোনাৰ মৰমৰ পদুমৰ কিয় এনে হৈছে, তাৰ কাৰণ শুনাৰ আগেয়ে পদুমনো কোন ? কাৰ জীয়েক ? কৰ মানুহ ? কি কথা, কি বাৰ্ত্তা ? এই বিলাকৰ বিষয়ে অলপমান শুনক। আগেয়ে পদুমৰ বাপেক মাক বংশ পৰিয়াল আদিৰে চিনাকী হওক, তাৰ পাচত পদুমৰ ওপৰত মৰম স্থাপন কৰিব। কেচাবুধীয়া, আগপাছ নগমা ডেকা পাঠক ! আপুনি এই কথাত কোপ কৰিব পাৰে, কিন্তু পকা-বুধীয়া বুঢ়া পাঠকৰ পৰা যে আমি ইয়াত সহানুভূতি পাম, তাত কোনো সন্দেহ নাই।

প্ৰকৃতিৰ কাম্য-কানন, গগনভেদী পৰ্ব্বতমালাৰে পৰিবেষ্টিত, পৱিত্ৰ-সলিল ব্ৰহ্মপুত্ৰ নদৰ পৱিত্ৰ জলেৰে বিধৌত, অসংখ্য তীৰ্থস্থানেৰে সমাকীৰ্ণ কামৰূপৰ প্ৰধান নগৰ গুৱাহাটীত, যাৰ প্ৰাগ্‌জ্যোতিষ নাম ভুবন বিদিত, যাৰ ৰজা, ষোল হাজাৰ কন্যাৰ অধিপতি পৃথিবীৰ পুত্ৰ নৰকাসুৰ আৰু মহাভাৰতৰ যুদ্ধৰ বিখ্যাত হস্তী-ৰথাৰোহী মহাবীৰ বৃদ্ধ ভগদত্ত, যি গুৱাহাটীৰ নিলাচল পৰ্ব্বতত মহামায়া ভগৱতীৰ প্ৰধান পীঠস্থান কামাখ্যা বৰ্ত্তমান ; যাৰ পশ্চিম-দক্ষিণ ফালে প্ৰাচীন ৰাজ্যৰ বিজয়ঘোষণাকাৰী নৰকাসুৰৰ পৰ্ব্বত নিৰ্ভয় চিত্তে দণ্ডায়মান, যাৰ অগ্নি-কোণৰ সন্ধ্যাচল পৰ্ব্বতত ত্ৰিসন্ধ্যা-পৰিপূত-হৃদয় পৱিত্ৰাত্মা বশিষ্ঠ মুনিৰ আশ্ৰম ; যি গুৱাহাটীৰ বেলতলা নামেৰে স্থান ষষ্টি-সহস্ৰ-শিষ্য-পৰিবেষ্টিত মহামুনি গাল্বৱৰ অমৃত নিস্যন্দিনী বেদধ্বনিৰে প্ৰতিধ্বনিত হৈছিল ; পূজনীয় গোকৰ্ণ ঋষিৰ সামবেদ গীতত যি গুৱাহাটীৰ হাজোনামক হয়গ্ৰীৱ মাধৱৰ পূণ্যভূমিৰ কৰ্ণ আপ্লুত

হৈছিল, এনে গুৱাহাটীত হৰদত্ত নামে এজন ধনী, প্ৰতাপী সম্ভ্ৰান্ত কায়স্থকুলোদ্ভৱ লোক ১৭১৭ শঁকত বাস কৰিছিল। তেওঁৰ পৰিয়ালৰ ভিতৰত এই কেইটি লোকঃ— তেওঁৰ অতি গুণৱতী আৰু ধাৰ্ম্মিক সহধৰ্ম্মিণী, এটা লৰা, এজনী ছোৱালী আৰু বীৰদত্ত নামে ভায়েক। সেই সকলৰ কথা কোৱাৰ আগেয়ে হৰদত্তৰ বিষয়ে অলপ কোৱা যাওক।

আমি যি সময়ৰ কথা কবলৈ আৰম্ভ কৰিছোঁ, সেই সময়ত হৰদত্তৰ বয়স ৫৬ বছৰ। কিন্তু তেওঁৰ মুখ দেখিলে তেওঁক ৩৫ বছৰীয়ামান বুলিহে অনুমান হয়। তেওঁৰ ঘন কলা চুলিৰে ভৰা ডাঙ্গৰ মূৰত বগা চুলি এডালো বিচাৰি পাবলৈ নাই; তেওঁৰ বয়সীয়া মানুহৰ গাত এলাহ, সুখৰ ইচ্ছা আদি যি বিলাক গুণ বা অগুণে বাস লয়, সেই বিলাকৰ নাম পৰ্য্যন্ত তেওঁৰ গাত নাই; চকুৰ সেই ডেকা কালৰ জ্যোতি, বহল বগা কপালত সেই মসৃণতা, শকত হাত ভৰিত সেই দৃঢ়তা বৰ্ত্তমান। সৰ্ব্বসাধাৰণ সুখীয়া ডাঙ্গৰীয়া সকলৰ নিচিনা যদিও তেওঁৰ গা থুলন্তৰ আৰু মঙ্গহাল, তথাপি সেই সকলৰ দৰে এৰিবও নোৱৰা, ধৰিবও নোৱৰা, ৰদৰ ভাপতে পমা, মঙ্গহৰ বোজা তেওঁৰ গাত নাই। তেওঁৰ মঙ্গহ কেৱল মনুষ্যত্ব, বীৰত. অসীম উদ্যম, অদম্য কাৰ্য্যকৰী শক্তি, তেজ, বীৰ্য্য, আৰু বলৰ থকা ঠাইহে। বাস্তৱিক পক্ষে কবলৈ গলে হৰদত্ত এজন উন্নতমনা, প্ৰশস্তহৃদয়, আৰু বুদ্ধিমন্ত ডাঙ্গৰলোক আছিল। তেওঁক কেতিয়াও নেদেখা, তেওঁৰ নাম নুশুনা এটা মানুহেও যদি তেওঁক হঠাৎ দেখে সেই মানুহৰ মনতো তেওঁৰ প্ৰতি ভয়, ভক্তি আদি ভাব নহৈ নোৱাৰে। তেওঁৰ গহীন মাত; ওখ আৰু শকত আকৃতি, গধুৰ আৰু জুখি-জুখি-কোৱা কথা; যেনেকি ডাঠ মনৰ মানুহটো নহওক, দুষাৰ কথাৰে ঘোৰাব পৰা ক্ষমতা; লোকক তধা লগোৱা কাৰ্য্য; মনৰ দৃঢ়তা; আপোনাৰ কথা প্ৰাণপণে ৰখা স্বভাৱ আদিক, দাম্পত্য প্ৰণয়, অপত্যস্নেহ, বন্ধুবান্ধৱৰ প্ৰতি আগ্ৰহ, স্বদেশ-প্ৰিয়তা প্ৰভৃতি কোমল ভাবে গৌৰৱান্বিত কৰি থৈছিল। দুৰ্দ্দান্ত বিদ্ৰোহী মোৱামৰীয়াবিলাকৰ হাতত তেওঁৰ, প্ৰিয় জন্মভূমি গুৱাহাটী লণ্ডভণ্ড নোহোৱাকৈ ৰাখিবলৈ তেওঁৰ অতি যত্ন থকাত তেওঁ দৰঙ্গৰ ৰজা কৃষ্ণ নাৰায়ণে সৈতে গোট খাই যুদ্ধবিদ্যাত লিপ্ত থাকিব লগাত পৰিছিল দেখিয়েই, বোধ কৰোঁ, তেওঁৰ স্বভাৱত কেতিয়াবা কেতিয়াবা কৰ্কশতা, নিষ্ঠুৰতা, মই-মত আৰু কাৰো কথা নুশুনা গতি এটা দেখিবলৈ পোৱা যায়; কাৰণ যুদ্ধ তামসিক কাৰ্য্য; তামসিক কাৰ্য্য তামসিক ভাবৰ জন্মদাতা; তাৰ আগত সাত্বিক আৰু ৰাজসিক ভাবৰ পূৰ্ণ বিকাশ হব নোৱাৰে। সি যি হওক, স্বাভাৱিকেই হওক বা অৱস্থানুযায়ীয়েই হওক, হৰদত্তৰ

উচ্চাকাঙ্ক্ষা আৰু আত্মাভিমান প্ৰভৃতি গোটাচেৰেক গুণ বৰ প্ৰবল আছিল; যাৰ বশবৰ্ত্তী হৈয়েই তেওঁ কাৰো কথা, কাৰো উপদেশ, কাৰো পৰামৰ্শ, আন কি তেওঁৰ অতি মৰমৰ ভাৰ্য্যা আৰু কন্যাৰ প্ৰাৰ্থনা, কাকুতি মিনতি পৰ্য্যন্ত কেতিয়াবা অগ্ৰাহ্য কৰিছিল। পাঠক, হৰদত্তৰ সংক্ষেপে অলপ চিনাকী পালে, এতিয়া তেওঁৰ সহধৰ্ম্মিণীৰ বিষয়ে দুষাৰমান কথা কওঁ।

হৰদত্তৰ ভাৰ্য্যাৰ নাম কি আমি কব নোৱাৰোঁ, কাৰণ তেওঁৰ স্বামীয়ে তেওঁৰ নাম কাঢ়ি মতা কেতিয়াও কোনোৱে শুনা নাই। কেৱল 'ৰঘুৰ মাক' বুলি মতাটোহে আমি কব পাৰোঁ। ৰঘুদত্ত হৰদত্তৰ পুতেক. সেই বাবেই, বোধ কৰোঁ, তেওঁক ৰঘুৰ মাক বুলি মাতে। পাঠকে যদি এই খিনিতে আমাক সোধে বোলে, ৰঘু ওপজাৰ আগেয়ে হৰদত্তই তেওঁৰ ভাৰ্য্যাক কি বুলি মাতিছিল? তেন্তে আমাৰ মাত হেৰাব; কাৰণ, সেই ডোখৰ কালৰ কথা আমি বৰকৈ কব নোৱাৰোঁ। তেও যদি আঁকোৰগজালি পাঠকে আমাক নেৰে, তেন্তে আমি কও, যে আমাৰ দেশত গিৰীয়েকে ঘৈনীয়েকৰ, ঘৈনীয়েকে গিৰীয়েকৰ নাম কাঢ়ি মতা দস্তুৰ নাই। লৰা এটা বা ছোৱালী এজনী নোহোৱালৈকে গিৰীয়েকে ঘৈনীয়েকক "ঐ-অ" "কলৈ গলি অ," "হেৰ এই জনী," "শুনিছনে অ" বুলি মাতে; লৰা ছোৱালী হলে অমুকৰ মাক বুলি মাতে। সেইখিনি কাললৈকে ঘৈনীয়েকে গিৰীয়েকক কি বুলি সম্বোধন কৰে সেই কথা আজিলৈকে এথোন আমাৰ কৰ্ণগোচৰ হোৱা নাই; হলে তপতে তপতে তাক পাঠক সকলৰো কৰ্ণগোচৰ কৰা যাব। যাওক সেই বিলাক বাজে কথা, সম্প্ৰতি আমি কবলগীয়া কথা কওঁ। হৰদত্ততকৈ হৰদত্তৰ ঘৈনীয়েক ১৯ বছৰৰ সৰু। তেওঁৰ ১৭ বছৰ বয়সত ৰঘুদত্ত ওপজে আৰু তাৰ তিনি বছৰৰ পাছত এটি ছোৱালী জন্মে, যাৰ কথা আমি পিছত কম। এতিয়া তেওঁৰ বয়স ৩৭ বছৰ হৈছে। কিন্তু ঈশ্বৰে কি মিলাই দিছে, কব নোৱাৰি, গিৰীয়েকৰ নিচিনাকৈ এওঁকো নিচেই অলপ বয়সীয়া বুলি জানি। অলপ বয়সীয়া তিৰোতাৰ নিচিনা তেওঁৰ মুখত সেই কোমলতা, সেই মধুৰতা, সেই সৌন্দৰ্য্য বিদ্যমান। এতিয়াও তেওঁৰ মাত মিহি, এতিয়াও তেওঁৰ মাত মিঠা, এতিয়াও তেওঁৰ কথাত সেই যৌৱন-সুলভ লালিত্য আছে। তেওঁ বাহিৰে যেনে মধুময়, ভিতৰেও তেনে মধুময়, পৱিত্ৰ, নিষ্পাপ। এনে সাদবি, পতিব্ৰতা আৰু ধাৰ্ম্মিক তিৰোতা প্ৰায় দুষ্প্ৰাপ্য। স্বামীত তেওঁৰ অচলা ভক্তি। প্ৰত্যুষে উঠি স্নানকাৰ্য্য কৰি হৰিমন্দিৰ মাৰ্জ্জনা কৰা, আৰু ৰন্ধা-বঢ়াদি গৃহৰ আন আন কাৰ্য্য কৰা তেওঁৰ নিত্যকৰ্ম্ম। তেওঁৰ পুতেক আৰু জীয়েকক তেওঁ প্ৰাণতকৈ অধিককৈ ভাল পাই; কিন্তু এটি

কথাত সংসাৰৰ আন আন তিৰোতাৰ আৰ্হিৰ বাটৰ পৰা তেওঁ আঁতৰ হব নোৱাৰিলে। কথাটো এই ঃ— পুতেকলৈ তেওঁৰ যিমান মৰম, জীয়েকলৈ তাতকৈ এধান মান বেচি। পো-জী থকা পাঠিকাই এই কথা শুনি পো-জী ফালি দেখুৱাইছোঁ বুলি আমাৰ ওপৰত যেন খঙ্গ নকৰে, এই আশা।

এওঁৰ কথা ইমানতে এৰি হৰদত্তৰ ভায়েক বীৰদত্তৰ ওচৰলৈ যাওঁ বলক। পাঠক! বীৰদত্ত নামে গাঁৱে বীৰদত্ত! তেওঁৰ কথাত বীৰত্ব, কাযত বীৰত্ব, বুদ্ধি সন্ধিত বীৰত্ব। মুঠতে কবলৈ গলে নটা ৰসৰ ভিতৰত বীৰ ৰসটো বীৰদত্তৰ গাত ষোল কলা আছিল। আৰু এই ৰসে তেওঁৰ ওপৰত ইমান প্ৰাধান্য স্থাপন কৰিছিল যে করুণ, শান্তি, আৰু হাস্যৰস প্ৰভৃতি ৰস বিলাকৰ কোনোটোক ফাঁচি, কোনোটোক বৰশী, কোনোটোক শূলত দি, সি সিহঁতৰ সঁচ মাৰিছিল। উপজিবৰে পৰা তেওঁ উদাৰ চিত্তেৰে পাঁচ বাৰ হাঁহিছে নে নাই সি সন্দেহৰ স্থলহে। দুৰ্ব্বলৰ প্ৰতি দয়া, মানুহৰ প্ৰতি মৰম, জীৱ জন্তুৰ প্ৰতি করুণা, কি পদাৰ্থ তেওঁ কব নোৱাৰে। ক্বচিৎ যদি তেনে ভাব তেওঁৰ মনত ওলাব খুজিলে, বীৰ ভাবে (যদি বাস্তবিক পক্ষে তাক বীৰভাব বুলিব পাৰি) হাতত টাঙ্গোন লৈ সেই খিনিত হাজিৰ হলহি, সেই বিলাকৰ আৰু মূৰ ডাঙ্গিবৰ সাধ্য নাই। কিয় তেওঁ সেইটো গতি ললে কব নোৱাৰি। তেওঁ অবিবাহিত আছিল; আৰু কোনোকালে যে তেওঁ বিয়াকৰাব, এনে এটা ভাবে তেওঁৰ মনৰ দুৱাৰ-মুখ পৰ্য্যন্ত থোকা নাছিল। মানুহে কয় বোলে বিয়া নকৰোৱা মানুহৰ মনৰ কোমল ভাগ সদাই অবিকশিত থাকে। যদিহে এই কথা বিশ্বাসৰ যোগ্য, তেন্তে আন আন কাৰণৰ লগতে ইও এটা কাৰণ হব পাৰে; কিন্তু সম্প্ৰতি আমি এই কথাত একো হয়, নহয় দিব নোৱাৰিলোঁ। আমি আকৌ, পাঠক সকলৰ অনুমতি লৈ, বীৰ দত্তৰ বিয়া নোহোৱাৰ কাৰণ এটাহে অনুমান কৰিব খুজিছোঁ, জানো সেইটো বাটলু গুটি লাগে নে নেলাগে ঃ—বীৰদত্ত দেখিবলৈ বৰ শুৱনি পুৰুষ নাছিল যেন আমি থিৰ কৰিছোঁ; কাৰণ, তেওঁ জীয়াই থকা কালত কোনো সুন্দৰীয়ে কি অসুন্দৰীয়ে তেওঁৰ কথা ভালকৈ কোৱা নুশুনিলোঁ। কষটি শিলত নঘহিলে সোণৰ সঁচা-মিছা ধৰিব নোৱাৰি, তিৰুতাৰ মুখৰ কথা নুশুনিলে পুৰুষৰ সুন্দৰ অসুন্দৰ জানিব নোৱাৰি। পুৰুষে পুৰুষক হেজাৰ সুন্দৰ বুলি সভা কৰি প্ৰস্তাব কৰোঁ, তিৰুতাই, বিশেষকৈ সুন্দৰী তিৰুতাই উঠি সেই প্ৰস্তাব সমৰ্থন বা ভৰণ পোষণ নকৰিলে সি ডোমৰ লগত যোৱা। সুন্দৰীয়ে কি অসুন্দৰীয়ে বুলি ওপৰত কৈছোঁ, এই বাবেই যে সুন্দৰীৰটো প্ৰস্তাৱৰ পোষকতা কৰিবৰ সম্পূৰ্ণ অধিকাৰ আছেই আৰু সেই হেতুকে তেওঁ কৰেই, অসুন্দৰীয়েও

ইয়াত তেওঁৰ নিচেই কম হাত আছে বুলি নেভাবে। কাৰণ কোনো তিৰুতাই নিজক অসুন্দৰী আৰু আনক সুন্দৰী বুলি নেভাবে। অকল তিৰুতাৰ সভাত, পুৰুষৰ সাহায্য নললে, এই প্ৰশ্নৰ মিমাংসা হব নোৱাৰে, গতিকেই এই কথাত আমাৰ ভাগ থাকিল বুলি সুন্দৰী সকলক লাহেকৈ কৈ থওঁ।

এই বিলাক বাজে কথাৰ ঢৌৱে কোবাই আমাক ঘাই কথাৰ পৰা বহুত আঁতৰত পেলালেহি, আকৌ ঘাই কথাৰ ওচৰ চপা যাওক। পাঠকে সুধিব পাৰে বোলে, বীৰদত্তক দেখিবলৈ ভালবেয়াৰ কথা যে আপুনি ইমান খন গালে, তেওঁৰ নো গঢ় কেনেটো আমাক কওক চোন? শুনক,—তেওঁৰ মূৰটো এটা বঙ্গালাওৰ নিচিনা; যদিও তেওঁ পাহ কাতি দীঘল চুলি ৰাখিছে তথাপি তেওৰ তালুখনত ধান মেলি শুকাব পাৰি, গোফ মেকুৰীৰ গোফৰ নিচিনা; বৰণ চুৱা চকুৰ তলিতকৈ অলপহে পোহৰ; চকু দুটা সৰু; নাকটো হাকোটাটো যেন; গাল মেৰোটা মেকুটি, হনু ওলোৱা; হাত-ভৰি বৰ বৰ একোটা ইত্যাদি। বাস্তৱিক পক্ষে বীৰদত্তক হৰদত্তৰ ভায়েক বুলি কোনো প্ৰকাৰে নেজানি। সেই বিলাক যেইকি বা নহওক, বীৰদত্তৰ এটা সদগুণ আমি উল্লেখ নকৰিলে তেওক অন্যায় কৰা হব। তেওঁ ককায়েকৰ কথা কেতিয়াও অমান্য নকৰে আৰু তেওঁৰ যদি সঁচা সঁচিকৈ কাৰবালৈ অলপ স্নেহ আছে, সেই স্নেহ ককায়েকলৈ। বীৰদত্তক আমি ইমানতে এৰি, আমাৰ নায়িকা হৰদত্তৰ জীয়েকে সৈতে পাঠকক চিনাকী কৰি দিওঁহঁক। পাঠক! নামটো শুনিয়েই আপুনি যাক ভাল পাব খুজিছিল, আপোনাৰ সেই পদুমেই এই হৰদত্তৰ জীয়েক। আমি যি সময়ৰ কথা কৈছোঁ, সেই সময়ত পদুমে ১৪ বছৰ পাৰ হৈ ১৫ বছৰত ভৰি দিছে। মাকৰ মৰম, বাপেকৰ ভালপোৱাৰ বাহিৰে আগেয়ে যি পদুমে সংসাৰত আৰু কিবা বস্তু আছে বুলি সমাজিকতো নেজানিছিল, সেই পদুমৰ হৃদয় এতিয়া কিবা এটা ভাবেৰে উদ্বেগিত। আগৰ দৰে কোনো এটা কামতে সৰহ বেলি মন লগাই তেওঁ থাকিব নোৱাৰে; হেজাৰীঘোষা পুথি পঢ়িবলৈ পালে যি পদ্মই ভাত-পানী খাবলৈ পাহৰিছিল, তাঁত-সূত বোৱা, পাঁজিকটা, দৰা কন্যা সজা আদি কামত যি পদুমে মন প্ৰাণ উছৰ্গিছিল, সেই পদুমৰ মন আৰু এতিয়া সেই বিলাক কামত নাই। তেওঁৰ মনো-ৰাজ্যত প্ৰৱল চোৰ-ডকাইতৰ উপদ্ৰৱ হবলৈ আৰম্ভ হৈছে; কেনেকৈ তেওঁৰ মন স্থিৰ থাকে? তেওঁ এতিয়া আগৰ নিচিনাকৈ বাপেক মাকৰ আগত কথা কবলৈ সংকোচ কৰে; ককায়েক আৰু দদায়েকৰ মুখলৈ চাই কথা কব লাগিলে বৰণ সলায়। যি সমনীয়া সখীয়েকৰ আগত আগেয়ে তেওঁ হিয়া উবুৰিয়াই কথা কৈছিল সেই

সখীয়েকৰ আগত তেওঁৰ মনৰ ভাব এতিয়া তেওঁ এডোখৰ এডোখৰহে প্ৰকাশ কৰিব পাৰে।

পাঠক এই কথা শুনি আপুনি এনে নেভাবিব, যে পবিত্ৰ আৰু সৰলতাৰ প্ৰতিমূৰ্ত্তি পদুমৰ হিয়াত পাপ ৰাক্ষস প্ৰৱেশ কৰিলে। এতিয়াও তেওঁৰ মুখ, ধৰ্ম্ম আৰু সাধুতাৰ কান্তিৰে পোহৰ, এতিয়াও তেওঁ সৰলতা, পৱিত্ৰতা আৰু মধুৰতাৰ প্ৰতিমা। যি পৰিবৰ্ত্তনৰ কথা কৈছোঁ, এই পৰিবৰ্ত্তন কেৱল স্বাভাৱিক পৰিবৰ্ত্তন। মলয় বতাহ বোৱা, গোলাপ, কেতকী, মল্লিকা মালতীৰ ন গোন্ধেৰে আমোদিত কুলিৰ হৃদয় উদ্দীপক মাত আৰু ভোমোৰাৰ গুন্-গুন্ ধ্বনিৰে প্ৰতিধ্বনিত, আমগছৰ কোমল নতুন কুঁহি পাতেৰে পৰিপূৰ্ণ, কুঞ্জলতাদিৰে ঢকা ৰম্য যৌৱন বাগিচাত লাহে লাহে ৰাজহংস গতিৰে তেওঁ প্ৰথম প্ৰবেশ কৰাতহে তেওঁৰ ভাৱৰ এই অভূতপূৰ্ব্ব পৰিবৰ্ত্তন। এই পৰিৱৰ্ত্তনে তেওঁৰ আগৰ দুগ্ধ ফেন সদৃশ গালত সেন্দুৰ ঢালিলে, নিৰ্ম্মল চকুত পৱিত্ৰ প্ৰেমৰ জ্যোতি দিলে, লৱনুৰে ভৰা কোমল হিয়াত ভালপোৱা জুইৰ অলপ তাপ দিলে; শৰীৰৰ অঙ্গ প্ৰত্যঙ্গ বিলাকত লাৱণ্য, সুস্থতা, আৰু সৌন্দৰ্য্য প্ৰদান কৰিলে। মুঠতে কবলৈ গলে, পদুম এতিয়া হেজাৰ গুণে পদুমী হল।

পদ্মৰ ককায়েক ৰঘুৰ এতিয়ালৈকে পাঠকে সৈতে চিনাকী কৰি দিব পৰা নাই, পাঠক, খং নকৰিব। লাহে লাহে তেওঁৰ সৈতে আপুনি চিনাকী হৈ থাকিব; সম্প্ৰতি তেওঁৰ বিষয়ে আমি দুষাৰমান কৈয়েই এই অধ্যায় শেষ কৰিম। ৰঘু কুৰি-বছৰীয়া উদ্ধত ডেকা; ডেকাতেজৰ বলত বনৰীয়া মহ ফুৰাদি ফুৰে। মাক বাপেকৰ কথালৈ বৰ কাণ দিয়া তেওঁৰ অভ্যাস নাই। কোনো এটা কাৰ্য্য ভবাতকৈ তেওঁ কৰাটো বৰ উজু পাই। তেওঁ দেখিবলৈ বেয়া নহয়; এক প্ৰকাৰ ধুনীয়াই বুলিব পাৰি; কেৱল বাওঁ চকুটোত অলপমান ফুল পৰা দোষ আছে। দাড়ি গোফ ঠুটিয়াইছে, ভালকৈ গজি উঠা নাই। পদুমলৈ তেওঁৰ কিমান মৰম আছে কব নোৱাৰোঁ (অধিক থাকিবৰ কথা) কিন্তু পদুমৰ ওপৰত হলে তেওঁ বৰ প্ৰভুত্ব চলাবলৈ বিচাৰি ফুৰে। সেই বুলি পদুমে ককায়েকক যে মান্য নকৰে এনে নহয়, তেওঁ ককায়েকৰ মৰমতে পমেহে।

## দ্বিতীয় অধ্যায়।

'পদুমৰ কি হৈছে'! এই প্ৰশ্নৰ উত্তৰ আমি এতিয়া দিবলৈ কাৰবাৰ কৰোঁ।

হৰদত্ত যদিও এজন সৎস্বভাৱৰ আৰু স্বদেশহিতৈষী লোক, তথাপি তেওঁৰ অন্তৰত অতি উচ্চ আশা সদাই অতিপাত ৰূপে আছিল বুলি আমি আগেয়ে কৈছোঁ। তেওঁৰ এই আশা-বহ্নিত কনকনীয়া শুকান খৰি পেলাই দিওঁতা হৈছে তেওঁৰ ভায়েক বীৰদত্ত। হৰদত্তই যেই কামকে কৰিম বুলি ভাবিব, বীৰদত্তই তাকে সিংহ বিক্ৰমেৰে সমৰ্থন কৰি তেওঁক সেই কাম কৰিবলৈ দ্বিগুণ উৎসাহী কৰিব। আন কি, কেতিয়াবা হৰদত্তই কৰিব নোখোজা কোনো কোনো কামো বীৰদত্তৰ উদগনিত কৰিবলৈ বাধ্য হয়। চমুকৈ কব গলে, হৰদত্ত মূৰ বীৰদত্ত হাত। আৰু মূৰে হাতক চলাব লাগে দেখি হাতৰ ওচৰত মূৰো কেতিয়াবা সেও হব লগাত পাৰে।

মোৱামৰীয়াবিলাকে আসাম উপান্ত কৰিলে; দেশত হুলস্থূল; প্ৰজাৰ সুখ-শান্তি নাই; ধন প্ৰাণ সকলো সঙ্কট জালেৰে মেৰখোৱা, কত লোক ভাগি দেশ দেশান্তৰে গল; মানুহৰ পথাৰৰ পকা ধান পথাৰতে গুচিল, ভঁড়ালৰ ধান ভঁড়ালতে এন্দুৰ, শলিয়া, চোৰ, ডকাইতৰ ভোজ হল; বাড়ীৰ তামোল পান জয়পাতেক্ষয়, আৰু গাওঁ-ভূইত মহাপ্ৰলয় উপস্থিত; চাৰিও ফালে হাহাকাৰ! অৱশেষত প্ৰজাৰ আৰ্ত্তনাদৰ ধ্বনি পৰমেশ্বৰৰ সিংহাসন পালেগৈ। ঈশ্বৰৰ মন কুমলিল, আৰু তেওঁৰ ইচ্ছামতে ইংৰাজসিংহই নিৰ্ভয় হাত দুখুনী আসামৰ ফালে ডাঙ্গিলে। মহাৰাজ গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ প্ৰাৰ্থনা মতে, মহামতি লৰ্ড কৰ্ণওৱালিচ্ বাহাদুৰ গৱৰ্ণৰ জেনাৰেল চাহাবৰ আজ্ঞাত ১৭৯২ খ্ৰীষ্টাব্দত কাপ্তান ওৱেলেচ্ চাহাব আসামলৈ আহি মোঁৱামৰীয়া বিদ্ৰোহ দমন কৰে। কিন্তু পৰৰাজ্যত হস্তক্ষেপ নকৰা নীতি প্ৰৱৰ্ত্তক, গৱৰ্ণৰ জেনেৰেল স্যাৰজন স্যোৰ বাহাদুৰে ভাৰতবৰ্ষৰ শাসন দণ্ড গ্ৰহণ কৰিলত ১৭৯৪ খ্ৰীঃ কাপ্তান চাহাব দুখুনী আসামক আকৌ দুখৰ এন্ধাৰ গাটত পেলাই কলিকতালৈ গুচি গল! ওৱেলেচ্ আসামলৈ অহাৰ অলপ আগেয়ে দৰঙ্গৰ কৃষ্ণনাৰায়ণ ৰজাৰে সৈতে মিল হৈ হৰদত্তই মোঁৱামৰীয়াবিলাকৰ হাতৰ পৰা কামৰূপ ৰক্ষা কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিছিল। তেওঁৰ প্ৰধান ইচ্ছা এইটো আছিল, যে এই সুযোগতে ঢেকেৰী-বিদ্বেষী অত্যাচাৰী আহোমবিলাকৰ হাতৰ পৰা স্বদেশ উদ্ধাৰ কৰি সুশাসনৰ নিমিত্তে কোচবেহাৰৰ মহাৰাজক বা কৃষ্ণনাৰয়ণ ৰজাক দিয়ে, নাইবা তেওঁ নিজে ৰাখে। পাছে কাপ্তান চাহাব আহি

কৃষ্ণনাৰায়ণক কৈ ৫৮০০০৲ টকা কৰ বছৰি তেওঁ আহোম ৰজাক দিবলৈ নির্ব্বন্ধ কৰি সন্ধি কৰাই দিলত হৰদত্তই, ঠেক ছিগি কিছু দিনৰ নিমিত্তে শান্ত ভাৱ ধাৰণ কৰিলে। কিন্তু ঢেকেৰী মানুহৰ প্রতি আহোমবিলাকৰ তুচ্ছ তাচ্ছিল্যভাৱ, অমানুষিক ঘৃণা, অতি কুৎসিৎ ব্যৱহাৰ বিষে তেওঁৰ অন্তৰ বিষাক্ত কৰি থৈছিল। তেওঁৰ নিচিনা উন্নতমনা আৰু স্বদেশ প্রেমী লোকৰ পক্ষে, আপোন দেশৰ লোক আৰু জ্ঞাতী কুটুম্ব প্রভৃতিৰ লাঞ্ছনা নিজ চকুৰে আগত দীর্ঘকাল চাই থকা অসম্ভৱ কথা। কতদিন কতবাৰ আপোনদেশী লোকৰ, আহোমবিলাকৰ হাতত, অপমান অমর্য্যাত দেখি তেওঁ চকুৰলো টুকিছে! পৰাক্রমী ইংৰাজ সৈন্য আসামৰ পৰা উভতি গলত আকৌ হৰদত্ত অত্যাচাৰী আহোম ৰজাৰ বিপক্ষে সিংহ বিক্রমে উঠিল আকৌ তেওঁ বজ্র নির্ঘোষ স্বৰে স্বদেশীয় সকলক আহোমৰ বিপক্ষে উত্তেজিত কৰিবলৈ ধৰিলে। আকৌ তেওঁ "কার্য্যং বা সাধয়েৎ শৰীৰং বা পাতয়েৎ" মহামন্ত্রেৰে জাতি ভাই সকলৰ হিয়াত আহুতি দিবলৈ ধৰিলে। আকৌ তেওঁৰ শক্তি সামর্থ্য তেওঁ অদম্য উৎসাহেৰে যুদ্ধৰ আয়োজনত প্রয়োগ কৰিবলৈ লাগিল।

মোঁৱামৰীয়া বিদ্রোহ দমন হোৱাৰ পাছত মহামন্ত্রী পূর্ণানন্দ বুঢ়াগোহাইদেৱে ভগা দেশ নকৈ পাতিবলৈ লাগিল। তেওঁৰ গোটেই যত্ন উজনি খণ্ডতে ব্যয়িত হৈছিল; গুৱাহাটীৰ ফালে তেওঁ বিশেষ মন দিব নোৱাৰিছিল। বিশেষতঃ গেন্ধেলা ৰাজখোৱা বৰফুকনে (কলীয়াভোমোৰা বৰফুকন) ন-কৈ কামৰূপৰ শাসন কর্ত্তা হৈ অহা বাবে তাৰ অৱস্থা ভালকৈ জানিব নোৱাৰিছিল। সেই দেখি কামৰূপত নানা অন্যায় অত্যাচাৰাদি হৈছিল।

হৰদত্তই কোচবেহাৰৰ মহাৰাজলৈ এখন চিঠি লিখিলে, যে কামৰূপ চিলাৰায় আৰু ৰঘুদেৱ ৰজাৰ দিনৰে পৰা, কোচবেহাৰৰ ৰজাসকলৰ সম্পত্তি; শ্যাম বা শ্যান দেশৰ মেলেচ আহোমবিলাকৰ গৰাহৰ পৰা কামৰূপ ৰক্ষা কৰি সুশাসন কৰাটো তেওঁবিলাকৰ নিতান্ত কর্ত্তব্য। আৰু এই কার্য্যত তেওঁ মহাৰাজক প্রাণ পর্য্যন্ত দি সাহায্য কৰিবলৈ সাজু আছে। সম্প্রতি এই কথাৰ স্থিৰতাৰ নিমিত্তে তেওঁৰ সর্ব্বসুলক্ষণী আৰু ৰাজযোগ্য সুন্দৰী কন্যা পদ্মকুমাৰীক মহাৰাজৰ কোঁৱৰক সমর্পণ কৰিছে। পত্র প্রাপ্তমাত্রকে যেন কোঁৱৰ আহি পদ্মকুমাৰীক শুভ বিবাহ কৰি লৈ যায়।

পদ্মকুমাৰীৰ অপার্থিব ৰূপ-গুণৰ কথা কোচবেহাৰে বহুদিনৰ আগৰে পৰা শুনি লুভীয়া হৈ আছিল, বিশেষতঃ হৰদত্তৰ নিচিনা ক্ষমতাশালী মানুহ এজনৰ সাহায্যত কামৰূপ লাভ, ৰাঙ্গত ৰূপ চৰোৱাৰ দৰে। চিঠি পোৱা মাত্রকে

পদ্মকুমাৰীক বিয়া কৰাবলৈ মহাৰাজে কোঁৱৰক ডোলাই ঘোঁড়াই, হাতীয়ে মানুহে দি মহা পয়োভৰেৰে পঠাই দিলে।

সূৰ্য্যকুমাৰ বৰুৱা নামে এটি লৰা পাঁচ বছৰ বয়সতে হৰদত্তই তেওঁৰ ঘৰলৈ আনি তুলি-তালি ডাঙ্গৰ দীঘল কৰিছিল। পাঁচ বছৰতে সূৰ্য্যৰ বাপেক মাক মৰিল। বাপেক-মাকৰ অভাৱত তেওঁক পোহপাল কৰোঁতা কোনো নাছিল দেখি দয়ালু হৰদত্তই আনি তেওঁক প্ৰতিপাল কৰিবলৈ ধৰিলে। তেওঁৰ বাপেক যদিও দুখীয়া আছিল, তথাপি ভাল মানুহৰ ঘৰৰ, আৰু হৰদত্তৰ ঘৰত সদাই উপাসা ভৰষা কৰি থকা মানুহ। সেইবাবে হৰদত্তই কেওঁকিছু নাইকিয়া সেই মাউৰা লৰাটিক বৰ মৰম কৰি অতি আদৰেৰে তুলিছিল। সূৰ্য্যয়ো হৰদত্ত আৰু তেওঁৰ পত্নীৰ ওচৰত সেইবাবে কৃতজ্ঞ আছিল, আৰু আপোনাৰ ঘৰত থকাতকৈও বৰ সুখেৰে আছিল। সূৰ্য্য দেখিবলৈ বগা আৰু ধুনীয়া আছিল। তেতিয়াৰে পৰা সূৰ্য্যৰ খোৱা, থকা, ধেমালি কৰা, ফুৰা, কথাকোৱাৰ লগৰীয়ানী হৈছে পদ্ম। পদ্ম যত সূৰ্য্য তত, সূৰ্য্য যত পদ্ম তত। পদ্মই ধেমালি নকৰিলে সূৰ্য্যই ধেমালি নকৰে, পদ্মই বেজাৰ কৰিলে সূৰ্য্যই বেজাৰ কৰে, পদ্মই ভাত নেখালে সূৰ্য্যই ভাত নেখায়। মুঠতে কবলৈ গলে ৰাতিৰ ৬।৭ ঘণ্টাৰ বাহিৰে পদ্ম-সূৰ্য্যৰ এৰাএৰি নাই। পদ্মৰ মনটো সদাই কেনেকৈ আনন্দত ফুলি থাকিব সূৰ্য্যৰ এই চেষ্টা, আৰু সূৰ্য্যৰ মনটো সদাই কেনেকৈ ভালে থাকিব পদ্মৰ এই চেষ্টা। দুইৰো ভিতৰত এনে নিৰ্ম্মল ভালপোৱাৰ দৃশ্য অতি সুন্দৰ, অতি মোহলগা। হৰদত্ত আৰু তেওঁৰ স্ত্ৰীয়ে পদ্ম-সূৰ্য্যৰ সজ-স্বভাৱ আৰু ব্যৱহাৰত সদাই আনন্দ লাভ কৰি আছিল।

এইদৰে কিছুকাল গল। পদুম আৰু সূৰ্য্য লাহে লাহে ডাঙ্গৰ হৈ আহিল। বয়সৰ লগে লগে তেওঁবিলাকৰ ভিতৰত মৰমো বাঢ়ি আহিল। পদুমৰ বয়স এতিয়া চৌধ্য বছৰত সূৰ্য্যৰ ১৭ বছৰত সোমাল; কিন্তু স্বাভাৱিক পৰিবৰ্ত্তনত কোনে বাধা দিব পাৰে? তেওঁবিলাকৰ ভিতৰত লৰাকালৰ মৰমেই ক্ৰমে এটা অভিনৱ আকৃতি ধৰিলে। আগেয়ে দুয়ো হিয়া উবুৰিয়াই কথা নেপাতিলে নহৈছিল; এতিয়া দুয়ো একেষাৰ বা দুষাৰ কথাতকৈ সৰহকৈ পাতিব নোৱাৰে। আগেয়ে দুয়ো-মুখলৈ চোৱা-চুই কৰি দিনটো থাকিলেও মুখৰ ভাব নলৰিছিল, এতিয়া চকুৱে চকুৱে এবাৰ পৰিলেই দুইৰো মুখ ৰঙ্গা লাতুৰমণিৰ নিচিনা হৈ যায়, আৰু মূৰ তললৈ দোঁখাই পাৰে। একৰামকালি এজনে এজনক ওচৰত দেখিলেহে হেঁপাহ পলুৱাই চাব পাৰিছিল, এতিয়া এজনে এজনক আঁতৰৰ পৰা লুকাই চালেহে মনৰ সুখেৰে হেঁপাহ পলুৱাই চাব পাৰে। আগেয়ে এজনে

এজনক আগত থাকে মানে মনত ৰাখিছিল, আৰু তেওঁ আগৰ পৰা নাইকিয়া হলে পাহৰিছিল, এতিয়া সেইজন আগৰ পৰা নাইকিয়া হলেহে তেওঁৰ তেওঁলৈ বেচিকৈ মনত পৰা হল। আগৰ ভালপোৱা আৰু মৰম মুখৰ কথা-বাৰ্ত্তাই জনাইছিল, এতিয়াৰ ভালপোৱা আৰু মৰম স্থিৰ চকু আৰু মুখৰ বৰণ সলনিয়ে জনায়।

পাঠক, এই পৰিবৰ্ত্তনৰ কাৰণ কি কব পাৰে নে? পাৰে যদি ভালেই, নোৱাৰে যদি আমাক সোধক, আমিয়েই কওঁ। পদ্ম আৰু সূৰ্য্যৰ মাজত এতিয়া লৰাকলীয়া ভালপোৱা গৈ যৌৱন-সুলভ ভালপোৱাৰ উদ্ভৱ। পদ্মৰ ইচ্ছা, তেওঁ যেন চিৰকালৰ নিমিত্তে সূৰ্য্যৰ হাতত তেওঁৰ প্ৰাণ-মন সমৰ্পন কৰিব; সূৰ্য্যৰ মনতো এনে ভাব হল যে তেওঁৰ হিয়া যেন একেবাৰেই পদ্মক বিলাব; পদ্মক যেন তেওঁৰ চিৰদুখ-সুখৰ ভাগিনী আৰু চিৰসঙ্গিনী কৰিব। এই ইচ্ছাৰ বশবৰ্ত্তীহৈ উভয়ে উভয়ক মনতে বৰণ কৰিলে। কিন্তু প্ৰেম, সঙ্কল্প আৰু কাৰ্য্য এই বিলাকৰ ওপৰতো এজন নপতা-ফুকন আছে। সদীয়াত থাকি ধুবুৰিত প্ৰেম কৰিব পাৰি, ব্ৰহ্মকুণ্ডৰ পৰা সঙ্কল্প-ব্ৰহ্মপুত্ৰত উটি আহি উমানন্দত লাগিব পাৰি, সাতোটা নগা-পৰ্ব্বত বগাই ওপৰ চাঙ্গৰ নগাৰ কাষ পাবগৈ পাৰি, কিন্তু এই নপতা-ফুকন-জনৰ তাপত চাৰি আঙ্গুল আঁতৰত থকা এজনক এজনে পাব নোৱাৰি! এইজন নপতা-ফুকন ধনুৰ্দ্ধৰ কোন, জানেনে, পাঠক? এওঁকে বোলে লাজ। সময় নাই, অসময় নাই, ঠাই নাই, অঠাই নাই, এওঁ সদাই সকলোতে উপস্থিত। এওঁ মেঘতকৈও ওখ, সাগৰতকৈও বহল, পৃথিৱীতকৈও ডাঙ্গৰ। এওঁৰ অশেষ কীৰ্ত্তি। সচাই মিচাই হকত অনাহকত লোকৰ, বিশেষকৈ অলপ-বয়সীয়া মানুহৰ, ওপৰত বৰ-মটা ওলোৱাত এওঁৰ কাৰ্য্য। চুকৰ বোৱাৰী কত চেপেটা লাগি পৰি আছে এওঁ তাতে ভুমুকিয়ালেগৈ; ন-দৰা কত বিয়া কৰিবলৈ গল, এওঁগৈ তাত উপস্থিত হল; কত কালৰ মূৰত গিৰীয়েক ঘৰলৈ উভতি আহিল, ঘৈনীয়েক আনন্দত উৎফুল্ল, কিন্তু ইমান ধাউতিৰ বস্তু গিৰীয়েক যেতিয়া আগত উপস্থিত হৈ মৰমৰ মাতেৰে ঘৈনীয়েকক মাতিলে, ততালিকে আমাৰ লাজ ডাঙ্গৰীয়া কৰবাৰ পৰা আহি ঠিয় হল, আৰু ঘৈনীয়েকৰ মূৰ দোঁখাই গল। হিমালয় পৰ্ব্বতৰ কাঞ্চন-জঙ্ঘা টিঙ্গক কাপ কৰি, লোন সাগৰক মহী কৰি লেখিবলৈ ধৰিলেও এই মহা-পুৰুষৰ গুণ-শীল নুধুকাই। এই লাজৰ তলতীয়া হৈয়েই পদুমে সূৰ্য্যক আৰু সূৰ্য্যই পদুমক এতিয়ালৈকে তেওঁবিলাকৰ এই নতুন মনৰ ভাব ব্যক্ত কৰিব পৰা নাই। কিন্তু এই ভাব আন সাধাৰণ ভাবৰ নিচিনা নহয়। ইয়াৰ সহস্ৰ মুখ।

ই নানা প্ৰকাৰে প্ৰকাশিত হয়। সেই দেখি, তেওঁবিলাকৰ মুখ জাপ খাই থকাতো, এই ভাব অন্তৰে অন্তৰে দুয়ো কোৱাকুই কৰিব পাৰিছিল।

আমি আকৌ আগৰ কথালৈ যাওঁ, পদুমৰ মনোবেদনাৰ কাৰণ কওঁ। এই বিলাক সুখ সমাজিকৰ মাজতে হঠাৎ পদুমৰ চেতনা হল; অকস্মাৎ তেওঁৰ মূৰত আকাশী-চৰগ ভাগি পৰিল। তেওঁৰ সখীয়েকে আহি হঠাৎ এটা আমঠু কলা পৰি যোৱা বাতৰি তেওঁকা দিলে। বাতৰি শুনি চৰগ-পৰা যেন হৈ অলপমান থৰ হৈ থাকি তেওঁ লুটি খাই পৰিল! সখীয়েকে তেল-পানী আনি মূৰত থপিয়াই দি বিচি বিচি পদুমৰ চেতনা আনিলে। জ্ঞান পাই তৰা যেন চকু দুটি মেলি লাহেকৈ পদুমে সুধিলে,—"সখি, তুমি ধেমালি কৰিছা নে কি? ধেমালি কৰিছোঁ বুলি কোৱাঁ সখি!"

"মই নো এনেবোৰ কথালৈ তোমাৰে সৈতে ধেমালি কৰোনে সখি?" এই বুলি সখীয়েকে ৰিহাৰ আঁচলেৰে নিজৰ চকুৰ-লো টুকিবলৈ ধৰিলে। পদুমে আকৌ সুধিলেঃ—"একেবাৰে বিয়াৰ ঠিক কৰি চিঠি দিলে নে?" সখিয়েকে উত্তৰ দিলেঃ—"এৰা ঠিক কৰি চিঠি দিলে। আকৌ শুনিছোঁ বোলে ৰাজকোঁৱৰ বিয়াৰ নিমিত্তে তাৰ পৰা আহিলেই, কালি আজিতে পাবহি"।

সখীয়েকৰ কথাৰ অন্তত পদুমে "সূৰ্য্য! সূৰ্য্য!" বুলি দুবাৰ মাতি আকৌ মুচ্‌কচ্‌ গল। সখীয়েকে বৰ যতনেৰে আকৌ পদুমৰ চেতনা আনি কলে, "সখি, বিপদকালত ধৈৰ্য্যহে ধৰিব লাগে, অস্থিৰ হলে কি হব? লাজ কৰি থাকোঁতে থাকোঁতে জোৰ পুৰি হাত পালেহি। আইক মই সকলো কথা ভাঙ্গি-চিঙ্গি কওঁ, বোলে সূৰ্য্যইহে পদুমৰ স্বামী, সূৰ্য্যৰ বাহিৰে পদুমে কাকো নেজানে। আয়ে দেউতাৰ আগত কৈবিয়া ভাঙ্গি দিয়ক।"

পদুম। - আৰু কবাঁ, "সূৰ্য্য নহলে পদুম জীয়াই থাকিব নো—।" এই বুলিয়েই পদুমৰ কণ্ঠৰোধ হল, ফটিকৰ ধাৰ যেন দুধাৰা লো চকুৰ পৰা বৈ আহিল, আৰু একো কব নোৱাৰিলে। সখীয়েকে আপোনাৰ ৰিহাৰ আঁচলেৰে পদুমৰ চকুৰ লো টুকি দি লাহেকৈ চুমা এটি খালে। পাঠক! কৃষ্ণপক্ষৰ প্ৰতিপদৰ জোনে জোনে চুমা খোৱা দেখিছানে? নাই দেখা, কত দেখিবা? দেখাহেঁতেন বিষাদত মলিনমুখী এই জোন দুটিৰ মুখে মুখে লাগি কেনে শোভা হৈছিল, তাক অলপ অনুমান কৰিব পাৰিলাহেঁতেন; চুমা খাই সখীয়েকে পদুমক কলে, 'সখি এই কথাত পলমকৈ থাকিলে কাৰ্য্য নাশ; সেই দেখি মই এতিয়া আইৰ ওচৰলৈ

যাওঁ।" এই বুলি সখীয়েক উঠি আহি দুৱাৰমুখ পাইছেহি, এনেতে পদুমে মিহিকৈ কলে,"আইক কবা, এই বিয়া জীয়া পদুমেসৈতে নহয়!"

পদুমৰ সখীয়েকে এই বিলাক সকলো কথা পদুমৰ মাকৰ আগত কলত তেওঁ স্বামীৰ আগত, এটাইবিলাক জনাই মৰমৰ জীয়েকৰ হকে স্বামীক কাকুতি-মিনতি কৰিবলৈ ধৰিলে। হৰদত্তই এই কথা শুনি খঙত ঘৃতাহুতি হৈ জীয়েকৰ ফলীয়া হৈ কথা কোৱাত ঘৈনীয়েকক তিৰস্কাৰ কৰিলে, আৰু তৎক্ষণাৎ মানুহ পঠিয়াই বীৰদত্তক মতাই আনি সপ্নৰ অগোচৰ এই নতুন কথা বৰ্ণনা কৰিলে :—

হৰদত্ত।—"শুনিছনে বীৰ, আমাৰ বংশধৰী জীয়াৰীৰ কীৰ্ত্তি-কলাপ! আমি চাই দিয়া দৰা তাইক নেলাগে হেনো, তাই নিজে দৰা বাচি লৈছে। চুকতে থাকি বুকতে কামোৰা এইটো সূৰ্য্যনেকি, তাতেহে হেনো তাই বিয়া সোমায়। তাকে আকৌ এই মাক ডুমুনীয়ে মোক কবলৈ আহিছে। ইমান সাহ ছিকৰা যেন ছোৱালী এজনীৰ! বাপেক মাকে দৰা বিচাৰি দিব নোৱাৰে, তাই নিজে দৰা বাচিছে! ওঁ—বাৰু অ, বেছ কথা শুনিলোঁ। শলাগোঁতে শলাগোঁতে শলাগাঁথি লাগিল! দিনে-ৰাতিৰে ঘোষা পুথি পঢ়া, নাম গোৱা, বোপেক-মাকক ভক্তি কৰাৰ এই ফল! এই বকুৱাৰ ঘৰৰ লৰাটো কণমানৰে পৰা তুলি তালি ডাঙৰ দীঘল কৰিলোঁ, ই যে এনেটো কাম কৰিব তাক কোনে জানিছিল? স্বভাব চৰিত্ৰ ভাল বুলি জানিলে আৰু বাহিৰে দেখিব শুনিবলৈ ভাল হলেও যে মানুহক চিনা টান এতিয়াহে বুজিলোঁ।"

বীৰদত্ত।—"হেঃ, হেঃ, বুজিলে নে এতিয়া? ইমান সোনকালে যে বুজিব আশা নাছিল। আপুনিয়েই গুচালে সেইজনী ছোৱালী। সুন্দৰ হৈছে এতিয়া। এতিয়া মৰম দেখুৱাবহে দেখুৱাব; মোৰ পদুমহে, মোৰ মইনাহে, মোৰ অমুকহে মোৰ ভচুকহে, ভেকুলিৰ ছালহে, লৰা ছোৱালীক বাঘৰ চকুৰে চাব দিছে। ওলাওঁতে এভুকু, সোমাওঁতে এভুকু, তেহে লৰা ছেৱালী, লৰা ছোৱলী হৈ থাকে। আপোনাৰ আৰু বৌৰ মুখতহে 'পদুম ভাল,' আমি হলে যে 'পদুম নহয় যম কাল' তাক কেতিয়াবাৰ পৰা জানো। বৌক কওক, যাওক লৰ মাৰি গৈ পদুমীক নাল-লগা চুমা এটা দি আহক গৈ। অপোনাৰ সূৰ্য্যকুমাৰ এতিয়া বেয়া হল নে? কিয় বেয়া হব? এনে কথা কত আছে? এনে সৎস্বভাৱৰ, এনে সুন্দৰ লৰা কত আছে দেহি? আৰু কৰবাৰ লৰা-লুৰী এই দেশত আজিকালি পাবলৈ নাই নে? গোটাচেৰেক মান আনি তুলি লৈ পদুমেৰে সৈতে ধেমালি ধুমুলা কৰিবলৈ লগ লগাই দিয়ক।"

হৰদত্ত।—"সেই বোৰ কথা কলে কি হব? এতিয়া কি কৰিম, সেইটোৰহে

বুদ্ধি দিব লাগে; যি হল হল। সি ফালে কোচবেহাৰৰ ৰাজকোঁৱৰ আজি বা কাইলৈ আহি পাবহি; এইখন গোলমাল শুনিলে তেওঁ বা কি বুলিব, আৰু আন মানুহে বা কি বুলিব? মোৰ বাৰে পাচী শত্রু, সেইবিলাকে তো মোৰ ছোৱালীৰ মিছাই-সঁচাই বদনাম ৰটিব।"

বীৰদত্ত।—"কি কৰিম, কি কৰিম," এইটো কথালৈকে নো ইমানকৈ ভাবিব লাগিছে নে? "লালুকীলৈ আৰু আকৌ তপত পানী লাগিছে"। কাণখনত ধৰি সূৰ্য্য নে মুৰ্য্য সেইটোক আপোনাৰ ঘৰৰ পৰা উলিয়াই দিয়ক, পদুমক ভালকৈ দাবি গোটাচেৰেক লগাই দিয়ক, সকলো ঠিক হৈ যাব।"

এই কথা শুনি হৰদত্তৰ ঘৈনীয়েকে চকু-লো টুকি কলে, "সূৰ্য্যক খেদিলে মোৰ পদুমীক আৰু নেপাওঁ।"

হৰদত্ত।—"তই ইয়াৰ পৰা গুচ! মোৰ যি মন যাই তাকে কৰিম। 'পদুমীক নেপাওঁ,' পদুমী কলৈ যাব? বাৰু কলৈ যাই যাওকচোন চাওঁ।"

স্বামীৰ এই কথা শুনি, মাক কান্দি লাহে লাহে ভিতৰলৈ গুচি গল। হৰদত্তই সেই দিনাৰ ভিতৰতে সূৰ্য্যক তেওঁৰ ঘৰৰ পৰা ওলাই যাবলৈ, আৰু পদুমেৰে সৈতে কেতিয়াও দেখা নকৰিবলৈ আজ্ঞা দিলে। অনামেঘত বজ্ৰাঘাতৰ নিচিনা নিষ্ঠুৰ কথা কাণত পৰিহে আজি পদুম ইমান ব্যাকুল, অস্থিৰ, চিন্তাত নিমগ্ন, আৰু টোপনি নাইকিয়া।

---

# কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা।

## পুৰণিতত্ত্ব।

আজি কালিৰ লেখা-পঢ়াৰ পোহৰ পোৱা বুঢ়া-ডেকা সকলোৰে ৰাজহুৱা বেজাৰ ঃ—ভাৰতবৰ্ষৰ পতিয়াব পৰা পুৰণি বুৰঞ্জী নাই। এই বেজাৰৰ ধ্বনিয়ে চুকৰ বোৱাৰী আসামকো পাইছেগৈ। লেখকে লেখিবলৈ কাপ তুলিয়েই টভক মাৰিব, পাঠকে শাৰীয়ে পতি হুমুনিয়াহ পেলাব, কথকে মুখ মেলিয়েই হামিয়াই হেকতিয়াই বিননি ধৰিব, “অসমৰ পুৰাতন কাৰ্য্যকলাপ, ইতিহাস আৰু ঘটনাৱলী অনন্ত কাল সমুদ্ৰৰ গৰ্ভত।” ( হয়! তাবে কিছুমান তোমৰা-আমাৰ গৰ্ভতো )। কল্পতৰু বৃক্ষয় “মাগন্তা জনকহে ফলদান” দিয়ে, কামধেনুক দুহিলেহে গাখীৰ পোৱা যায়। আগো নাই গুৰিও নাই, টিকাত চপৰিয়াই দেওদি ধিতিঙ্গালিকৈ ফুৰি, কাৰ্য্যৰ বেলিকা মূৰ খজুৱাই খজুৱাই তিনদিনৰ বাটৰ পৰা ৰিঙ্গিয়াব, “বুৰঞ্জী নাই,” “ইতিহাস নাই” “একো নাই”। ( কেৱল মাথোন আছে তেৱেঁইহে )। চকুমুদা মানুহৰ পক্ষে একো নাই। ৰজাও নাই, প্ৰজাও নাই, সত্ৰও নাই, সভাও নাই, বামুণো নাই, লগুণো নাই। থকালৈ এটাইবোৰ আছে। আমাৰ হলে এই জাতি মানুহলৈ অলপো কৃপা নাই, যৰে মানুহ তত চিঞৰি বাখৰি মৰক, আমি চকু মেলিযেই নেচাওঁ। সঁচা কথা কবলৈ গলে, অমিও আগেয়ে এনেবিলাক লেখক,পাঠক আৰু কথকৰ শাৰীত কলাখহুৱাৰ কঠ পাৰি বহি শাৰী পূৰাইছিলোঁ। সম্প্ৰতি আমি তেনেলোকৰ শাৰীৰ পৰা খাৰিজ।” কৃপাবৰ বৰুৱা আগেয়ে এক এতিয়া এক। এতিয়াৰ পৰা তেওঁ ওপৰত কোৱা ভকত সকললৈ আৰু উভতি নেচাই, বৰং তেনে ধিতিঙ্গা, ৰিঙ্গ দি খোৱা দিঙ্গিত ভৰি দি পলোৱা, তৰ-চেঙ্গেলী, উতনুৱা লোকক চল পালহে এপোটোকা দিবহে। সি যেই কিবা নহওক, এতিয়া আমি পুৰণিতত্বৰ অৰ্থে অসমীয়া ভাষাত লেখা পুৰণি পুথি বিচাৰি ধোৱাঁ-চাং পাত-পাত কৰিছোঁ। এলান্ধুৰে চকু-ছোৱা তেওঁ ( কোন ? ) যেন হৈছোঁ।

তেওঁ আমি শুদাই এৰা ভকত নহয়; আসামৰ ধোৱাঁ-চাং এখনো বাকী নাৰাখোঁ। সোধ-পোছ নাই আৰু ধোৱাঁ-চাঙ্গত উঠিম। সম্প্ৰতি আমি এখন পুথি পাইছোঁ। পুথিখন হীৰাৰ খনি বুলিলেও হানি নাই। তাত বিস্তৰ সামাজিক, নৈতিক, ৰাজ নৈতিক, বৈষয়িক, বৈদিক, সাত্বিক, ৰাজসিক, তামসিক, ইহলৌকিক, পাৰলৌকিক, কৈষিক, ঐষিক, মৌষিক, পৈতৃক, মৈত্রিক, ভৌতিক আদি কথা আছে। তাত পুৰণিতত্বৰ, আঘোন-পুহ মহায়া পথাৰৰ শালি ধানৰ দৰে পক উঠি আছে; মুঠেই দাবাঁ, ডাঙ্গৰী বান্ধিবাঁ আৰু কঢ়িয়াবাঁ। মই সেই প্ৰত্নতত্বৰ ডাঙ্গৰী এটাৰ এঠো-কেৰে আজি আলহী সুধিম বুলি মনোগত কৰিছোঁ। শেহত আমাৰ আলহী ভকত সকলক এটি কথা কৈ থওঁ, এই বাৰ নতা পাই আকৌ মোৰ ওচৰলৈ তেওঁলোক আহিলে 'ঢেকিঠোৰাটি' লৈ যাব লাগিব। শুনক ঃ---

"জৈমিনীয়ে ধৰ্ম্মপক্ষীক প্ৰশ্ন কৰে ঃ— 'হে পক্ষী পুঙ্গৱ! হে মহাত্মা! আপুনি পৰম কৃপা প্ৰদৰ্শন কৰি অনেক অমূল্য অমৃতোপম পুণ্য আখ্যান মোক শ্ৰবণ কৰালে। এনে পৱিত্ৰ বাক্যামৃত পান কৰি মোৰ তৃপ্তি পলোৱা দূৰত থাওক ক্ষুধাহে বাঢ়িছে। সম্প্ৰতি মোৰ আৰু এটি কথা শুনিবৰ ইচ্ছা হৈছেঃ— চুলি, দাড়ি, আৰু গোফৰ উপত্তি কি? আৰু কেনেকৈ মনুষ্যৰ সৰ্ব্বশ্ৰেষ্ঠ অঙ্গ মস্তকত সিহঁতৰ ঠাই হল। সিহঁতৰ ভূত, ভৱিষ্যত, বৰ্ত্তমান, অৱস্থা কি? বৰ্ণনা কৰি মোক অনুগ্ৰহ প্ৰকাশ কৰক।"

ধৰ্ম্মপক্ষীয়ে কয় ঃ— হে মহাভাগ! হে ঋষভ! হে অনঘ! আপুনি মোত সাধু কথা প্ৰশ্ন কৰিছে। আপোনাৰ নিচিনা মহন্তৰ এনে প্ৰশ্ন পৰম শোভন হৈছে। এইটো কথা অতি গুপুত, যাকে তাকে 'কহিবাক নুহিকে যুগুত।' পূৰ্ব্বত বিৰিঞ্চিক নাৰদে এই কথা পুছিছিল। 'নাৰদত হন্তে' মোৰ কৰ্ণ গোচৰ হল। আজি আপুনি হেন মহাভাগত এই কথা সংক্ষেপে বেকত কৰিবলৈ পালোঁ, আহা! মোৰ কি ভাগ্য! সাৱধানে কৰ্ণভৰি শ্ৰৱণ কৰক ঃ--

'সৃষ্টিকৰ্ত্তা হিৰণ্যগৰ্ভ প্ৰজাপতিয়ে একদিনাপ্ৰতি পৌষমাসৰ প্ৰভাত কালত শীতৰ দ্বাৰা প্ৰপীড়িত হৈ কাৰ্য্যালয়ক প্ৰতি গতি নকৰি স্ব শয্যাতে উপবেশন কৰি এটা মনুষ্যৰ মস্তক আনি ললাটলিখন কাৰ্য্য সম্পন্ন কৰিছিল। হস্তস্থিত কাপ মৈলামস্থিত মহীত স্নান কৰোৱা মাত্ৰ বাতাহত কদলীপত্ৰৰ ন্যায় অকস্মাৎ হস্তকম্প উপস্থিত হৈ অধোমুখ হোৱা মহাধাৰৰ পৰা কল কল নিনাদে মহী নিৰ্গত হৈ সমস্ত গাৰু আৰু মনুষ্যমস্তক সিক্ত কৰি পেলালে। তদীয় গাৰু শ্ৰেষ্ঠত স্থানবিশেষে শীৰ্ণ-জীৰ্ণতাদি দোষ আছিল। তৎ তৎ চিদ্ৰ দ্বাৰা তুলা নিৰ্গত হৈ থকা হেতু সেই

মনুষ্যমুণ্ডৰ স্থানে স্থানে সংযোজিত হল। মস্তক সংযোজিত সমূহ চুলি, গালত আৰু ওঠত সংযোজিত হোৱা সমূহ দাড়ি আৰু গোফ নামে খ্যাত হল। কোকিল-মৎস্যস্য লক্ষণং বিদ্যতে অত্র ইতি দাড়ি। চলতি বায়ুভৰেণ ইতি চুলি। গো ফলত্যত্র গোফঃ ইতি দুগ্ধবোধঃ। অৰ্থাৎ ককিলা মৎস্যৰ দাঁড়ৰ লক্ষণ ইয়াত বিদ্যমান দেখি দাড়ি; বায়ুৰ কোবত লৰে দেখি চুলি, আৰু বেদৰ ফল ইয়াত ফলে দেখি গোফ বুলি দুগ্ধবোধ ব্যাকৰণে উক্তি কৰিছে। হে মহাভাগ! দাড়ি, গোফ, আৰু চুলিৰ এবম্প্ৰকাৰে সৃষ্টি হল। এই সমূহ বৰ্ত্তমান যুগত সাধু-চৰিত্ৰ, পৱিত্ৰ-হৃদয়, ধীমান মহন্তসকলৰ দ্বাৰাই কিৰূপে ব্যৱহৃত হৈছে সি ভৱাদৃশ মহৰ্ষিৰ অবিদিত নাই। ভবিষ্যতে এই সকলৰ কিৰূপে ব্যৱহাৰ হব তাক পূৰ্ব্বে মই ভবিষ্য পুৰাণত কলিযুগৰ ধৰ্ম্ম কথনোপলক্ষে ব্যাখ্যান কৰিছোঁ। সম্প্ৰতি ভৱদীয় আনন্দবৰ্দ্ধনাৰ্থ উক্ত পুৰাণৰ পৰা বাক্য উদ্ধাৰ কৰি ব্যক্ত কৰেঁা।"

পাঠক! আপোনাক এই খিনিতে এটি কথা কওঁ। ধৰ্ম্মপক্ষীৰ ভবিষ্যপুৰাণৰ পৰা উদ্ধাৰ কৰি কোৱা কথাৰ ভাষা ইমান কেৰকেৰীয়া, যে তাৰ অৰ্থ অৱগাহ কৰেঁাতে মই হেন পণ্ডিতৰে 'গোৰঘামে যাই বহি' হৈছে, আৰু 'ইতৰস্য কা কথা।' সেই দেখি তাক ভাঙ্গি পিঠাগুৰি যেন কৈ তলত দিলোঁ, এৰাঁগাখীৰ এটুপি আৰু গুড় অলপমান খৰচ কৰি সানি খাব। ঢোদৰ পছলা হৈ বহি থাকিলে নহয়, মই সানিপিটিকি নিজে খাৱো দিব নোৱাৰোঁ; মোৰ আজৰি নাই।

"কলিত দাড়ি, গোফ, আৰু চুলিৰ বৰ আদৰ হব। ফকিৰ-ফকৰা বৰাগী-ব্ৰহ্মচাৰী সকলোৱে ইয়াকে পিন্ধিব। চুলিয়ে ফকিৰৰ মূৰত মোহনী ভাঙ্গৰ কলি যেন হৈ, দাড়িয়ে ব্ৰহ্মচাৰীৰ গালত মকড়াৰ জালৰ নিচিনা হৈ, আৰু গোফে সোণাৰিৰ মুখত মহৰ শিং যেন হৈ শোভা কৰিব। ভাৰতবৰ্ষৰ উত্তৰ পশ্চিম ফালে কামপিঠ বা কামৰূপ বা আসাম নামে প্ৰদেশত চুলিৰ বৰ প্ৰভাৱ হব। তিৰোতা, মটা, সকলোৱে মেলি দিলে কলাফুলত পৰা চুলি বৰ ভাল পাব। মটাই সেই চুলি মূৰত জখলাখুপীয়াকৈ লৈ উধানটি যেন কৰি বান্ধি থব। জাপীৰ টুপটিক যেনেকৈ বাওটোৱে চাৰিওফালে বেঢ়ি থাকে, সেই উধানটিকো পাহকটা ছুটি চুলিয়ে চাৰিও ফালে বেঢ়ি থাকিব। ইয়াৰ পিছত লাহে লাহে কলিযুগৰ শেহলৈ সেই দেশৰ ডেকাসকলে উধানটি বেয়া পাই খহাবৰ ইচ্ছা কৰিব, আৰু খোপবিলাকো সমান কৰিবৰ অভিলাষ কৰিব। উধনীয়া বুঢ়াসকলে সেই ইচ্ছাৰ বিৰুদ্ধে কঁকালত টঙ্গালি বান্ধি সাজু হব। দুই দলৰ ভিতৰত তুমুল ৰণ হব। উভয় ফালৰে ৰথী-মহাৰথী সেই দোৰ্ঘোৰ সংগ্ৰামত ভালেমান পৰিব। শেহত দুই দলৰে ভিতৰত সন্ধি স্থাপিত

হৈ তাৰ ফলস্বৰূপে ডেকাসকলৰ মূৰৰ উধান খহি তাৰ ঠাইত লালুকীৰ নেগুৰ যেন একোডালি হব। সি, টিকনী নাম পাব। খোপ সমান হৈ মূৰ বুঢ়া ভালুকৰ টিকা যেন হব। লালুকীৰ ঠেং গজি জঁপিয়াই বাম উঠিলে যেনেকৈ নেগুৰ ডাল ছিগি পৰে, সেই ডেকাসকলৰো গাত বল-শক্তি হৈ বুঢ়াসকলৰ লগৰ পৰা জঁপিয়াই আঁতৰ হলেই টিকনি সৰি পৰিব। দাড়ি আৰু গোফ গোসাঁই, মহন্ত, আৰু ভকতসকলৰ চকুৰ কুটা, দাঁতৰ শাল হব। আঢ়ৈহতীয়া দীঘল চুলিতহে তেওঁবিলাকৰ মৰম সোপাই সোমাব। দাঁড়ত গামোছা মেলাদি মূৰত চুলি মেলি থোৱাটো বৰ ধুনীয়া কথা বুলি তেওঁলোকে ভাবিব। চেঙ্গেলী-টোপোৱা-বৰশীৰ আগত বৰলটোপে যেনে শোভাকৰে, সেই মেলি দিয়া চুলিৰ আগত মৰাশাকৰ-জুৰ যেন সৰু গাথি এটাই তেওঁবিলাকৰ পিঠিত পৰি তেনে শোভাবৰ্দ্ধন কৰিব। যি তেনে শোভাৰ পক্ষপাতী নহব সি "ক্ৰাইষ্টাইন" বা বাবু নাম পাব পাৰিব! দাড়ি-গোফ তেওঁবিলাকৰ মুখৰ পৰা পলাই পত্ৰং দি ভাৱনাৰ মুখাত 'শৰণে পশিব।' কিন্তু লাহে লাহে সেই যুগৰ উঠি অহা ডেকাসকলে দাড়ি গোফক অভয়দান দি নিজৰ গাল মুখত তুলি লব।

"হে মহাভাগ! ভৱদীয় আনন্দবৰ্দ্ধনাৰ্থে আজি সংক্ষেপে এই পৰম ৰহস্য কথা ব্যক্ত কৰিলোঁ, ইয়াক শ্ৰৱণ মাত্ৰকে অন্ধই চক্ষু পায়, বন্ধ্যাই সন্তান লাভ কৰে, নিৰ্ধনীৰ ধন হয়, ছাকোলাই ডেও দি পৰ্ব্বত পাৰ হব পাৰে।" (পৰীক্ষা "পাছ" কৰিব পাৰিনে ?)

এই গল প্ৰত্নতত্ত্বৰ কথা। এতিয়া আমি এই বিষয়ে আমাৰ নিজৰ সুদীৰ্ঘ, 'সুশ্ৰাব্য' সুকোমল, মনোহৰ, বক্তৃতা এবুৰিমান কৰি পাঠক আৰু পাঠিকাৰ মন চুৰ কৰি লৈ পলাই ফাঁট মাৰিম, তেওঁলোকে বিচাৰি চলথ কৰি কান্দি মৰিলেও আৰু আমাক নাপায়।

১ম বক্তৃতা —বিলাতৰ বিখ্যাত প্ৰত্নতত্ত্ববিদ পণ্ডিত অধ্যাপক ড্ৰম্ (ঢোল) চাহাবে মোলৈ লিখিছে ঃ— প্ৰত্নতত্ত্বৰ বিষয়ে আপোনাৰ অমানুষিক অধ্যৱসায়ৰ কথা শুনি আমি পৰম আনন্দিত হৈছোঁ। এই মহৎ কাৰ্য্যৰ বাবে আপোনাক ধন্যবাদ দিবলৈ বিলাতত আমি এখন ৰাক্ষস (monster) সভা কৰি আপোনাৰ স্বাস্থ্য পি খালোঁহঁক।

২য় বক্তৃতা।—বনগাৱঁত, হগ চাহাবে লেখা সাঁচিপতীয়া পুথি এখন পুখুৰী খানোতে ওলাইছে, তাত দাড়ি, গোফ, চুলী আৰু কৃপাবৰ বৰবৰকুৱাক নথৈ শলাগিছে

৩য় বক্তৃতা।—তিতাবৰ মৌজাৰ গোফীয়াগোহাঁয়ে জুলীয়া পিঠাগুড়ি এবাটি পি খাই, পাহৰি মুখ নোধোৱাকৈ এটা বৰ সবাহত গৈ বহিছিল; পাছে পাতল ডেকা লৰা এমখাই তেওঁৰ মুখলৈ চাই গিৰ্জ্জনি মাৰি হাঁহি দিলত গোহাঞিদেউৰে খং কৈ সবাহৰ পৰা একেচাতিয়েই উঠি আহি ঘৰত দাপোণত মুখ চাই ঘৈনীয়েকৰ পিঠিত চোৰাত মেলিলে।

৪ৰ্থ বক্তৃতা।—হব-খোজা কন্যা এজনীয়ে হব-খোজা দুৰা এজনক বাৰৰ জলঙ্গাইদি জুমি চাই দাড়িয়ে গোফে ভোবোকাৰ দেখি তেওঁলৈ বিয়া নোসোমাওঁ বুলি কৈছে!

৫ম বক্তৃতা।—পিকিন নগৰৰ পৰা ফু-ফু চাহাবে মোলৈ বুদ্ধি সুধি পঠিয়াইছে বোলে, সেই নগৰত কোনো 'ফটোগ্ৰাফৰে' তেওঁৰ মুখত দীঘল দাড়ি থকা বাবে তেওঁৰ ছবি নোতোলে। ইফালে তেওঁৰ মেমে দঢ়াই দঢ়াই তেওঁৰ ছবি খুজি পঠিয়াইছে। দাড়ি-গোফ খুৰাই ছবি কৰাবলৈকো মেমে চিনি নেপাব, গতিকে চাহাব মহা মস্কিলত পৰিছে। ময়ো বিবুদ্ধি!

৬ষ্ঠ বক্তৃতা।—জৰ্ম্মেনীৰ পৰা পেটতে হাত ভৰি লুকুৱা বাতৰি আহিছে:— তাৰ গুচৰীয়া পদকীয়া বিলাকে ষড়যন্ত্ৰ কৰিছে, 'দড়িয়া উকীলক কোনো গোচৰতে উকীল নধৰোঁহঁক বুলি'!

৭ম বক্তৃতা।—আমেৰিকাত এফ্ হালোৱা নামে পকা বৈজ্ঞানিক পণ্ডিত এজনে কুৰি বছৰ ভাবি ভাবি ঠিক কৰিছে, বোলে বৈজ্ঞানিক ৰূপে খুৰেৰে মানুহৰ মূৰটো ডকচি তাত সাৰ-জাবৰ দিলে খাগৰি একোডাল যেন শকত হৈ চুলি গজিব। আৰু কৈছে:—দড়ীয়া মানুহে সকলো খোৱাবস্তুতে গাইমুৱা মানুহতকৈ বেচি সোৱাদ পায়। (ভালেতোহে বৰ বৰুৱাই নিজ হাতৰ নখ সদাই কামুৰি থাকে।)

৮ম বক্তৃতা।—বষ্টন নগৰত ৩০০ গাভৰু গোট খাই "দাড়ি নিবাৰিণী" সভা স্থাপন কৰি বক্তৃতা দি, আন্দোলন কৰি তল-ওপৰ লগাইছে। তেওঁবিলাকৰ ভিতৰত যাৰ দড়ীয়া গিৰিয়েক আছে তেওঁ তেওঁৰ স্বামীক হয় নিদড়ীয়া কৰিব, নহয় তেওঁক পৰিত্যাগ কৰিব। বিয়া-নোহোৱা সকলে দড়ীয়া মানুহলৈ বিয়া নোসোমায়! (ইহঁতৰ তাপত দেশ এৰিব লগাত পৰিলোঁ দেখিছোঁ!) ইতি—

প্ৰত্নতত্ত্ববিদ্ পণ্ডিত মহামহোপাধ্যায়

শ্ৰীকৃপাবৰ বৰবৰুৱা।

# অসমীয়া জাতি ডাঙ্গৰ জাতি।

যি এই কথাত মুই কৰে তেওঁক বৰবৰুৱাই চমন বা 'গিলিপ্‌দাৰী' পৰণা দি 'গিলিপ্‌দাৰ' কৰি ধৰি আনিব, কিয়নো তেওঁ মুই কৰে, তাৰ কাৰণ দেখুৱাবলৈ। বৰবৰুৱাই কয়, অসমীয়া জাতি ডাঙ্গৰ জাতি। ডাঙ্গৰ জাতিৰ যি যি কেইটা ডাঙ্গৰ ডাঙ্গৰ লক্ষণ এটাইকেটা অসমীয়া জাতিৰ গাত—পোৱা যায় দিলে হাত। অল্পমতি অমুকৰ চকু-যাঠিত এই ডাঙ্গৰ লক্ষণ নপৰিব পাৰে, কিন্তু মহামতি বৃহৎ বৰুৱাৰ চকু-শক্তিশেলত যে এই লাখটকীয়া লক্ষণ-লক্ষ্মণ নপৰিব তাৰ মানে দিবলৈ কোনো অভিধানে ব্ৰহ্মাৰ বৰ পাই অহা নাই। কি কথাত খোপনি পিটিনো অসমীয়া জাতিক লঠীয়া দি ডাঙ্গৰ জাতিৰ শাৰীলৈ বগৰাই দিয়া হৈছে, তাক কোৱা ভাল। সেই গুণে কোন কোন গুণে অসমীয়া জাতিক টানি উজাই নি ডাঙ্গৰ জাতিৰ শাৰী পোৱাইছে গৈ, বৰবৰুৱাই তেওঁৰ মনৰ পৰা তাক উদ্ধৃত কৰি বা টুকি তলত দিলে।

কোনো এটা জাতিক ডাঙ্গৰ কৰিবৰ লাগিলে কিছুমান সজুলিৰ আৱশ্যক। জাতীয় ডাঙ্গৰতালৈ সেই সজুলিবিলাক নহলে নহয়। কোনো বাঢৈয়ে চাছ, হাতুৰি, ৰেন্দা, বটালি প্ৰভৃতি নহলে কোনো বৰ পেৰা সাজিব নোৱাৰে। জাতীয় বৰ পেৰা সাজিবলৈকো তেজৰ চাছ, বলৰ বটালি, সহিষ্ণুতাৰ ৰেন্দা, একতাৰ গজাল, স্থিৰতাৰ কৰত, গাম্ভীৰ্য্যৰ হাতুৰী, বাহ্যাড়ম্বৰৰ পাক-ভোঁহৰ, ধৰ্ম্মনিষ্ঠাৰ খিলি, সদাচাৰৰ গৰ্ভগজাল লাগে। অসমীয়াৰ জাতীয় বৰ পেৰালৈ এইবিলাক পূৰাপূৰ আছে। তেন্তে নো অসমীয়া জাতি ডাঙ্গৰ জাতি নহব কিয়? অসমীয়া জাতি ডাঙ্গৰীয়া-জাতি। জাতিক ডাঙ্গৰীয়া কৰিবৰ হলে যি যি বিলাক উপকৰণৰ আৱশ্যক সেই বিলাক অসমীয়া জাতিৰ সমান ভাৰতবৰ্ষৰ আন আন জাতিত আছে নে নাই সন্দেহৰ বিষয়। সন্দেহৰ বিষয় কি, নায়েই। কোনোৱে কয় ডাঙ্গৰ জাতিৰ আৰু গোটাচেৰেক লক্ষণ আছে; বৰবৰুৱাইও কয় তথাস্তু। যথা, দেশ-গৌৰৱ, বংশগৌৰৱ আৰু আত্ম-গৌৰৱ, অনুসন্ধানেচ্ছা, আত্মবিসৰ্জ্জন আৰু পৰোপকাৰিতা। অসমীয়া জাতিত এই কেইটাৰো ষোল কলা বৰ্ত্তমান। প্ৰমাণৰ ভাৰ বৰবৰুৱাৰ গাত, দেখি শুনি, বিশ্বাস কৰি সাধু সাধু বুলি বৰবৰুৱাক শলগাৰ ভাৰ তোমাৰ আৰু তোমাৰ তেওঁৰ গাত।

অসমীয়া জাতিক নো ডাঙ্গৰীয়া জাতি বুলিছোঁ কিয়, কৈ দিওঁ। অসমত ডাঙ্গৰীয়াৰ ভাগ সৰহ। গাৱেঁ গাৱেঁ নগৰে নগৰে ডাঙ্গৰীয়া বৃন্দ বৃন্দ। আগেয়ে ৰজাৰ দিনত

অসমত দমাই ডাঙ্গৰীয়া নাছিল স্বীকাৰ কৰোঁ, কিন্তু আজি কালি ইমান ডাঙ্গৰীয়া বাঢ়িছে, যে অসম বৰপুখুৰী ডাঙ্গৰীয়া-লালুকীৰে কলা পৰি আহিছে। তিনিজনা ডাঙ্গৰীয়া, বৰ বৰুৱা, চৰাৰ ছয় ফুকন, আৰু বাৰজনা ৰাজখোৱা আগেয়ে অসমৰ ঘাই ডাঙ্গৰীয়া, আৰু তেওঁ বিলাকৰ কাষৰে পাঁজৰে কিছুমান পালি-ডাঙ্গৰীয়া আছিল। আজি কালি কিন্তু সেই কেজনা ডাঙ্গৰীয়াৰ পৰা পৰোক্ষেই বা অপৰোক্ষেই অষ্টাদশ অক্ষৌহিনী লেখী-ডাঙ্গৰীয়া আৰু পিজলা-ডাঙ্গৰীয়া হৈ অসম দেশখন উড়াই বাঁহগছৰ আগ পোৱাইছেগৈ। দেশৰ ই এটা উন্নতিৰ প্ৰধান চিন্ নহয় নে? Aristocracy অৰ্থাৎ ডাঙ্গৰীয়া সকলেই দেশৰ ইড়া-পিঙ্গলা-সুষুম্না নাড়ী। এই ত্ৰিনাড়ীয়েই মনুষ্যজীৱনৰ ত্ৰিবেণী। ত্ৰিবেণী যদি সহস্ৰবেণী হৈ গোটেই অসম দেশক স্নান কৰায়, তেন্তে ইয়াতকৈ আৰু মঙ্গলৰ চিন্ কি হব পাৰে?

জাতীয় ডাঙ্গৰতাৰ লক্ষণ বিলাকৰ সম্পৰ্কে অলপ অলপ কোৱা যাওক।

তেজ।—কোনে কব পাৰে যে অসমীয়াৰ তেজ ইংৰাজ, ফ্ৰেন্স, এমেৰিকান আৰু জৰ্ম্মান জাতিতকৈ কম। ৰসায়ন-শাস্ত্ৰ জনাসকলে পৰীক্ষা কৰি বঢ়িয়াকৈ জানিব পাৰিব যে এই কেই দেশৰ মানুহৰ তেজত যি যি কেইটা পদাৰ্থ আছে, অসমীয়া মানুহৰ তেজতো সেই সেই কেইটা পদাৰ্থই আছে। বিশেষ চাহাবৰো তেজ ৰঙ্গা আমাৰো তেজ ৰঙ্গা। সূক্ষ্মদৰ্শী বিচক্ষণ বনৰজাই ৰক্তপান কৰিবৰ সময়ত চাহাব আৰু অসমীয়াৰ মাজত নিৰপেক্ষ বিচাৰ কৰে। জনাথন আৰু জনাৰ্দ্দন, ব্ৰিটিচ-বৰ্ণ (British born) আৰু বনগাঁও-বৰ্ণ, এণ্ডু পেদ্ৰু আৰু এন্ধাৰু পদো, হেট্ বুট আৰু জাপি ফানটি, চুৰট পাইপ আৰু হোকা গুৰগুৰী, এইবিলাকৰ মাজত পাৰ্থক্য উলিয়াই উক্ত মহাৰাজ ৰাজাধিৰাজ কাননৰাজে অলপো পক্ষপাতিতাচৰণ নকৰে। মুঠতে কবলৈ গলে, তেওঁ ইলবাৰ্টবিল নেমানে অৰ্থাৎ তেওঁৰ মানত ইলবাৰ্টবিল আৰু গেলাবিল সমান।

বল।—বলৰ পাকেও অসমীয়াক পেলাওঁতে নাই। কাৰণ অসমীয়াই শাৰীৰিক বলতকৈ দৈব বল বা কপালত বেচি নিৰ্ভৰ কৰে। শাস্ত্ৰত কৈছে "দৈববলাৎ এব নান্যবলং।" বস্তুত বুঢ়ালোকে কয়, "মাঘমহীয়া কল, পুহমহীয়া জল, ইয়াক খায় যি তাৰ সাত ভটৰাৰ বল।" অসমীয়াক জল কলে জলা কলা কৰি যে থৈছে, মাহেকীয়াৰ পৰা আঠীয়া কল খোৱা বাহুবলী বৰবৰুৱাই তাৰ প্ৰকৃষ্ট প্ৰমাণ।

সহিষ্ণুতা।—এই গুণ অসমীয়া জাতিত যিমান আছে, বঙ্গালীৰ বাহিৰে আন কোনো জাতিত সিমান আছে নে নাই ঠিক নাই। এই পাকেও অসমীয়াক মানুহ

যে পেলাওঁতে নায়েই হালৰ আৰু গাড়ীৰ গৰুৱেও অসমীয়াত আঠু লব। কেছাৰীৰ আমোলা ডাঙ্গৰীয়াসকলত সুধিলেই আমুকাইৰ কথাৰ সঁচা মিছাৰ প্ৰমাণ হব। এই গুণো বৰ গুণ। গৰুৰ এই সহন গুণ আছে দেখিয়েই, অৰ্থাৎ তাৰে হাল বাব পাৰি দেখিয়েই, গো আৰু ব্ৰাহ্মণক বেদে একে শাৰীত থৈছে, আৰু ব্ৰহ্মাৰ মুখৰ পৰা ওলাইছে বুলি কৈছে। অসমীয়াও গতিকে গো-জাতিৰ তুল্য, আৰু ব্ৰহ্মাৰ মুখ হন্তে বাজ। কোনো প্ৰত্নতত্ত্ববিদ্ পণ্ডিতে অনুমে, গো ব্ৰহ্মাৰ মুখত এবাৰ প্ৰথমতে নোসোমালে তাৰ পৰা ওলাব কেনেকৈ? গোহালিত গধূলি গৰু নুসুমালে, পুৱা তাৰ পৰা উলিয়াব কি? বৰবৰুৱাই কিন্তু এনে অসন্ত কথালৈ কৰ্ণপাত নকৰে।

একতা।—একতাৰ বিষয়ে অসমীয়া জাতি পৃথিবীত অদ্বিতীয়। একতা মানে একেতা, অৰ্থাৎ এটা, অৰ্থাৎ গাইপতি এটা এটা, গোট গোট। অসমীয়া মানুহ গাইগোটা পেটে ভঁৰাল বুলি ভুবন বিদিত। অসমীয়া আপুনি শকত, তেওঁ কেতিয়াও নিবিচাৰে পৰৰ ভকত। লোকৰ dependent পৰমুখাপেক্ষী বুলি অসমীয়াক কোনেও দোষৰ চাত দিব নোৱাৰে। যদি একতাৰ নিচিনা মহৎ গুণ এটা অসমীয়াৰ থাকিল, তেন্তে তুমি আৰু অসমীয়াৰ গাত কি বিচাৰাঁ? আৰু কিবা লাগে যদি চোৱাঁ।

স্থিৰতা।—অসমীয়া যে অস্থিৰ এইটো কথা নো তুমি কত শুনিলাঁ? বোধ কৰো তুমি কতো কানিখোলা দেখা নাই।

গাম্ভীৰ্য্য।—অসমীয়াই কথা কৈছে নে, গহীনকৈ ডবাতে কোব মাৰিছে, তত ধৰিব নোৱাৰি। বিশেষকৈ, অসমীয়া ডাঙ্গৰীয়াৰ প্ৰাতঃকৃত্যৰ পৰা সায়ংকৃত্যলৈকে গহীনতাৰ ইমান ধুমধাম যে "গহীন নভে গহীনাই কৈও" তাৰ অন্ত কৰিব নোৱাৰে।

বাহ্যাড়ম্বৰ।—ডাঙ্গৰ লোক বুলিলেই বাহিৰা আড়ম্বৰ আছে। অমৰাৱতীৰ সহস্ৰলোচনৰ পৰা শিলাকুটী মৌজাৰ বৰমেধি ত্ৰিলোচনলৈকে আমি ইতস্ততঃ যি সমুদয় বাহ্যাড়ম্বৰপূৰ্ণ প্ৰাণী দেখিবলৈ পাওঁ, সেই সমুদয়কে ডাঙ্গৰ মানুহ বোলে। অৱশ্যে তাৰ ভিতৰতে চেতন, অচেতন, উদ্ভিদ্ আছে। ডাঙ্গৰ অসমীয়া জাতিৰো যে এই বাহ্যাড়ম্বৰ থাকিব তাৰ কোনো বিচিত্ৰ নাই। সৰহ কি, ইন্দ্ৰৰ মেঘাড়ম্বৰ অসমীয়াৰ বাহ্যাড়ম্বৰ। অসমীয়াৰ শোৱাপাটীৰ পৰা চালৰ মাজে দি দৃষ্টিপাত কৰিলে আকাশ নয়নগোচৰ হয়, কিন্তু তাত হানি কি, আলিবাটলৈ ওলালে তেওঁ চুৰীয়াই, কাপোৰে, ঠেঙ্গাই, বুকু-খোলা কোটে, জমিদাৰৰ লৰা বা চুনাগলীয়া বৰ

চাহাব। পেটৰ ভিতৰত বেয়া বস্তু "চিপ্-কমিচন্" চাহাবৰো আছে, "গগৰ্ণমণ্ডলৰো" (Government) আছে। অসমীয়াৰ ঘৰৰ ভিতৰত কেনে অৱস্থা তাৰ দ্বাৰাই অসমীয়াৰ ডাঙ্গৰ-সৰু ঠিক কৰিবলৈ যোৱা সকলৰ বুদ্ধিৰ বৰবৰুৱা চাহাবে শলাগ লব নোৱাৰে।

ধৰ্ম্মনিষ্ঠা।—কোনে কয় অসমীয়াৰ ধৰ্ম্মনিষ্ঠা নাই? "কওনেৱালা" সকলে অসমীয়াই কৰা ৰাজহুৱা বৰসবাহ, ৰাজহুৱা কালীপূজা আদি দেখিছেনে নাই? যদি নাই দেখা, কোনখন মুখেৰে তেওঁবিলাকে তেনেকথা কয়? বৰবৰুৱাই স্বচক্ষে দেখিছে, বৰসবাহৰ দিনা উবুৰি হোৱা লৰাৰ পৰা উবুৰি-হোৱা বুঢ়ালৈকে সকলো অসমীয়াই ৰাজহুৱা নাম ঘৰলৈ গৈ ভস্মৰ ফোটলৈ জপিয়াই জপিয়াই হাতবাউলি দি "কালয় জগৰে লৈ যায় টা—আ—নি" গোৱা। অৱশ্যে কালীপূজাৰ দিনা বহু নৈষ্ঠিক অসমীয়া ভক্তই কালীতকৈ পাঠাত ঈষৎ বেচি তৎপৰ হয়। কিন্তু তাত নো দোষ কি? ভক্তৰ লক্ষণেই সেই। ঈশ্বৰতকৈ ঈশ্বৰৰ প্ৰসাদ ডাঙ্গৰ, শাস্ত্ৰত আছে। আকৌ সোধোঁ, "কওনেৱালা" সকলে অসমীয়াই সন্ধ্যা কৰা, পূজা কৰা, অশোকাষ্টমী মাঘীসপ্তমীত স্নান কৰা, ফাকুৱা খেলা, অশুচি হাতী মাহুত খেদাই নিজে মাহুত হৈ হাতী চলাই নিজ গুৰুক অনা দেখিছানে নাই? নিন্দকে কয়, "অসমীয়াৰ সন্ধ্যা মানুহ-দুনুহ দেখিলে দীঘল হয়, নেদেখিলে ছুটি হৈ জপ নাইবা তদভাবে, এটা যৱ প্ৰমাণ, অৰ্থাৎ য ধানৰ তুল্য সৰু প্ৰমাণত পৰে। দুৰ্গাপূজাদিত দেৱৰ গ্ৰামবাসী নৰ্ত্তকীবৃন্দৰ পূজাভাগ দেৱীৰ ভাগতকৈ অলপ বৰ্দ্ধিত হয়। অশোকাষ্টমীৰ স্নানতকৈ ব্ৰহ্মপুত্ৰৰ বালি-ভাতত তীৰ্থযাত্ৰী সকলৰ ভাব বেচি হয়। ইত্যাদি ইত্যাদি।" নিন্দকৰ নিন্দা কৰোঁতেই কাল যাব। সজ কথাত পেঙ্গলাই কৰা যাৰ স্বভাৱ তেনে শিখণ্ডীক দেখিলে বৰ-বৰুৱাই হাতৰ ধেনু-কাঁড় দলিয়াই পেলায়। হানি কি, অসমীয়া নৈষ্ঠিক ধাৰ্ম্মিক-সকলে পূজাসন্ধ্যাত নিমগ্ন হৈ থকাৰ মাজৰ পৰা মাজে মাজে "হেৰ ভাত হল নে? ছুঃ! ছুঃ! হেৰ চোতালত মেলি দিয়া ধান গৰুৱে খালে" ইত্যাদি কথা কয়। শাস্ত্ৰত কৈছে, "আগেয়ে চাউল কঠা, তাৰ পাছতহে হৰি কথা।" যদি হৰি কথাত লাগি থাকোঁতে গৰুৱে চোতালৰ চাউল-কঠা খাই আজৰি কৰে, তেন্তে দেখোন বাপুৰ চিলিম ছিগিল, দিনৰ দিনটো কাপ্-কাপ্‌কৈ থাকিব লাগিব। বিশেষ, ইমান খেৰা-জীয়াৰ লক্ষণ যি জাতিত আছে, সেই জাতি যে সোণৰ জখলাৰে নামি অহা আহোম ৰজাৰৈসেতে আকৌ উঠি গৈ হাতত হেংদাং হস্তে স্বৰ্গ প্ৰৱেশিব, তাক কোন মাইকীৰ পোৱে নুই কৰিব পাৰে?

সদাচাৰ।—অসমীয়াৰ সদাচাৰ জগত-জাননী পতিতপাৱনী। বামুণভেকোলাৰেসৈতে অসমীয়া সমানে পানীত পৰি থাকে বুলিলেও বৃহৎ বৰুৱাৰ গাত অত্যুক্তি দশাদোষ গ্ৰহদোষ নপৰ্শে। বৰবৰুৱাই হিচাপ কৰি চাই অবগত হৈছে, যে গৰ হিচাপে অসমত "সাৰে" পঁচ সত্তৰ-জন অসমীয়াই দিনটোত তিনি জোবোৰা মাৰে। অৱশ্যে নিন্দকে কয়, "ভালেমান সদাচাৰী অসমীয়াই গাধুবলৈ গৈ, বিশেষকৈ ৰাতি এঘটী পানীলৈ কোনোৰে পানীপাছত কোনোৰে গাত হুৰ্ হুৰ্ কৈ ঢালি তিন ধাৰা বোৱাই শেহাই-ফোঁপাই 'গঙ্গে ত্ৰিভুবন তাৰিণী ত্ৰাহি মা তৰঙ্গে' বা 'মোৰ পৰম গু-উ-উ-ৰু' বুলি ঘৰৰ ভিতৰ পায়হি।" নিন্দকৰ হাত সৰা টান। বৰবৰুৱাৰ বাহিৰে নিন্দকক "জব্দ কৰনেৱালা আউৰ কই নাহি হেঁয়।" তেওঁ "মৃগ-মীন-সজ্জনানাং" এই শ্লোকৰ মোখোৰা লগাই বাহ-নিন্দকক হালে হালে সাঙুৰি সদাচাৰৰ মৰণা মাৰিবলৈ নো কত দিন লগাইছে তাৰ এতাৰন্ত নাই। ঘটীৰ পানী তিন ধাৰা হৈ যোৱাত হানি কি? চৰ্চ্চিব জানিলে তাতে গূঢ়াৰ্থ আছে। সেই তিন ধাৰা সংক্ষেপে গঙ্গা, যমুনা, সৰস্বতীৰ বাহিৰে আৰু কি হব পাৰে? ধৰ্ম্মতঃ কবলৈ গলে সদাচাৰৰ পাকে অসমীয়া শিৰৰ মুকুট। ৰঙ্গাচুৰীয়া, ৰামনামী কাপোৰলৈ যেতিয়া তেওঁ গা ধুই ধুতি হৈ আহিব, তেতিয়া নেওঁক 'দৰ্শনে পুণ্যং' 'স্পৰ্শনে পাপনাশনং'। নিন্দকৰ চকুত ৰঙ্গাচুৰীয়াৰ তিনি পুৰুষীয়া মলি আৰু নাকত ৰামনামী কাপোৰৰ শিৰসিংহীয়া শিয়াল-কটহীয়া গোন্ধ পৰিবৰ কথাই; কাৰণ, যাৰ যি বস্তু, কিন্তু বৰবৰুৱাৰ হলে এনে সাজেৰে অসমীয়া দৰ্শন কৰিলে তেওঁৰ "কোটী পুৰুষৰ" পাপ পলোৱা যেন লাগি গাটো পাতল পায়। অসমীয়াৰ নিচিনা এনে কোন সদাচাৰী জাতি আছে, যি স্কুল-কেছাৰী-বজাৰৰ পৰা আহি তামোল নেখায়; কাৰো ঘৰত আন কি, মিতিৰ কুটুমৰ ঘৰত, বা নিজ পুতেকৰ হাতে, সিদ্ধান্ন-পক্কান্ন ভক্ষণ নকৰে? সৰহ কথাৰ সকাম কি, অসমীয়া জাতিৰ পুণ্যৰ বলতহে ভাৰতত আন আন জাতি আজিলৈকে তললৈ নোযোৱাকৈ আছে। পাপৰ গোহালি কলিকতাৰ গঙ্গাতীৰত যদি অসমীয়া ভেকো-ককাৰ পাটচেৰেক মৰচেৰেলা শৰ্ম্মা-বৰুৱা-খৰম নেথাকিল হেতেঁন এই কলিকতাক সাগৰে কেতিয়াবাই বুৰাই লেঠা-চিঙ্গি থলেহেঁতেন। দেশ-গৌৰৱ, বংশ-গৌৰৱ আৰু আত্ম-গৌৰৱ এই কেটা মহৎ গুণ অসমীয়াৰ সম্পূৰ্ণৰূপে থকাটো প্ৰমাণ কৰিবলৈ যোৱাটো বাহুল্য মাত্ৰ। বিদেশীমাত্ৰৰে প্ৰতি ঘৃণায়েই দেশ-গৌৰৱৰ প্ৰমাণ। বংশ গৌৰৱৰ কথা কবৰে সকাম নাই; "ভগা হক, ছিগা হক, ভূঁয়াৰ পোৱালী" কথাই অসমীয়াৰ বংশগৌৰৱৰ সাক্ষী। ভেম বুলি যে অসমীয়াৰ এটা সাত-পুৰুষীয়া বহুমূলীয়া সম্পত্তি আছে, সিয়েই

আত্ম-গৌৰৱৰ চিন। এই ভেমৰ কথা আন কি "বিলাইতৰ গেজেপতো" (gazette) ফট্‌ফটীয়া আখৰেৰে মৰা আছে। তব্?

অনুসন্ধানেচ্ছা অসমীয়াৰ কিমান প্ৰবল, তাক কবলৈ ব্ৰহ্মাৰ চাৰি মুখ ধাৰ কৰিব লাগিব। আত্মবিসৰ্জ্জন আৰু পৰোপকাৰিতাও তদ্বৎ। লোকক ভাল কৰিবৰ ইচ্ছাৰে অৰ্থাৎ পৰোপকাৰায় আত্মবিসৰ্জ্জন কৰি অৰ্থাৎ আপোনাৰ সময় খৰচ কৰি অনুসন্ধিৎসু অসমীয়া পৰৰ দোষ-ছিদ্ৰাদি অনুসন্ধানত সদায় তৎপৰ। এনে বিলাক মহৎ গুণ একাধাৰে কোন জাতিৰ আছে?

আমাৰ নাই কি? উমানন্দ আছে, কামাখ্যা আছে, জয়সাগৰৰ দল আছে, শিৱসাগৰৰ দল আছে, ব্ৰহ্মপুত্ৰ আছে, দীখৌ আছে, অসমীয়া শ্যেক্সপিয়েৰ আছে, অসমীয়া শ্যেলি আছে, অসমীয়া পপ্ অব ৰম আছে, অসমীয়া মাৰ্টিন লুথাৰ আছে। অসমীয়াৰ কল-কাৰখানা বা নাই? কুঁহিয়াৰ পেৰা কলৰ পৰা এন্দুৰ মৰা কললৈকে, বাড়ীয়ে ধাপে অসমীয়াৰ কলৰ অন্ত নাই। বিলাতত টেম্‌চ্ আমাৰ দিখৌ। বিলাতত জাহাজ, আমাৰ খেলনাও। লোকৰ ছাপাখানা, আমাৰ "মদতখানা"। ৰেইল গাড়ীতকৈও আমাৰ ভাল বস্তু আছিল, যেনে, কৃষ্ণ কুন্তিনলৈ বা সদিয়ালৈ যোৱা ৰথ। বেদনিধিৰ নিচিনা হৰকৰাই আমাৰ অসমত চিঠি বিলাইছিল। মোমাই তামুলী বৰবৰুৱা, নৰকাসুৰ, ভগদত্ত, নৰনাৰায়ণ ৰজা, বভ্ৰুবাহন, লেকাই চুতীয়া, হিড়িম্বা, কেন্দুকলাই বাপু, বশিষ্ঠ, পূৰ্ণানন্দ বুড়াগোঁহাই, অনন্ত কন্দলী, মণিৰাম দেৱান, শঙ্কৰদেৱ, কলা অধ্যাপক, ৰুদ্ৰসিংহ ৰজা আৰু শিৱসাগৰীয়া বৰুৱা এই এটাইবোৰ অসমীয়া। তেন্তে, "আউৰ ক্যামাংতা হেয়?" কোনোৱে কয় অসমত পকা ঘৰ নাই। সেইবোৰে পাহৰে যে অসমত ভূঁইকঁপ আছে। পকা ঘৰ জানো আমি সাজি লব নোৱাৰোঁ? ভূঁইকঁপৰ দৌৰাত্ম্যত পকাঘৰ সাজোঁ কেনেকৈ? আকৌ কয় অসমীয়াৰ টকা নাই। সেইবোৰে আকৌ পাহৰে যে "অৰ্থমনৰ্থং ভাবয় নিত্যং। নাস্তি ততঃ সুখলেশঃ সত্যং॥" অসমীয়া মানুহ ইমান মূৰ্খ হোৱা নাই যে টকা উপাৰ্জ্জন কৰি চিন্তাচৰ্চ্চা বঢ়াই অনৰ্থৰ গুটি সিঁচি লব। বিশেষতঃ "অসমত একালো নাই, ভৰাঁলো নাই।" বুধিয়ক অসমীয়াই বেছ জানে যে অসমত ভঁৰাল হলেই একাল হব, গতিকে তেওঁ সেই ফালে কিয় কাৰবাৰ কৰিব? কোনোৱো কয় "অসমীয়াই বেহা-বেপাৰ নকৰে, সোৰোপা।" অসমীয়াই মান মৰ্য্যাত সকলোকে দলিয়াই পেলায় দোকানী, পোহাৰী আৰু বেপাৰী হলেহে এই লপ্‌লপীয়াকৈ কথা কোৱাবোৰৰ সুখ লাগে। অসমীয়াই আপোন ৰজা হেৰুৱালে ৰাজ্য হেৰুৱালে স্বাধীনতা হেৰুৱালে, শেহত এই কুৰ্চ্চিতীয়াখনৰ কথা শুনি খোদাবকচ

মুদি আৰু কালুমুকুন্দ কেঞাৰ ব্যৱসায়ত ধৰি যাউত্ৰিযুগীয়া মান-মৰ্য্যাত ফেৰাও হেৰুৱাব লাগে ? দেহি, এনে উপদেশ অত দিনে কোনটো খুনপাকত সুমাই থৈছিলা ? বৰবৰুৱাই কিন্তু ভাই অসমীয়াক এই শকুনিবিলাকৰ কথা শুনি পাশাখেলত নবহিবলৈ সাৱধান কৰি দিছে। ইহঁতৰ কথা আজি শুনিলে, কাইলৈ ইহঁতে মৰা গৰুৰ ছাল বখলিওৱা মুচী বা চমাৰ হবলৈ অসমীয়াক উপদেশ দিব, নাইবা বাৰ বছৰ বনলৈ খেদি অসমীয়াৰ ভেটি মাটি ঘৰ দুৱাৰ সোপাকে কাঢ়ি লব। ধৰ্ম্মতঃ অসমীয়া জাতি ডাঙ্গৰ জাতি। কেয়াঁ মুদি বিধিমতে তেওঁবিলাকৰ যোগনীয়াৰ। কত শুনিছা ডাঙ্গৰীয়াক লগুৱাৰ কাম কৰিবলৈ পৰামৰ্শ দিয়া।

বিয়াৰ পক্ষেও এই কুৰবুধীয়াবিলাকৰ কথা নুশুনিবলৈ বৰবৰুৱাই দেশী ভাইসকলক কয়। বৰবৰুৱাৰ পৰামৰ্শঃ—দেশত বহু-বিবাহ, বাল্য-বিবাহ, আদি যিমান পাৰে, সিমান চলক। শিক্ষিতবিলাকে এই কাৰ্য্যৰ গুৰি ধৰক। অসমৰ মাটি দম, মানুহ তাকৰ, আমাক মানুহ বেছিকৈ লগা হৈছে।

কোনোৱে কয়, "অসমীয়া পঢ়া-শুনাত বেচি মনোযোগী নহয়।" নহবতো। খাবলৈ নোপোৱাৰ পক্ষেহে পঢ়া-শুনা। জমিদাৰৰ লৰাৰ, ডাঙ্গৰীয়াৰ লৰাৰ খাবলৈ ভাত নাইনে পিন্ধিবলৈ কাপোৰ নাই, যে পঢ়ি-শুনি ঢোৱাকোৱা হব লাগিছে ?

আকৌ কয়—"বিলাতী সভ্যতাত পৰি অসমীয়াই মদ মাংসাদি অভক্ষ্য ভক্ষণ কৰিবলৈ শিকিছে।" আচ্ছা বলনেৱালা! যি মানুহৰ এই ফেৰা জ্ঞান নাই যে মদ-মাংস নেখালে জাতি ডাঙ্গৰ হব নোৱাৰে, তাক আৰু বৰবৰুৱাই কি বুলি সম্বোধন কৰিব ? বৰ্ত্তমান ডাঙ্গৰ সভ্য জাতিমাত্ৰকে মদমাংস-ভোজী; গ্লেড্‌ষ্টোন্ চাহাবেও মদ মাংস খাইহে গ্লেড্‌ষ্টোন্ হব পাৰিছে। আৰ্য্যবিলাকে মদ মাংস ( সোমৰস আৰু গোমাংস ) খোৱালৈকে স্বাধীন ডাঙ্গৰ জাতি হৈ আছিল, যেতিয়াই কুমতিয়ে পাই সেইবিলাক এৰিলে, তেতিয়াৰ পৰাই তেওঁবিলাকৰ পতন আৰু পৰাধীনতা। বাৰু, যদি দেশত এই কাৰ্য্য চলিত নাই বুলি তুমি আপত্তি কৰা, তেন্তে খাইবৈ উঠি দিনৌ "ভক্ষ্যাভক্ষজনিত পাপ" বুলি এধেনু এধেনু পৰাচিত হলেই দেখোন লেঠা ছিগে। বিশেষ, "ঔষধাৰ্থে" বচন আছেই; আকৌ "নেখালে আমাৰ নৰীয়া হয়" কথাও আছে; তেন্তে ক্যাবাৎ ? বৰবৰুৱাৰ মতে, অসমত যে আকৌ পূৰ্ব্ব পুৰুষসকলৰ প্ৰিয় বস্তু মদ মাংসৰ প্ৰচাৰ হৈছে, ই উন্নতিৰ চিন হে। চুলি কটা, এলবাৰ্ট ফেশ্যন্ কৰা, পটলুং-কোট পিন্ধা, এধাদুখৰীয়া ইংৰাজীকৈ নাম ছুটিকৈ লেখা, এই বিলাক গোটেই উন্নতিৰ লক্ষণ। বাস্তৱিকতে, political

economy পুথিৰ দিনত কৃপাবৰ বৰুৱাই যে ছুটিকৈ K. Barooah নেলিখিব ই হবই নোৱাৰে। নাম ছুটিকৈ লেখাত যি আপত্তি কৰে, তেওঁ বৰবৰুৱাৰৈসৈতে ৰণ দিয়ক, নতুবা তেওঁক বৰবৰুৱাই শুদাই নেৰে।

অসমীয়া জাতি যুজাৰু জাতি। মাছ-পোহাৰীয়ে সৈতে যুদ্ধ বা "ঢেৱাই" কৰি মাছ কাঢ়ি নিয়া অসমীয়া মহীৰাম কনিষ্টবলেই তাৰ প্ৰমাণ।

সঙ্গীতত অনুৰাগ।—আনৰ কথা নকওঁৱেই অসমৰ ডোম-গাঁওত ডোমৰ লৰা পৰ্য্যন্ত শয়নে, সপোনে, সচেতে "অধোমুখে ৰইলি কেন" গান গাই গহ্বৰ পাত সৰায়। ঢোলোক তবলাৰ তো "গুম্ গুম্ টেৰেকেটা ধেই'ৰ কথাই নাই।

ইত্যাদি অসংখ্য গুণ বৰবৰুৱা ডাঙ্গৰীয়াই অসমীয়া জাতিৰ গাত দেখুৱাব পাৰে, যিবিলাকৰ দ্বাৰাই প্ৰমাণ হয় যে অসমীয়া জাতি, ডাঙ্গৰ জাতি।

বৰবৰুৱা চাহাব শ্ৰীকৃপাবৰ।

---

## সন্ধ্যা।

পিন্ধি কলা সাজ সন্ধ্যা আই
লাহে লাহে চৰণ চলায়
ৰঙ্গ মনে হল উপাগতা॥
যেনে, সজাইয়া নিজ অঙ্গ,
নৱবধু কৰি ভাব ভঙ্গ,
পতি পাশে যায় লজ্জান্বিতা॥

শোভিছে খোপাত নানা ফুল,
মনোহৰ গন্ধত আমোল,
মনক যি বলিয়া কৰিছে।
কদম কেতকী কৰবীৰ
ৰূপহী মালতী, জাই ধীৰ,
মিটিকাই হাহিক মাৰিছে॥

জোনাকী পৰুৱা সাতসৰি
জ্বলিছে ডিঙ্গিত শাৰী শাৰী
জিলিকনি ধৰয় চকুত।

যেহেন ধ্রুবৰ মণ্ডলত,
সপ্ত ঋষি জ্বলে ওপৰত,
দেখি মন যাক, তৃপ্তি যুত ॥

কুঞ্জৰ অলকা শ্রেণী শোভে,
ঘূৰিয়া বতাহ যাব লোভে,
থাকি থাকি ধেমালি কৰিছে ।
ৰূপ দেখি পশ্চিমত স্তম্ভি,
সূৰ্য্যে অস্তচূড়া অবলম্বি
ভৰাইয়া নয়ন চাহিছে ॥

কিন্তু হাঁয় ! কিনো দুৰ্ভগীয়া,
দেখোঁতেই পড়িল খসিয়া,
সংসাৰৰ মায়া আচৰিত ।
তথাপি আমাৰ মূঢ় মন,
মৰা মন অতি অবুজন,
মৰে মজি ক্ষণিক স্পৃষ্টিত ॥

ঝিলি নুপুৰৰ ৰূপ ধৰি,
বাজে পাৰে ৰুনু জুনু কৰি,
সি ধ্বনিত পমি যায় মন ।
সহচৰী ফেঁচায় উৰুলি
দিয়ে থাকি থাকি সুৰ তুলি
শুনি হিয়া হয় উচ্চাটন ॥

শঙ্খ বাদ্য কাৰী শিয়ালৰ,
হোৱা হোৱা ৰব খৰতৰ,
দিশ বিদিশক পূৰি যায় ।
হাম্বা শব্দে গৰুৰ পোৱালী,
খোজে খোজে উৰুৱাই ধূলি,
গোমুখৰ বাদ্যক বজায় ॥

দিবসৰ পৰিশ্ৰম মত,
ভাগৰে আকুল প্ৰাণী যত,
দেখি আই বিয়াকুল।
ফোঁকাৰিছে শোকৰ নিশ্বাস,
ৰিব্ ৰিব্ বায়ুৰ উচ্ছ্বাস;
যেনে বিৰহিণী বিনা পতি॥

প্ৰশান্ত মূৰতি প্ৰকাশিয়া,
সুশীতল কোলা বিস্তাৰিয়া
আশ্বাসিছে তনয় সবক।
সি কোলাত পৰিয়া জগত,
মজিয়া শান্তিৰ সাগৰত,
ধন্যবাদ দিছে ঈশ্বৰক॥

সন্ধ্যা আই আহিবৰ দেখি,
নিশাচৰ জীৱ সব সুখী
হই, আপোনাৰ কামে ৰত।
দিবাচৰে জানি অন্তকাল
লগে লই নিজ নিজ পাল
আপোন স্থানত উপগত॥

দেৱালয়ে আৰতি কৰিয়া,
ধূপ দীপ নৈবেদ্যাদি দিয়া,
গাইছে ব্ৰাহ্মণে স্তব স্তোত্ৰ।
ভকত মহন্ত সাধু সবে
হৰিধ্বনি কৰে উচ্চৰবে
শুনি মন হোৱয় পবিত্ৰ॥

দবা, ঘণ্টা, তাল, কৰতাল,
মৃদঙ্গ গোমুখ বাজে ভাল,
সি সবে মনক মোহি নিছে।

ঠায়ে ঠায়ে ঐক্যতান দল
মন কাণ কৰিয়া শীতল,
সুমধুৰ সংগীত কৰিছে ॥

এইৰূপে অল্পক্ষণ আছে,
পড়িল "পাৰদা" সন্ধ্যা পাছে
লুকালে আপোন কলেবৰ ।
আপোনাৰ পাল উপস্থিত,
দেখি নিশা হই পুলকিত
সমাগতা আকৃতি গম্ভীৰ ॥

---

## মৃত্যু শয্যা ।

কি আশ্চৰ্য্য বন্ধুবৰ ? কি হ'ল তোমাৰ ?
কিয় তুমি পৃথিবীত কৰিছা শয়ন ?
হেন ভাব দেখি ঘোৰ, কঁপিছে শৰীৰ মোৰ,
কৰিব নোৱাৰো মন বলেৰেও থিৰ,
অবিশ্ৰান্তে আখি মোৰ কৰিছে ক্ৰন্দন ॥

কিবা শোক কাঁড়ে আসি বিন্ধিলে তোমাক,
মৰ্ম্মাহত হই জানো আছা তাৰ ছোটে,
কিবা তুমি ফাকি কৰি, মাটিত লেটিলৈ পৰি,
পৰীক্ষিছা বান্ধবৰ মনৰ ভাৱক,
দেখা চতুৰ্দ্দিকে পৰি সিবিলাকো লোটে ॥

পূৰ্ব্ব আৰ্য্য যোগী সবে যি যোগ আচৰি,
পৰমাত্মা ঈশ্বৰক কৰিছিল ধ্যান,
স্মৰি কিবা সেই যোগ ত্যজি সাংসাৰিক ভোগ,
নিমজ্জিছা ঈশ্বৰত সমাধিক ধৰি,
নতুবা কলৈ তোমাৰ গল পূৰ্ব্বজ্ঞান ॥

উঠা উঠা প্ৰিয় বন্ধু, কত আছা পৰি,
এই কি তোমাৰ উপযুক্ত শোৱা পাটী ?
মখ্‌মল্‌ কম্বলাদি, শিমলুৰ তুলি গাদি
যি সবতো শুই গাৰ তেজ গৈছিল মৰি,
এতিয়া সি সব এৰি কলা পাত মাটি !!

জ্বৰ আদি এড়ি সুস্থ অবস্থায়ো যাৰ,
নোৱাৰে কোমল ভৰি পেলাব মাটিত,
তেনে ভৰি আজি হায় ! কেনে গড়াগড়ি যায়,
খোলাতো লুটিয়া দুখ নাই হোৱা তাৰ,
নিয়ৰত পড়ি সুখ লভিছে ৰাতিত ॥

কোৱা কেলৈ আমাক নকৰা সম্ভাষণ ?
নসম্ভাষা বুঢ়ী আই ভাৰ্য্যাক তোমাৰ ।
"পিতা—পিতা—" বুলি আতি আফুটনি মাত মাতি,
চোৱা জীয়াই কেনেকৈ কৰিছে ৰোদন,
মমতাই কি তোমাক কৈলে পৰিহাৰ ?

আউলী বাউলী স্ত্ৰীক চোৱা চকু মেলি ।
এড়ি লোক লজ্জা-ভয় কান্দিয়া অস্থিৰ
দেখি হিয়া ফাটিযায়, কাণ্ডাকাণ্ড জ্ঞান নাই,
ধৰিছে তোমাৰ হাত ভৰি হাত মেলি,
চুম্বিছে বিবৰ্ণ মুখ ঘ্ৰাণিছে শৰীৰ ।

কিবা তুমি পাহৰিলা দুখ বিধৱাৰ ।
স্মৰিলে শিয়ৰি নোম যাই যাৰ গাৰ ।
চোৱা কাতি কৰি মূৰ বৈধব্য যন্ত্ৰনা সুৰ,
থপিয়াইছে ৰংমনে ভাৰ্য্যাক তোমাৰ ।
উঠা অস্ত্ৰ লই তাক কৰাহি সংহাৰ ॥

কিহব কান্দিলে শোক কৰিলে, কিহব ?
অনিত্য সংসাৰ বিধি কৰিলে সৃজন ।

পাতিছে ভাৱনা মায়া, নকৰি প্ৰণীক দায়া
ৰাতি পুৱা হলে কৰ কোন কৈলে যাব।
অচিনাকী হব আই ভাই বন্ধুগণ ॥

---

## বিধবা বিলাপ।

বাঢ়িছিলোঁ সাদৰত মাতৃৰ কোলাত।
কৰিছিলোঁ ৰঙ্গমনে পিতৃৰ সাক্ষাত ॥
ভোগিলোঁ অমৃত ক্ষণে মাতৃত খুজিয়া।
দুঃখ যোনো পাৰে আই আছিল চাহিয়া ॥

যিবা খোজোঁ পিতৃ স্নেহে দেন্ত বেছি কিনি,
নাপালে জীয়াই যোনো হৈব অভাগিনী।
পিন্ধি উৰি সমনীয়া সখীৰ লগত,
ৰূপ গুণ গন্ধুয়াই ফৰিলোঁ গৰ্ব্বত ॥

পিতৃ মাতৃ সদা মোৰ কাৰ্য্যক আপেক্ষি,
মোৰ অনুৰূপ দৰা কৰিছিল দেখি ॥
ভাল বাছি পিতৃ বস্ত্ৰ দেন্ত মৰমত।
তাকো ফালি চিৰি পেলাই দিছিলোঁ খঙ্গত ॥

ৰোহত নেখাই ভাত আছিলোঁ শুইয়া।
স্নেহে মাতৃ খুয়াইছিল অন্নক মাতিয়া ॥
কৰ্ত্তব্য কাৰ্য্যক নিশিকিলে মোৰ আই।
খঙ্গিৱন্ত ক্ৰোধভাব মুখত দেখায় ॥

মহাখঙ্গে ময়ো নিন্দিছিলোঁ তাসম্বাক।
মুহূৰ্ত্তেক নেভাবিয়া শেষৰ দশাক ॥
বৰ আনি পিতৃ মোক বিবাহক দিলা।
উভয়ৰ সুখ ইচ্ছি বিস্তৰ পূজিলা ॥

পতি গৃহে যান্তে আই কান্দিলা বিস্তৰ ।
মোৰো পিতৃ মাতৃ শোকে দহিলে অন্তৰ ॥
ভাল ভাল দ্ৰব্য মাতৃ বিচাৰি আনিয়া ॥
গৃহে আসি মোক দিয়ে হাঁসিয়া হাঁসিয়া ॥

শুদ্ধভাৱে পতি পদ পূজি কত কাল ।
ছিলোঁ সুখে হাঁয় বিধি পাতিলা জঞ্জাল ॥
অকালে কৰাল মোৰ বুকুহন্তে চিৰি ।
কোন সতে পতি মোৰ নিলি বধি তিৰি ॥

নিজ কাৰ্য্য যথামতে সমাপিয়া পতি ।
মৰমৰ মাতে মোক মাতে হৃষ্টমতি ॥
অমীয়া মাতত অভাগিনী মুগ্ধ হৈয়া ।
নিজ পুতেকক দিবো কোলত তুলিয়া ॥

লক্ষ লক্ষ চুমা দিয়া পুত্ৰৰ গালত,
"হোৱা" বুলি ক্ষণে দিব মোহোৰ হাতত॥
সুখ দুঃখ বাৰ্ত্তা শুনি শুনি মোত হন্তে ।
পুত্ৰ বুকে বান্ধি পতি শুব শুশ্ৰূষন্তে ॥

মহা যত্নে ভোজন কৰাই আলধৰি ।
আছিলো পতিক সদা হায় ; গ'লা এড়ি ॥
কোনে তবু পুত্ৰ মুখে চুম্বি কোলে লব ।
কান্দিলে পুত্ৰে, কোনে লোৱা বুলি দিব ॥

মাটিত বাগৰে যিতো ছিলে তযু বুকে ।
কোনে পুতৌ কৰে প্ৰাণ ফুটে মোৰ শোকে
কোলে তুলি যিউ মৌ খুৱাই তুলিছিলা ।
এবে দিব খাম বুলি ভোকত মৰিলা ॥

যৈতে নিদ্ৰা আসে তৈতে পড়িয়া থাকয় ।
সাৰ পাই পুত্ৰে তযু কোলা বিচাৰয় ॥
ছেই ছেই মাত্ৰ মাত পাৰে দিনে ৰাতি ।
কলৈ গলা প্ৰভু মোৰ হিয়া যায় ফাটি ॥

কাক দিলা তযু পুত্ৰ প্ৰিয় ঘৰিণীক।
ক'ত থলা ঐশ্বৰ্য্যাক সুৱৰ্ণ মানিক ॥
অসময়ে কলৈ গলা মোক জুইত ভাজি।
থাকিম কাৰ মুখ চাই অন্ধকাৰ আজি ॥

ক্ৰূৰ বিধি কিয় এনে দুঃখ ঘোৰ দিলি ?
প্ৰিয় ৰত্ন প্ৰিয় জন প্ৰাণ প্ৰিয় নিলি ॥
এই পাপে কোনো জন্মে তোৰ মুক্তি নাই।
কোন সতে মোৰ ঘোৰ দুঃখ আছ চাই ॥

বিলাপ নকৰা দেবি ! বিধি নোহে দোষী।
প্ৰকৃতিৰ ধৰ্ম্ম ইতো জানিবা বিশ্বাসী ॥
সেহি কাৰণহে জীৱ দুঃখী সুখী হয়।
ধৈৰ্য্য ধৰা সুখ দুঃখ চক্ৰত ঘূৰত ॥

---

## প্ৰিয়তমা।

জনমৰ পৰা, শুনি আহি আছোঁ,
মুকুতা মালাৰ কথা ;
কত পোৱা যায়, কেনেকুৱা বস্তু,
কিন্তু নাই পোৱা দেখা ?
প্ৰিয়া ! শুনিযোৱা, বুলিদিলোঁ মাত,
মাৰি হাঁহি মিচিকীয়া,
হাঁহিয়ে হঁহাই, উদঙ্গালে দাঁত,
কলোঁ আঙ্গুলিৰে চোৱা।
আৰু আছোঁ শুনি, কিন্তু নাই দেখা,
ৰঙ্গা পোৱালৰ মণি ?
আকৌ দেখুৱালোঁ প্ৰিয়তমা ওঁঠ,
হেঙ্গুলী পোৱাল মণি ॥

কাঁইট নথকা ৰূপহ গোলাপ,
বোলে পৃথিবীত নাই,
একোকে নেমাতি প্ৰিয়াৰ দুগাল,
থাকিব ধৰিলোঁ। চাই।
কত আছে এনে অপূৰ্ব্ব পদুম,
ৰাতি দিন থাকে ফুলি!
চকুৰে দি ঠাৰ দেখালোঁ। প্ৰিয়াক
মুখেৰে একো নুবুলি।
প্ৰেমৰ পুতলা চেনেহ প্ৰতিমা,
কোন খনিকৰে কৰে?
যেয়েবা কৰক, সেইটি প্ৰতিমা,
এই চোৰা মোৰ ঘৰে।

## প্ৰিয়তমাব সৌন্দৰ্য্য।

কেলেই লাগিছে সেন্দুৰীয়া গাল ফড়িং প্ৰেমিকৰ জুই;
কোৱা ভাতুৰীয়া ওঠৰ তলত ফেটী সাপ থাকে শুই।
কিয় বা লাগিছে তিৰবিৰ চকু যেনে স্বৰগৰ তৰা,
ওখ বুকু কিয় লৱনু কোমল মদন পিচলি পৰা।
কি কাম দীঘল মেঘ বৰণীয়া সাগৰৰ ঢৌ চুলি,
প্ৰেম পগলাৰ হৃদয় তৰণী বুৰি পায় গই তলি।
মৃণাল দুবাহু কিকাম সাধিব মত্ত প্ৰণয়ীৰ ডোল,
মিহি মউ মাত বিয়াধৰ বাঁহী ৰাখে কৰি মুঠে ভোল।
সুগোল সুঠাম সবলি বলিত বাহু জঙ্ঘা উৰু কৰ,
সকলো বিলাক চোকা চোকা অস্ত্ৰ শনাইত সুতীক্ষ্ণ শৰ॥
নেলাগে সুন্দৰী মন প্ৰাণ হাৰী, দিয়া মোক এনে হিয়া;
যি হিয়াত মজি মোৰ এই হিয়া হই যায় নাইকিয়া॥
দিয়া এনে প্ৰেম যি প্ৰেমে বেলেগ অস্তিত্ব বিলোপ কৰে,
ভালপোৱা মউ দিয়া এনে মোক চিৰকাল ৰাগি নেৰে।

এনে চুমা লাগে যি চুমা দুখন নিভাঁজ হিয়াৰ জোৰা,
চকু নোহে দুই মুকলি দুৱাৰ দুঅন্তৰ প্ৰেম ভৰা।
কথা নোহে প্ৰেম মুৰুলীৰ মাত কপটতা আৰু নাই;
মৰমে মৰমে মৰম নিগড় বান্ধনী বোলে মিছাই।
নিদিবা নিদিবা সুন্দৰ প্ৰতিমা মাত্ৰ সুন্দৰৰ খনি;
গোলপুৱা হাঁহি মুখত নধৰা অন্তৰত কাল ফণী।
কোমল অন্তৰ প্ৰেমময় আত্মা কোমল জুৰ হৃদয়,
দিয়া যত দিন ৰাতি মোৰ মন অচল অটল ৰয়॥

## ভ্ৰম।

কেনে কলে সেয়া বাঁহী বাজে বুলি বনদেবী গীত গায়,
সেৱালীৰ মালা নহয় এধাৰ, তৰাৰে গুথিছে হাঁয়!
নহয় ফুলনি কুমাৰী সমূহ, দঢ়াই দঢ়াই কওঁ,
গোলাপ নহয় প্ৰিয়তমা আঁখি, দেখি থৰ হৈ ৰওঁ।
কোনে কয় এটি হৰিণা পোৱালী, ইমান চেতনা নাই?
বনৰ সৌন্দৰ্য্য ৰূপ ধৰি আহি ডেওদি দুবৰি খায়।
নহয় পুখুৰী প্ৰেমিকৰ বুকু, পানী নোহে প্ৰেমৰস;
নই নোহে ঠিক প্ৰেমৰ আবেগ বিচাৰি প্ৰেম বিবশ।
বীণৰ আত্মাটি উৰি গুণ গায় কোনেনো ভোমোৰা বোলে,
খোপাৰ ফুলটি উড়িয়ে প্ৰিয়াৰ পখিলাৰ নাম পালে।
কৃষ্ণ পখী, কৈছা, পাতৰ মাজত "কৃষ্ণ" "কৃষ্ণ" ডাক দিছে,
পখী নোহে জানা ৰাধাৰ কান্দোন প্ৰতিধ্বনি ৰূপে আছে।
ময়না নহয় বিৰহী বৃন্দৰ সমষ্টি হুমুনিয়া;
প্ৰিয়তমা মুখ ওফন্দি পৰিছে সেয়েহে জানা সন্ধিয়া।

---

# চন্দ্ৰকুমাৰ আগৰৱালা।

## উদগনি।

উঠা অসমীয়া চোৱা চকু মেলি
এলাহ পাটীত নেলাগে লাজ
কঙ্গালি টোপনি ভাঙ্গি উঠি বহা
পেলোৱা পেলোৱা টোকোনা সাজ।
অসভ্য অসম বনৰীয়া বুলি
হাঁহিছে তোমাক সবেও শুনা।
এতিয়াও বহু পিছত পৰিলা
আগলৈ নো হব কি দশা গুণা।
উঠিল জগত নিজৰ কামলৈ
—যায় তীৰ্থ যাত্ৰী শুনা কল্লোল।
মানুহে উন্নতি পূজিছে আটায়ে
কানিৰ জ্বালত তুমিহে ভোল।
উঠা অসমীয়া এতিয়াও উঠা
সৌৱা লগৰীয়া নহয় দূৰ।
জাতীয় মন্ত্ৰৰ দীক্ষা লোৱা আহি
বিজয় গীতৰ ধৰাহি সুৰ।
উঠা অসমীয়া চোৱা চকুমেলি
এলাহ পাটীত নেলাগে লাজ ?
কঙ্গালি টোপনি ভাঙ্গি উঠি বহা
পেলোৱা পেলোৱা টোকোনা সাজ।

কি আছে তোমাৰ অসমীয়া ভাই
ধন, মান, জ্ঞান পেলালা কত ?
কি দি পূজিবা জগতী চৰণ
নিচিন্তা উপায় শ্ৰীহল হত।

কিহলৈ বেচিলা আপোন গৌৰৱ
কি ধাৰে শুজিলা দেহাৰ তেজ ?
কৰম নাশাত ধৰম উটালা,
মৰম সলনি কি পালা বেচ ?
লখিমী নাশিলা কুলটা ভজিলা,
দিলা আপোনাক, দাসত্ব মানি।
এতিয়া ৰাগিৰ কলাঘুমটিয়ে
হৰিলে চেতন, কি আছে হানি ?
খালা পুৰি হায় পুৰুষত্ব সোপা
মানুহ জনম ধৰিলা কিয়।
মানুহৰ কাম একো নকৰিলা,
পাৰা যদি হোৱা এতিয়াও থিয়।
উঠা অসমীয়া, চোৱা চকু মেলি
এলাহ পাটীত নেলাগে লাজ ?
কঙ্গালি টোপনি ভাঙ্গি উঠি বহা
পেলোৱা পেলোৱা টোকোনা সাজ।

আছে কি তোমাৰ শুনা অসমীয়া
গঙ্গাটোপ হেন ডাঙ্গৰ গপ।
ঘৰে ঘৰে আছে কানি পান খোলা,
নিতে নিতে ইষ্ট দেৱতা জপ।
চুকৰ জুহাল জগতৰ আহিঁ
তাৰে 'ডাঙ্গৰীয়া' অসমীয়া ভাই !
নাদৰ ভেকুলী নাদৰ গৰাকী
কোনবা তাকোতো নেজানে হায় !
থৈছা হিংসা দ্বেষ কুকুৰ বিৰালি
আপোন পেটৰ ভঁৰাল ৰখা।
স্বাৰ্থৰ টোপোলা সেয়েহে সামগ্ৰী
মৰেও মৰোক ভায়েক মখা।

চিনিও নেপায় ভায়েক ককাই
আঙ্গুলি মূৰতে গণিব পৰা।
মিল প্ৰীতি নাই, আছে মাত্ৰ হায়
সংসাৰ বিহুৰ হাটেৰে ভৰা!
উঠা অসমীয়া চোৱাঁ চকু মেলি
এলাহ পাটীত নেলাগে লাজ?
কঙ্গালি টোপনি ভাঙ্গি উঠি বহা
পেলোৱা পেলোৱা টোকোনা সাজ।

নোহোৱা নিৰ্জীব, পাৰিবা উঠিব
কলামলা ইটো টোপনি জাল।
একে চিপে উঠি ভূমিত ভৰি দি
'প্ৰতিজ্ঞা টঙ্গালি' বান্ধা কঁকাল।
হাতত কোৰলৈ প্ৰথমেই পোতা
এলাহ শতুৰু গাতলৈ যোৱা।
জয়ৰ হুঙ্কাৰে কঁপাই জগৎ
দৰ্পৰ কিৰীট শিৰত লোৱা!
জীৱনৰ আহি গাপি অসমীয়া
উধাৰা দুখুনী অসম আই।
পূৰ্ব্বৰ কাহিনী সোঁৱৰা মাথোন
অভাৱ তোমাৰ একোৰে নাই।
আৰ্য্য তেজকণা আছে ধমনীত
সবেও আগত শিৰ নোৱাব।
পাৰা যদি উঠা উঠা এটিবাৰ
জগতে তোমাৰ যশস্যা গাব।
উঠা অসমীয়া উঠা এইবাৰ
পিছ পৰি ৰলা নেলাগে লাজ?
জীৱন্ত উছাহে একে উশাহতে
লোৱাহিহে আহি বীৰৰ সাজ।

---

# তেজিমলা।

তেজগোৰা বেলি, জিলিঙনি মেলি সাবটিব আহি ধৰা ;
পুৱাতে মলয়া, উঠি ছয়াময়া, বোলে উঠা তেজিমলা !
মেঘ মলা ৰঙা, পিন্ধি দিগঙ্গনা সিঁচিছে আশাৰ ধাৰি।
উত্ৰাৱল পানী, ৰঙা হাঁহি সানি, খলকিছে ছুই ভৰি।
ৰূপতে ৰূপ তুলি, পাৰিজাত ফুলি, তেজিমলা জকমকায় !
চাৰিও কাষে বেৰি, মুকলি সামৰি, পানীৰ লতা বগায়।
মানুহ কুটুমে, দলিয়াই পেলালে, কাকনো কুটুম পালি ?
মৰমে সাদৰে, আজলী কুঁৱৰী, এটাইকে নিজা কৰিলি।
তোৰে পানীৰ চৰাই, সাঁতৰি ফুৰিছে, কতো বা উৰিছে বনাই।
মলয়া বায়ুৰে, মিতিৰ পাতিলি,—ঘৰৰহে বতৰা নাই।

দুপৰীয়া বেলি, পানীয়ে উছালি, সিঁচিছে মুকুতা তৰা।
ফটিক পানীৰ মাজে মাজে ধীৰ, চৰিছে পোৱাল দৰা ;
সোণৰূপ মাছ আহিছে গইছে, ঘৰ পোহনীয়া দৰে।
মনত পৰেনে, কপৌ জুৰি তোৰ, মাতিলে হাততে পৰে ?
ফুলবাৰীখনি, পৰিয়েহে আছে, চৰেনে হৰিণাজনী ?
কোনে ভু-লইছে, মৰমৰ তোৰ শাঁৱলী পোৱালি কণি !
সখীৰ বাতৰি, কোনে কব পাৰে,—তোৰ জীৱনৰ লগ !
মৰমৰ সখী, আঁতৰালে, কোনে, আকৌনে মিলিব সঙ্গ ?
কুমাৰী ছোৱালী, কুটুমে পেলালি, দলিয়াই মৰম ফেৰি।
মানুহে মানুহে, ইমানহে মৰম, চকু-লো পৰে সুৱঁৰি !

মানুহৰ চোতালত, মাধুৰী ফুটিলে, মানুহে নিচিনি হায় !
সাৰি তুলি ছিঙ্গি, মোহাৰি পেলালে, মানুহৰ মৰমো নাই।
মৰমৰ পানী নোহোৱা ঠাইত, কেনেকৈ বিশ্বাস থয় ?
সেয়ে তেজিমলা, দূৰৈতে শিপাই, পাৰিজাতে হই ৰয়।
শকত বান্ধেৰে, তলিৰ সইতে, বান্ধিলে নিছিগা কৰি,
ধুমুহা বতাহে, খঙ্গ ৰাগে আৰু কিনো কৰিব পাৰি।

সিদিনা সন্ধিয়া দৰে আজি কিয় তেনেকুৱা কৰে মন ?
খঙেৰে মাৰ গৈ, বেলিয়েও তোক, দিছিলে যে বিসৰ্জ্জন।
আজ পুৱাই বোলে, হাঁহি চকু মেলি, পঠালে বাতৰি কিবা।
চিকুন নাৱে খনি, আশাৰে উজলি, আহিছে উধাই বা !

মানুহৰ নাও, মানুহৰ ভাৱ, দেখিব লাগিছে ভাল।
মানুহ মিতিৰ, বৰ মৰমৰ, পাতিছে কিহৰ জাল ?
গহীন মুখনি, মৰমেৰে সনা,—কোনবা দেৱতা এওঁ ?
কেলেই লাগিছে, মানুহ পৰিয়াল,—আহিয়ে দেখোঁ ধৰেও !
—"হাতো নেমেলিবি, ফুলো নিছিঙিবি, ক'ৰ নাৱৰীয়া তই ?
মানুহে ফুলৰ, নেজানে আদৰ, তেজিমলাহে মই।"

---

## জলকুঁৱৰী।

পুৱতী নিশাৰ ডাক নাই পৰা নীৰৱ বিশ্বৰ বাঁহী !
কোনোবা লোকৰ নিমাত প্ৰাণীয়ে হাঁহিছে নিফুট হাঁহি ॥
পথালি চকুত এন্ধাৰ এন্ধাৰ, তৰাই তৰালৈ চায়।
তলত পানীৰ দাপোণলৈ চাই হাঁহিছে মিটিকিয়াই ॥
শেষ নিশা কেনে ৰ লাগি ৰইছে, লগৰীয়া কোনো নাই !
ভয়ক চঁকাই ফুচফুচাই কোন এন্ধাৰে এন্ধাৰে যায় ?
গহীন পাৰত, গহীন বননি কি সৰে গছৰ পৰা ?
হুৰ্ হুৰ্ কৰি কিবা গল উৰি 'খক খক' মাতে ৰাতিচৰা ॥
দাবিতে লাগিল তধা বসুন্ধৰা এৰিলে নিশাহ এটি।
শিয়ৰে বনৰ গছ পাত লতা, কঁপিছে বতাহ ছাটি ॥
উষাৰ জাননী দিলে তীক্ষ্ণৰবে, পূবত ৰাঙলী হাঁহি।
ভুমুকি মাৰি চাইছেহি কোনে ? উটি আহে ফুল পাহি ॥
কলৈ যায় সৌৱা ফুলৰ পাহিটি, চিঙিনো ভহালে কোনে ?
কি বাতৰি যায় ফুলাম নাৱ বাই কোন্‌বা কুঁৱৰী পোনে ?
কি খেল খেদিছে, কোনে বা কাক পছিম ফাললৈ চাই ?
কোন আছে তাত্, কলৈ বা পঠায়, বাতৰি পায় নে নাই ?

ঢৌৱে ঢৌৱে আহা ! ফুল-নাও খনি ৰাজহংসে নিছে টানি।
ফুলে ফুলে ফুলি, পদুমী কুমাৰী শিৰত নীয়ৰ মণি ॥
ৰঙ্গা হাত ভৰি, ৰঙ্গা মুখখনি, কাঞ্চন উজলা চুলি।
নাচিছে আটাই দিগম্বৰী বালা গাইছে প্ৰভাতী বুলি।
নাগ বালা শাৰী ধৰিছে চাপৰি শুনিয়ে আনন্দ-মিলা।
মানুহ লোকৰ নোহে ৰূপ খেল, নজনা বিচিত্ৰ লীলা ॥
এন্ধাৰ পোহৰে মিলন মাধুৰী, ৰূপৰ ধেমালী দৰা।
কিবা কি বিচাৰি কেজনী বুৰ দি উঠিল পানীৰ পৰা।
মুকুতাৰ মলা আঁৰি হাঁহ-গলে, চুমাৰে ৰঞ্জিলে ঠোঁট।
এৰা পাই হাঁহ, ফুৰিছে বনাই, চৰিছে দুদুটি গোট।
কতো জনী গই পদুমৰ ৰেণু ঘঁহিছে সৰ্ব্বাঙ্গময়।
ৰাঙ্গলী জনীয়ে চিঙ্গি পদ্ম চুলি মুঠিয়ে মুঠিয়ে লয় ॥
অথিৰ চঞ্চল ইজনীয়ে হাঁহি সিঁচিছে হাঁহলৈ পানী।
সখীলৈ এছাটি মাৰিয়েই আকৌ বুৰিল টুপুকী জনী ॥
'মৰম পিয়াওঁ' বুলি কতোজনী হাঁহক পিয়াহ দিয়ে।
পদুম পাতত উঠি ডিঙ্গি ধৰি হালে জালে দুজনীয়ে ॥
কেতেকী চৰাইয়ে 'কত কি ? কত কি ?' দিলেহি দিনৰ হাক।
ফুলাম ছইৰ তল-পৰা কোনে মাতিলে মৃদুল বাক ?
বীণাৰ জোঁকাৰ, মলয়া বতাহে উটাই আনিলে যেন।
জলৰ কুৱঁৰী কুৱঁলী মাজেৰে পৰ্ব্বতজীয়াৰী হেন॥
গলত হীৰক খোপাত মাণিক, হাঁহিত মুকুতা পান্তি।
নীলোৎপল হাতে, চৰণৰ পাশে শঙ্খৰ ধৱল কান্তি ॥
সুদূৰ পূবত উষাদেবী সৈতে মিলিলে কুৱঁৰী গই ;
মিলন হাঁহিৰে উজলি চৌদিশ লুকাল পোহৰ মৰী।
আনন্দ লহৰী, নাচি পৰি হাঁহি গাইছে কুলুলু তান।
বেলিৰ কাঞ্চন-পোহৰৰ ঢৌৱে উটালে প্ৰাণীৰ প্ৰাণ !

---

## মৌমাখি ।

১

ই ফুলৰ পৰা সি ফুললৈ উৰি,
গুন্ গুন্ গুন্ সুৰে নাম ধৰি,
মাতিছা ইটিক, চাইছা সিটিক,
প্ৰেমৰ আলাপে মুহিছা মন,
পাইছা অমৃত প্ৰাণৰ ধন ॥

২

'যাওঁ' 'যাওঁ' কৰি আহিছা তুমি ।
আকৌ উভতি আহাগৈ চুমি ।
এখন্তক ৰোৱাঁ, পিছফালে চোৱাঁ,
কি হবনো হেৰা ফুলটিৰ গতি ।
হব পোৱা এনে নিৰ্দ্দয় অতি ?

৩

সদাই সম্বন্ধ বিচ্ছেদ কিবা,
প্ৰাণেৰে প্ৰাণৰ বান্ধোন যিবা ।
যোৱাঁ যোৱাঁ যোৱাঁ, আহিবা, আহিবা,
মৰমৰ কথা মিলনৰ ৰেখা,
নহয় খন্তেকীয়া দুদিন থকা ॥

---

## সন্ধিয়া ।

ৰঙ্গা মুখে ৰঙ্গা বেলি মাগিলে বিদায়,
দেখা দিয়ে নিমিষতে সন্ধিয়া লুকায় ।
প্ৰথম চুমাৰ ৰেখ নৌ পৰোঁতেই,
নিঠুৰ বিৰহে তাক মচিয়ে নিলেই ।
হেঙ্গুলী বিচ্ছেদ-মেঘে অতঁৰাই ধৰে,
বিধিৰ লিখন হায় ! নলৰে নচৰে ।

ই বজ্র বাতৰি তই কত পুহিছিলি,
মিঠা মুখে মেঘ হেৰ.শতুৰু শালিলি।
সন্ধিয়া আইটী হায়! মুকলি চুলিৰে,
নীৰৱে এন্ধাৰ কৰি বিশ্ব পৰিহৰে।
যোৱাঁ আই যোৱাঁ আছে পছিম সাগৰ,
বুৰ দি গুচুৱাঁ গই সন্তাপ ভাগৰ।
আজলী ছোৱালী হায়! সংসাৰৰ মোৰ
নৌ বুজুঁতেই গল,—ইচ্ছা বিধতাৰ।

---

## জোনাকী।

উষাৰ হাঁহিটি ৰঞ্জিলে পূবত।
কৰ বা ধেমালি-কথা
নিমিষতে নামি বসুধা জুৰিব!
প্ৰকৃতি খন্তেক তধা।
সোণালি সোঁতত সাঁতুৰি নাদুৰি
উটি আহে সমীৰণ।
প্ৰকৃতিৰ ঢকাবুকু উদঙ্গাই
পিন্ধালে মুকুতা সোণ।
পৰ্ব্বতে পাষাণে অৰণ্যে আকাশে
বিলালে স্বৰ্গীয় বিভা।
ৰুণ্ ৰুণ্ ৰুণ্ গছ পাত লতা,
আহিছে বাতৰি কিবা!
সপোন ৰাজ্যৰ কত যে কুমাৰী
মলয়াত উটি আহে,
স্বপ্নৰ আবেশে পখিলাৰ দৰে
নাচি হাঁহি লাহে লাহে।
নীল আকাশত বগলী-পাখিৰে
মেঘ হে নামিছে ধীৰে,
কুৱঁলী বিয়পা স্বৰগৰ দৃশ্য
ছয়াময়া গিৰি-শিৰে।

পাহৰা ৰাজ্যৰ এন্ধাৰ চুকত
মানস-সৰসী মাজে,
প্ৰফুল্ল অথিৰ আনন্দ কমল
অপূৰ্ব্ব সুন্দৰ সাজে ।
পাহৰণি-কোলে অত দিন পৰি
আছিল নিমাতী বীণা—
কোনে ভাবিছিল এই বীণাখনি
বাজিব নে কোনো দিনা ।
আজি মাত-ফুটা প্ৰাণৰ বীণৰ
তন্ত্ৰীত পৰিল টান,
আকাশী হাতৰ গম পাই উঠি
মুকলি হইছে প্ৰাণ ।
গুন্ গুন্ কৰি প্ৰাণৰ বীণত
বান্ধিছে আশাৰ সুৰ ।
স্বৰ্গীয় ভাবৰ প্ৰতিধ্বনি তাত,
আজি ভাবে ভৰ পূৰ ।
পাহৰণি পমি মধুৰ ৰূপত
মিলি যায় স্মৃতি স'তে ।
কিবা দৃশ্য আজি মানসৰ তীৰে
স্বৰগ দেখি আগতে ।
সঞ্চলিছে ঘনে ভাব-ঢউবোৰ,
ধৰিছে মৃদুল তাল ।
চপলা কল্পনা-কুমাৰীবিলাকে
গুঁথিছে কবিতা-জাল ।
অফুট সুৰেৰে হাঁহিছে গাইছে
নুশুনা স্বৰ্গৰ গীত ।
ধেমালিৰ প্ৰাণ ধেমালি মগন,
হৰিছে মানুহ-চিত ।
ছায়াময়ী কবিতাৰ আবৰণে
শোভে মানসী প্ৰতিমা,

তুলিলৈ সেই হৃদয়ৰ বীণ
বৰষিছে মধুৰিমা।

---

## অকলসৰীয়া।

অকলই উৰি ফুৰে প্ৰাণৰ পখীটি,
কল্পনা-বিহাৰী, নিৰজন আকাশেদি।
বিশাল ব্ৰহ্মাণ্ড তাৰ চকুৰ আগত,
অনন্ত শূন্যৰ ৰাজ্য জুৰি ওপৰত।
শান্ত পৰ্ব্বতৰ টিং, অৰণ্য, সাগৰ,
প্ৰকৃতিৰ হিয়া যেন বৈৰাগ্য আধাৰ।
মানুহৰো ৰাজ্য পৰে চকুত অশেষ,
কোলাহল পূৰ্ণ কিন্তু নিমগ্ন স্নি দেশ।
প্ৰাণ পখী উটি যায় শূন্য ৰহস্যত,
লগ হেৰুৱাই মেঘ আকাশ মাজত।
উদাস হৃদয় তাৰ অকলৈ আকুল,
প্ৰাণৰ প্ৰাণত বাজে বিষাদৰ সুৰ।
জনপূৰ্ণ নিৰ্জ্জনত কতা লগৰীয়া ?
বিশ্ব সংসাৰত হায় অকলসৰীয়া !

---

## সপোন।

আছিলোঁ এদিন ধেমালি মগন,
কুমলীয়া বয়সত।
নাচি নাচি উৰি পখিলাটি আহি
কলেহি মোৰ কাণত—
"আমাৰ ই দিন নেথাকে সদাই,
কান্দিব লাগিল মিতা।

মউৰ সোৱাদ হাঁহি ধেমালিও,
হবহে এদিন তিতা।"
সপোনৰ দৰে উৰি আহিছিল,
উৰি গল সিবা কলৈ।
এতিয়া দেখিছোঁ তাৰ সেই কথা,
ধৰিছে ফলিয়াবলৈ।

---

# ৰজনীকান্ত বৰদলৈ।

## মনোমতী।

মানহঁতে পমীলাকে আৰু মনোমতীকে একে লগে থোৱাত মনোমতীৰ দুখতো অলপ সুখ হৈছিল। ৰাঙ্গধালী পমীলাই মনোমতীক নানা তৰহৰ কথা বতৰা কৈ উছাহ দি আছিল; আৰু সেই বিপদৰ সময়তো খুহুতীয়া কথা কৈ মনোমতীৰ জঁই পৰা মনত অলপ ৰঙ লগাইছিল।

মইনবৰি গাৱঁতো পমীলা আৰু মনোমতীৰ আজি দুদিন নিৰাহাৰ। মানহঁতে তেওঁবিলাকৰ জাতকুল মাৰিবৰ অভিপ্ৰায়ে তেওঁবিলাকক সিহঁতৰ ৰন্ধা ভাত আনি আনি দিছিল। চতুৰী পমীলাই ঘৰৰ ভিতৰতে নিজৰ কঁকালত থকা হাঁচতিৰ কটাৰী এখানেৰে গাঁত এটা খানি লৈ মানহঁতৰ ভাতবিলাক সেই গাঁতত পেলাই পেলাই দিছিল; আৰু ভোকে লঘোণে তেওঁবিলাকে দুদিন দুৰাতি কটাইছিল। এতিয়া গধূলি হোৱাত দুইও সখীয়েকে চুক এটাত পৰি ডিঙ্গিত ধৰাধৰি কৰি কথা বতৰা পাতি মনৰ দুখ মনতে সামৰিছিল। মনোমতীয়ে কৈছিলঃ— "সখি! আমাকনো কিহে পালে?" পমীলা—"আন একো নহয় সখি, আমাক কালেহে পাইছে!" মনোমতী—"সখি! ইহঁতে আমাৰ দেউতাকনো কলৈ নিলে? কি কৰিলে? প্ৰভুয়েনো আমাৰ কপালত ইয়াকেহে লেখিছিলনে?" পমীলা—"সখি! ইয়াকে নেলেখিলেনো আমাৰ এনেকুৱা বিলাই কেলেই হল হেতেন?" মনোমতী—"সখি! এই পিশাচহঁতে আমাকনো কি কৰিব খুজিছে?" পমীলা—"ইহঁতে হেনো বুঢ়া আৰু ছোৱালীবিলাকক কাটি পেলায়। ভাল ভাল গাভৰুবিলাকৰ হেনো জাতকুল মাৰে।" মনোমতী—"সখি! পিশাচহঁতে আমাক ইয়াকে কৰিবলৈহে ৰাখিছেনে?" পমীলা—"এৰা সখি! তোমাৰ ওপৰত মানৰ সেনাপতি তিলোৱাৰ চকু পৰিছে। মোৰ ওপৰত বা বিশেষকৈ কাৰ চকু পৰিছে কব নোৱাৰোঁ। বাৰু! তোমাক এটা কথা সোধোঁ। তুমিনো মানৰ ভাত খাব পাৰিবানে?" মনোমতী—"জীউটো গলেও মই পিশাচৰ তিকুতা হব নোৱাৰিম।" পমীলা—"যদি বল কৰি সেনাপতিয়ে তোমাৰ গাত ধৰে তেন্তেনো কি কৰিবা?"

মনোমতী—( কাপোৰৰ তলৰ পৰা ক্ষুৰখান উলিয়াই দেখুৱাই ) "এই ক্ষুৰেৰ হয় তাৰ ডিঙ্গিত, নহয় মোৰ নিজৰ ডিঙ্গিতে ৰেপ দিম।" পমীলা—"তোমাৰ নিজৰ ডিঙ্গিত ৰেপ দিয়া ভাবটো এৰা। পাৰিলে পিশাচৰ ডিঙ্গিতে ক্ষুৰখান বহুৱাবা। মনোমতী —"বাৰু তাকে হলেও কৰিম। কিন্তু কোৱাচোন সখি! তুমিনো কি কৰিবা।" পমীলা—"সখি! মই পিশাচক বান্দৰৰ দৰে নচুৱাম। দুটাক নচুৱাইছো দেখিছাই। কেৱল সেনাপতিক নচুয়াব পাৰা নাই।" এই দৰে দুইও সখীয়েকে কথা বাতৰা পাতি থাকোঁতেই মিঙ্গিমাহা আহি ঘৰৰ ভিতৰত সোমাল। সি ঘৰৰ ভিতৰত সোমোৱা মাত্রেই মনোমতী ভয়তে চুকত সোমালগৈ। চতুৰী পমীলাই মিচিক কৰি হাঁহি এটি মাৰি আগবাঢ়ি আহি মিঙ্গিমাহাক কলে ঃ— "সেনাপতি! আজি আমাৰ কি ভাগ্য যে আপুনি আমাৰ ঘৰলৈ আহিল।" মিঙ্গিমাহা— "তোমালোক কেনে আছা। মই তাকে চাবলৈ আহিছোঁ।" পমীলা—"সেনাপতিৰ আমালৈ বৰ মৰম।" মিঙ্গিমাহা—"এৰা বৰ মৰম। আমি তোমালোকৰ নিচিনা গাভৰুক বৰ ভাল পাই নহয়নে? বাৰু! তোমালোক কেনে আছা?" পমীলা —"সেনাপতিৰ অনুগ্রহত আমি এই ঘৰৰ ভিতৰতে ৰজাৰ ঘৰত থকা যেন পাইছোঁ।" মিঙ্গিমাহা—"তোমালোকৰ খোৱা লোৱাত একো দুখ হোৱা নাইতো?" পমীলা—"সেনাপতি! তোমালোকৰ ভাত বিলাক বৰ মিঠা। কিবা সেই ফটিকাবিলাকহে দেখোন কেনেবা কেচেমাকেচেম গোন্ধায়। মিঙ্গিমাহা—"তুমি এতিয়াও ফটিকাৰ সোৱাদ বুজিব পৰা নাই। এবাৰ ফটিকাৰ সোৱাদ পালে বুজিবা, ফটিকা কেনে ভাল বস্তু। এবাৰ ফটিকাত মুখ বহিলে সদাই আমাৰ ফটিকা খাবলৈহে মন কৰিবা।" পমীলা—"হব পাৰে। আপোনালোকৰ নিচিনা দিগ্বিজয়ী বীৰ সকলে যেতিয়া ফটিকা ইমান ভাল বস্তু বুলি কৈছে তেতিয়া ফটিকানো কেনেকৈ বেয়া হব পাৰে? আমাৰ খাৰ খোৱা জিভাত ভাল নালাগিলেই কি এনে দেৱতাৰ দুর্ল্লভ বস্তু বেয়া হব পাৰেনে?" মিঙ্গিমাহা—"হয়। তুমি যথার্থ কথা কইছা। বাৰু কোৱাচোন তোমাৰ লগৰ সিজনী কলৈ গল।" পমীলা—"তাই ভয় পাই সৌ চুকত সোমাইছে গৈ।" মিঙ্গিমাহা—( হাঁহি হাঁহি ) কিহৰনো ভয়। আমি কিবা বাঘনে তাইক খাই পেলাম।" পমীলা—"সেনাপতি! তাই ন ছোৱালী। একোকে নেজানে। সেই দেখি তাই আপোনাক অহা দেখি ভয়তে মুচকচ গৈ চুকত সোমাইছে।" মিঙ্গিমাহা—"একো ভয় নাই। তাইক এবাৰ ইফালে আহিবলৈ কোৱাঁ।" মিঙ্গিমাহাৰ এই কথাত পমীলাই সখীয়েকক মাতিকলে ঃ—সখি! এবাৰ ইফালে নাহা কেলেই?" পমীলাৰ এই কথাত মনোমতীয়ে

এঁকো উত্তৰ নিদি আৰু কুচিমুচি চুকত সোমাল; এনেতে মিঙ্গিমাহাই এখোজ দুখোজ কৰি মনোমতীৰ ফাললৈ গল আৰু তেওঁৰ ওচৰ চাপি কবলৈ ধৰিলে ঃ—"তুমি ভয় কৰিছা কেলেই"? মনোমতীয়ে কলে ঃ—"সেনাপতি! তোমাৰ যদি অলপো ধৰ্ম্মৰ ভয় আছে তেন্তে তুমি মোৰ ওচৰ নাচাপিবা। কাবৌ কৰিছোঁ মোক এৰি দিয়া।" মিঙ্গিমাহা—"মইনা! তোমাক এৰি দিব নোৱাৰোঁ। তোমাক মই বৰ ভাল পাওঁ। তোমাৰ ৰূপত মই তেনেই ভোল গৈছোঁ।" মনোমতী—"সেনাপতি! আপুনি বীৰ। আপুনি ডাঙ্গৰ মানুহ। আপুনি আপোনাৰ স্বদেশীয় ৰূপৱতী-বিলাকক মৰম কৰগৈ। আমাৰ নিচিনা দুৰ্ভগীয়া আপোনাৰ মৰমৰ যোগ্য নহও। বিশেষ আপুনি আমাৰ শত্ৰু। আপোনাক কেতিয়াও আমি ভাল পাব নোৱাৰিম।" মিঙ্গিমাহা—"বুকৰ জীউ! তুমি যিহকে ভাল পোৱা মই তাকে কৰিম। তোমাৰ পিতাৰাক এৰি দিম; আৰু আন আন যাকে এৰি দিবলৈ কোৱা তাকে এৰি দিম। মোত তুমি ভজা।" মনোমতী—"বীৰ! আপোনাৰ যদি দৰাচলতে মোলৈ কৃপা আছে তেন্তে অনুগ্ৰহ কৰি আমাৰ এটাইবিলাককে এৰি দিয়ক। আমাক মাৰিনো আপোনাৰ কি লাভ হব। আপুনি আমাক এৰি দিয়ক। আমি আপোনাৰ অক্ষয় কীৰ্ত্তি গাম।" মিঙ্গিমাহা—তোমালোকক এটাইবিলাককে বাৰু মই এৰি দিম; কিন্তু তুমি কোৱাচোন মোক তুমি ভাল পাবানে?" মনোমতী—"আপুনি যদি আমাৰ এটাইবিলাককে এৰি দিয়ে তেন্তে আপোনাক মই নিজৰ পিতৃৰ দৰে ভাল পাম।" মনোমতীৰ এই কথাত মিঙ্গিমাহাৰ মুখ কলা পৰিল। বিৰস মনেৰে কলে ঃ—"তুমি মোক পিতৃৰ দৰে মৰম কৰিব নেলাগে। তোমাৰ গোলাম বুলিহে মৰম কৰিব লাগে।" মনোমতী—"মই আপোনাৰ নিচিনা বীৰ এজনক গোলাম বুলিবলৈ কি সাহ আছে?" মিঙ্গিমাহা—"তোমাৰ তেন্তে স্বামী বুলি মৰম কৰিবা।" মনোমতী—"আপুনি যেতিয়াই ইমান বিলাক বীৰৰ স্বামী, তেনে স্থলত মই স্বামী বুলি-লেহে আপুনি স্বামী হবনে?" মিঙ্গিমাহা—"মই সেই ভাবত স্বামী বুলিবলৈ কোৱা নাই। মই কইছোঁ তুমি মোৰ তিৰুতা হবা নে?" মনোমতী—"মই কেতিয়াও তোমাৰ তিৰুতা হব নোৱাৰোঁ।" মিঙ্গিমাহা—"লাহৰী! তুমি ফুল। মই ভোমোৰা। তুমি যদি মোক তোমাৰ ফুলৰ মৌ স্ব ইচ্ছাতে খাব নিদিয়া তেন্তে মই বল কৰি খাম।" মনোমতী—"আপোনাৰ চিৰকাললৈকে কলঙ্ক ৰব।" মিঙ্গিমাহা—"মোৰ কলঙ্ক হলেও তোমাক মই মোৰ মনৰ পৰা বাজ কৰিব নোৱাৰিম। কোৱাচোন তুমি মোৰ হবানে?" মনোমতী—"এই জীউটো গলেও মই তোমাৰ হব নোৱাৰিম।" মনোমতীৰ এই কথাত মিঙ্গিমাহাই চকু দুটা ৰঙা

কৰি বাহু আফালি "বাৰু তোকনো কোনে ৰাখে চাওঁ" এই বুলিয়েই সি মনোমতীক খেদা মাৰি গল। মনোমতীয়েও বিপদত ধৈৰ্য্য নেহেৰুৱাই ততালিকে কাপোৰৰ তলৰ পৰা ক্ষুৰখান উলিয়াই দেখুৱাই কলেঃ—"পিশাচ! আহ। এই ক্ষুৰ তোৰ ডিঙ্গিত বহুৱাম।" মিঙ্গিমাহাইও তৎক্ষণাৎ কঁকালৰ খাপৰ পৰা তৰোৱাল খন উলিয়াই দেখুৱাই কলে;—"তোক এই তৰোৱালেৰে একেকোবে কাটিম।" মনোমতী—"তই মোক তৰোৱালেৰে কাট, মোৰ পক্ষে সিও ভাল, তেও মই তোক মোৰ গা চুব নিদিওঁ।" মিঙ্গিমাহাই মনোমতীৰ সাহ দেখি আৰু কথা শুনি, তৰোৱালখান সুমাই থৈ কলেঃ—"বাৰু! আজিলৈ তোক এৰিলোঁ। কিন্তু মই চাম, তই নো মানৰ ভাত খাৱনে নেখাৱ।" ইয়াৰ পাছতে সি পমীলাক চকুৰ আগতে দেখি কলেঃ—"তই বৰ দুষ্টা। তয়েই তাইক এনে বিলাক বুধি দিছ।" পমীলা—"সেনাপতি! আপুনি পুৰুষহৈ এজনী তিৰুতাক বশ কৰিব নোৱাৰিলে। এতিয়া মইহে দোষী হলু ?" মিঙ্গিমাহা—"তোক আৰু মই তাইৰে সৈতে একেলগে নথওঁ"। পমীলা—"ভাল! কিন্তু তুমি মোক অকলৈ এঠাইত থলে তোমাৰ ৰণুৱা দুটাই কটাকটিকৈ মৰিব।" মিঙ্গিমাহা—"মই তোকো কাকো নিদিওঁ। তইও মোৰে হবি। বাৰু, আজিলৈ মই যাওঁ।" এই বুলি মিঙ্গিমাহা ঘৰৰ ভিতৰৰ পৰা ওলাল। ওলায়েই তেওঁ সমুখতে এটা ৰঙা পাগুৰীৰে সৈতে মানুহ পালে। সেই মানুহটোৱে মিঙ্গিমাহাৰ হাতত এখান চিঠি দিলে। মিঙ্গিমাহাই সেই চিঠিখান লৈ মানুহটোক বিদায় দি নিজৰ বহালৈ গল।

---

## পঞ্চম অধ্যায়।

### মানৰ উপদ্ৰৱ।

বৰনগৰীয়া বৰুৱাৰ গড় আক্ৰমণ কৰিবৰ পাছ দিনা মিঙ্গিমাহাৰ আদেশ মতে হলকান্ত বৰুৱাই ইজাক মান লৈ বৰ নগৰৰ আমবাৰি, চকচকা ইত্যাদি ঠাইলৈ গল। সেই ঠাইবিলাকত লুটপাত কৰি মানহঁতে ৰূপসীৰ কল গেছিয়া, উদমাৰি ইত্যাদি গাৱেঁদি ক্ৰমে মইনবৰিৰ ফালে ভটিয়াবলৈ ধৰিলে। সিহঁতৰ অত্যাচাৰ, ভীষণ নিষ্ঠুৰতা আৰু পৈশাচিক কাণ্ডত অসমীয়া মানুহ জ্বলাকলা পৰিল। মানহঁতে যি যি গাওঁত গাৱঁলীয়া মানুহৰ পৰা কোনো বাধা বিঘিনি

নাপাইছিল সেই সেই গাৱঁত ধন সোণ লুটপাত কৰাত বাজে আন একো বিশেষ উপদ্ৰৱ কৰা নাছিল। কিন্তু যি যি গাৱঁত গাৱঁলীয়া মানুহ বিলাকে সাহ কৰি সিহঁতৰ লগত যুজ দি ঘাটিছিল, সেই সেই গাৱঁত সিহঁতৰ উপদ্ৰৱ বৰ্ণনাৰ অতীত হৈছিল। সিহতে ঠায়ে ঠায়ে মটাকে মাইকীকে একেলগে তলা ওপৰা কৰি বান্ধি দুইকো একে ঘাৰে কাটিছিল। গিৰিয়েকটোক বান্ধি থৈ, তাৰ চকুৰ আগতে তাৰ গাভৰু তিৰুতাজনীৰ সতীত্ব নাশ কৰি গিৰিয়েকৰ আগত ঘৈনীয়েকক, ঘৈনীয়েকৰ আগত গিৰিয়েকক কাটিছিল। কিছুমান মানুহক সিহঁতে হাতত খিলামাৰি কঁকালত ডোল লগাই লৈ ফুৰাইছিল। কোনো কোনো মানুহক সিহঁতে বাটে পথে, মাছ পহুৰ দৰে বান্ধি বান্ধি পেলাই লৈ সিহঁতক জাঠি জোঙেৰে খুচিবিন্ধি মাৰি সিহঁতৰ মঙহ কাউৰ শগুণক খুৱালে। ঠায়ে ঠায়ে সিহঁতে অসমীয়া মানুহ কেতবিলাকক একেটা ঘৰত সুমাই লৈ দুৱাৰ বান্ধি ঘৰত জুই লগাই দি জাকি দি পুৰি মাৰিলে। ঠায়ে ঠায়ে মাকৰ বুকৰ পৰা কেচুৱা লৰা কাঢ়ি লৈ মাকৰ চকুৰ আগতে সেই কেচুৱা লৰাক ওপৰলৈ ধোপমাৰি দি তলত তৰোৱাল পাতি কাটি, সেই কেচুৱা লৰাৰ মঙহ মাকৰ মুখত কটিয়ালে। সিহঁতৰ অত্যাচাৰত, সিহঁতৰ উপদ্ৰৱত অসমীয়া মানুহে গাওঁ এৰি হাবিয়ে বননিয়ে পলাল। ভালেমান মানুহ বিজনী, গৌৰীপুৰ, গোৱালপাৰা ইত্যাদি ঠাইত সোমালগৈ। অনেক মানুহ পলাই চিলমাৰি, ধুবুৰীৰ ফাললৈ গল। কিছুমান মানুহ পলাই হেনো ভোটান পাহাড়েদি তিব্বত পলেগৈ। কিছুমান মানুহক সিহঁতে লগতে ধৰি ধৰি ললে।

এই দৰে নিচলা অসমীয়া জাতিক এফালৰ পৰা কাটি মাৰি নাশ কৰি বৰ-নগৰ, ৰূপসী শ্মশানত পৰিণত কৰি হলকান্ত বৰুৱাৰ মানজাকে মইনবৰিৰ ফাললৈ যাবলৈ ধৰিলে।

---

# কনক লাল বৰুৱা।

## আমাৰ শিল্প।

সকলোৱে মানিব লাগিব যে আমাৰ শিল্পৰ উন্নতি আগেয়ে অধিক আছিল। আমাৰ এতিয়ালৈকে থকা পুৰণি বস্তু বিলাক দেখিলেই সেই কথা ভালকৈ বুজিব পাৰি। শিলকটা, কাপোৰ বোৱা, অলঙ্কাৰ আৰু কাঁহি বাটি গঢ়া, হাতীৰ দাঁত বা পহুৰ শিঙ্গৰ বন কৰা প্ৰভৃতি কামত, বুঢ়াবিলাক বহুত গুণে আমাতকৈ শ্ৰেষ্ঠ আছিল, সেই বিলাক গুণ লাহে লাহে আমাৰ গাৰ পৰা যাব লাগিছে, আমিহে তাক দেখিও দেখা নাই। অসম-ৰজা সকলৰ লগে লগে দেৱ-মন্দিৰ বিলাকত দেৱমুৰ্ত্তি, শিলৰ খুটা, শিলৰ দুৱাৰ কটাও শেষ হল। সেই বিদ্যা এতিয়া আমাৰ মাজত লোপ হৈছে। আমাৰ দেশত আগেয়ে বহুত ভাল ভাল কাপোৰ শিয়া হৈছিল। ৰজা-ঘৰৰ আৰু ডাঙ্গৰীয়া সকলৰ কাপোৰ কানি জোলা বিলাকৰ দ্বাৰাই বোৱা হৈছিল। জোলাৰ বংশই এতিয়া ধ্বংস পালে। সিহঁতে কপাহী, পাট, মুগা, মেজাঙ্কৰী, কেটকুৰি, এৰি প্ৰভৃতি কাপোৰ বৰ চিকণকৈ বৈছিল। তিমান মিহি কাপোৰ এতিয়া আমাৰ দেশত নাই। অসমীয়া পাট সকলোতকৈ শ্ৰেষ্ঠ, কিন্তু বঙ্গদেশৰ পৰা এতিয়া সস্তা ভাৱেৰে পাট আমদানি হোৱাত সেই কাপোৰৰ ব্যৱহাৰ একেবাৰে বন্ধ হল। মেজাঙ্কৰী আৰু কেটকুৰিৰো দশা সেইয়ে। মুঠেই মুগা আৰু এৰি এই দুই কাপোৰ হে আমাৰ দেশত আজিলৈকে আছে। তাৰো অৱস্থা ভাল নহয়। তাৰ কাৰণ প্ৰথমতঃ—বহুত ঠাইত আমাৰ ডেকা সকলে মুগাৰ মেখলা গাৰুৰ গিলিপ বুলি এৰি দিছে। দ্বিতীয়ত—এই বিলাক কাপোৰ বহু মূলীয়া, বহুতে সেই বাবেই পাট মুগা কাপোৰ পিন্ধিব নোৱাৰে। এই দেখি মুগা এৰি কাপোৰ আগৰ সমান বোৱা নহয়। কিন্তু বহুতে এই কথা নেমানে। তেওঁলোকে কয় যে আগতকৈ মুগা বা এৰি কাপোৰ বোৱা একো কম হোৱা নাই বৰং অধিক হৈছে; গবৰ্ণমেণ্টেও তাকে কয়।

আমাৰ প্ৰজা সংখ্যা আগতকৈ এতিয়া অধিক হবও পাৰে। কিন্তু সেই বুলি অসমীয়া মানুহৰ সংখ্যা অধিক হোৱা নাই। বঙ্গালী, হিন্দুস্থানী প্ৰভৃতি ভাৰতৰ

আন আন ঠাইৰ মানুহ আহিহে অসমৰ প্ৰজা সংখ্যা অধিক কৰিছে। আৰু সেই বিলাকে অসমীয়া মুগা বা এৰি কাপোৰ কেতিয়াও ব্যৱহাৰ নকৰে। আগেয়ে আমাৰ পুৰুষ মানুহবিলাকেও মুগাৰ চুৰিয়া আৰু এৰিয়া কাপোৰ লৈছিল। এতিয়া সেই পৰিচ্ছদ বহুতৰ নাই। পাঠক সকলে এতিয়া বুজি লওক, এই বিলাক কাপোৰ আগতকৈ সৰহ বোৱা হয়নে কম হয়। ক্ৰমে আৰু বোৱা কমিহে আহিব। অলপৰ পৰা ইংৰাজ বেপাৰী কিছুমানে আমাৰ দেশৰ পৰা এৰি ( cocoon ) লৈ গই কলত কাপোৰ বই এই দেশলৈ আনিছে। বোধ কৰোঁ বহুতে সেই কাপোৰ দেখা নাই। সি বৰ চিকণ আৰু মিহি হৈছে; কলত তৈয়াৰি হোৱা বাবে বেচো কম হব। তেতিয়া অসমীয়া মানুহে সেই কাপোৰ সস্তাত নিকিনি আৰু আমাৰ দেশত বোৱা কাপোৰ লবনে? এতিয়া পাঁচ সেৰ এৰিৰ বেচ যদি ১০৲ টাকা হয়, সেই পাঁচসেৰ এৰিৰ সুতা কাটি কাপোৰ বই বেচিলে ১২৲ টকাৰ ওপৰ নহয়। এনে স্থলত অসমীয়া মানুহে এৰি নেবেচি কাপোৰ বেচিবলৈ ইচ্ছা কৰিব কিয়? সেই দেখিএই কওঁ মুগা আৰু এৰি কাপোৰৰ অৱস্থা ভাল নহয়। কপাহি কাপোৰৰ ভিতৰত আছে খনীয়া, ছকঠীয়া, চেলং আৰু গামোছা, পুৰুষৰ মাজৰ পৰা খনীয়া কাপোৰ গুছি বঙ্গালী ৰেপাৰ হল। এতিয়াও ভাল ভাল গুণাকটা খনীয়া আৰু চেলেং আছে কিন্তু আমাৰ মানুহৰ উৎসাহ নোহোৱাৰ বাবেই সেই বিলাকৰ উন্নতি হব পৰা নাই।

বহুতে আমাৰ অলঙ্কাৰ বিলাক দেখিবলৈ শুৱনী নহয় আৰু বৰ গধুৰ বুলি আপত্তি কৰে, ই কথা একেবাৰে মিছা নহয়। ঢোল যেন বিৰি, আৰু খামুচীয়া কেৰুএই তাৰ প্ৰমান। কিন্তু সেই বুলি এটাইবিলাক অলঙ্কাৰ বেয়া নহয়। আমাৰ কিছুমান গহনা দেখি কোনেও নিন্দা কৰিব নোৱাৰে এই বিলাক গহনাও আগেয়ে যিমান ভালকৈ গঢ়া হইছিল এতিয়া তেনেকৈ নহয়। সেইদেখি আমাৰ মানুহৰ পুৰণি নিভাজ গহনালৈ ইমান হেঁপাহ।

আগেয়ে আমাৰ দেশত হাতীৰ দাঁত আৰু শিঙ্গৰ কাম সুন্দৰ ৰূপে কৰা হৈছিল খৰমৰ চুলা, কাকই, ফনি, কাণ খজুৱা প্ৰভৃতি কামএতিয়াও জোৰহাত আৰু বৰপেটাত বিশেষকৈ কৰা হয়। কিন্তু সেই বিষয়ে কোনেও শিল্পীবিলাকক উৎসাহ নিদিয়ে আৰু সেইবিলাক বস্তুৰ প্ৰতি মানুহৰ আদৰ নোহোৱা হৈছে। গড়ৰ খৰগৰ কোশা আজি কালি খুব কম পোৱা যায়। কঞ্চসাৰ পহুৰ শিঙ্গৰ লাখুটি আজি কালি প্ৰায় নোহোৱা হলহি। কাঁহি বাটী লোটা চৰীয়া প্ৰভৃতি ঘৰুৱা বস্তুৰ গঢ়ন বৰ সামান্য ৰূপে হয়। অসমত এই বিলাক গঢ়োৱা ঠাই বিশেষ কৈ

ৰহা আৰু সৰ্থেবাৰি ? কাঠৰ কামো আগতকৈ এতিয়া বেয়া হৈছে। এতিয়া আমাৰ দেশত যিমান বাঢ়ৈ আছে সকলো বিলাকেই বঙ্গালীৰ আৰ্হি লৈ শিকা ; আগৰ পঢ়িদোলা বা চালপীৰা বিলাক এতিয়াৰ বাঢ়ৈয়ে সাজিব নোৱাৰে।

এই বিলাক কামৰ আগেয়ে আমাৰ দেশত বিশেষ উন্নতি নাছিল। কিন্তু আগেয়ে যি যি ফেৰা আছিল, এতিয়া সিও নাইকিয়া হইছে। ভাল আৰ্হি লৈ আমাৰ মানুহে শিল্পৰ কাম যে নিশিকেই আগৰ যি আছিল তাকো পাহৰিছে। উইলীয়েমস্থন চাহাবে অনুগ্ৰহ কৰি আমাৰ উন্নতিৰ অৰ্থে জোৰহাটত এটি শিল্প বিছালয় পাতি দিছে, কিন্তু গবৰ্ণমেণ্টে বৰ দুঃখেৰে প্ৰকাশ কৰিছে যে, শিল্প শিক্ষাত অসমীয়াৰ সিমান উৎসাহ নথকাৰ বাবে বিছালয়টিয়ে উন্নতি কৰিব পৰা নাই। ই কম দুখৰ কথা নহয়। আমাৰ মানুহে মিছা কথাত উৎসাহ আৰু সময়ৰ অন্যায় খৰচ কৰে, কিন্তু এনেকুৱা লাগতিয়াল শিক্ষাটিলৈ তেওঁলোকে আওকাণ কৰি আছে। আমাৰ এৰিয়া, মুগা কাপোৰ তল পৰিল আৰু তাৰ ঠাই বিলাতি কাপোৰে আহি অধিকাৰ কৰিলে। বিলাতি বেপাৰীক আমি আমাৰ জাৰ গুচাবৰ নিমিত্তে কিমান টকা দিছোঁ তাক এতিয়াও ভাবি চোৱা নাই। ইমান দ কথাও কাৰো মনত সোমোৱা নাই, ই কম আচৰিত কথা নহয়। আমাৰ ডেকা সকলে আকৌ ঘৈনীয়েকহঁতক বঙ্গালী সাজ পিন্ধাবলৈ ভাল পায় কিন্তু ইফালে বঙ্গালী সাজ পিন্ধালে যে বিলাতি কাপোৰৰ আৱশ্যক হব, আৰু বিলাতি কাপোৰ কিনিলে যে দেশৰ টকা ওলাই সাত সাগৰ তেৰ নদী পাৰ হৈ যাব তাক কোনে ভাবিছে ? পুৰুষৰ সাজৰ বাবেই বিলাতি বেপাৰীক ধন দি তত নেপাও তিৰুতাৰ সাজৰ বাবেও মাঞ্চেষ্টাৰৰ ফাললৈ গলে দেখোঁ আমাৰ মানুহ সম্বল শূন্য হব। বহুতে আপত্তি কৰে যে মুগা এৰি কাপোৰৰ বেচ বিলাতি কাপোৰৰ তিনি গুণ, কিন্তু তেওঁলোকে ভাবি নেচায়, যে অসমীয়া কাপোৰৰ বাবে ধন ভগন কৰিলে তাক অসমীয়াইহে পাব। কিন্তু বিলাতি কাপোৰৰ বাবে যি ধন দিয়া যায় সি আৰু এই দেশত নেথাকে। আৰু তেওঁলোকে অনাহক কথাত কত টকা খৰচ কৰে, কিন্তু অসমীয়া কাপোৰৰ বাবে এটি টকা সৰহ দিবলৈ গলেহে গাত নসহে। 'দেশীয় আৰু বিদেশা সাজ' বোলা প্ৰবন্ধৰ শেহত "আসাম বন্ধুৰ" পত্ৰ প্ৰেৰকে এই যুক্তিৰ ভালৰূপে উত্তৰ দিছিল বোলে "আঞ্জাত নিদিলে লোণ পিটিকাত যায় চাৰি গুণ"। আমাৰ মানুহে এতিয়া বোম্বাইৰ দৰে কল কাৰখানা খুলি বিদেশী কাপোৰ এই দেশৰ পৰা আঁতৰাব নোৱাৰে হয়, কিন্তু তেওঁলোকে যদি চেষ্টা কৰি আমাৰ দেশজাত শিল্পৰ উন্নতি কৰে আৰু বিদেশী কাপোৰ ব্যৱহাৰ নকৰো বুলি ধৰে

তেনে হলে দেশৰ কিমান উপকাৰ হয় ভাবি চাওক। ৰপ্তানি কৰা দেশজাত বস্তুৰ পৰা ধন আমি নাপাওএই, ইয়াৰ ওপৰত আকৌ বিদেশী বেপাৰীক বিদেশী কাপোৰৰ বাবে ইমান ধন দিব লাগে! দেশৰ শিল্পৰ ধ্বংস হব লগীয়া হলহি, কিন্তু কোনোবাই ইয়াৰ প্ৰতিকাৰৰ চেষ্টা কৰিছেনে? কোনোবাই ভাবিছেনে কেনেকৈ দেশৰ পৰা বিলাতি বস্তুৰ ব্যৱহাৰ গুচাব পৰা যায়।

আমাৰ ৰজা ইংৰাজ; সেইদেখি বিলাতি বস্তুৰ আমদানি কমাবলৈ আমাক সেই ৰজায় কেতিয়াও সহায়তা নকৰে। এতেকে আমি নিজে প্ৰতিজ্ঞাবদ্ধ হৈ নিজ উৎসাহ আৰু সাহৰ ওপৰত ভৰ দি যেতিয়ালৈকে বিদেশী বস্তুৰ ব্যৱহাৰ গুচাবলৈ আৰু আমাৰ শিল্পৰ বিস্তাৰ কৰিবলৈ যত্ন নকৰো তেতিয়ালৈকে দেশৰ মঙ্গল নাই। এজন বা দুজনৰ উৎসাহৰ দ্বাৰাই হব নোৱাৰে। পৃথিবীত যিমান ডাঙ্গৰ কামৰ অনুষ্ঠান হোৱা দেখা গৈছে সকলো মুঠবন্ধাৰেহে। আমিও মূৰপুতি এই কামত নধৰিলে কৃতকাৰ্য্য হব নোৱাৰিম।

---

## সহানুভূতি।

লোকৰ মনৰ ভাবেৰে আমাৰ মনৰ ভাবৰ ঐক্যই সহানুভূতিৰ মূল। আমাৰ চাৰিও ফালে যতে আমাৰ মনৰ ভাবৰ প্ৰতিবিম্ব দেখোঁ, তাৰে সৈতে আমি মিলোঁ, তাকে আমি সহানুভূতি দেখুৱাওঁ। ইয়াকে কৰা মানুহৰ লক্ষণ।

এই সহানুভূতিৰ বলত মানুহৰ সমাজ স্থাপিত হৈছে, পৰিয়ালৰ মাজত মিল আৰু একে জাতিৰ মানুহৰ মাজত ঐক্যভাৱ। অকল যে আমি আনলৈ সহানুভূতি দেখুৱাবলৈকে ব্যগ্ৰ এনে নহয়। আমাৰ অন্তৰে আনৰ সহানুভূতি সদাই বিচাৰে। যেয়ে আমাক সেই সহানুভূতি দেখুৱাই তাকে ভাল পাওঁ, সেয়ে আমাৰ বন্ধু, যেয়ে নেদেখুৱায়, তাকে ভাল নেপাওঁ, তাৰে সৈতেই আমাৰ মত ভেদ আৰু বিবাদ।

নিচেই কম বয়সৰ পৰাই মানুহৰ মনত সহানুভূতিৰ গুটি সিঁচা হয়। কেচুৱা লৰাই লোকে হাঁহিলে হঁহা, আৰু লোকে কান্দিব খুজিলে ফেকুৰিবলৈ ধৰাই তাৰ প্ৰথমাৱস্থা। পাছত ক্ৰমে এই বৃত্তিৰ বিকাশ হয়। বহুত মানুহে একে ঠাইতে গোটখাই একেটা ভাব প্ৰকাশ কৰিলে আমাৰ মনেও সেই ভাবকে প্ৰকাশ কৰে। বেজাৰকৈ মনমাৰি থকা লৰা এটিক ৰঙ্গিয়াল আন লৰা কিছুমানৰ মাজলৈ আনিলে, তাৰ মনৰ পৰা বেজাৰ আঁতৰি যায়, সি তেতিয়া ৰঙ্গিয়াল লৰাবিলাকক সহানুভূতি

দেখুৱাই। ইয়াকে “contagion of feeling” বোলে। সহানুভূতিৰ ই প্ৰথম অৱস্থা।

কিন্তু আনৰ ভাবেৰে আমাৰ ভাব মিলিলেই সহানুভূতি সম্পূৰ্ণ নহয়। লোকৰ মনত কি হব লাগে তাক ভালকৈ চাবলৈ আমাৰ মনেই দাপোণৰ নিচিনা। কোন সময়ত আমাৰ মনত কোন ভাবৰ উদয় হয়, তাক সেই সময়ৰ আমাৰ মনৰ ভাবেৰে সৈতে ৰিজাই জানিব পাৰোঁ। কথাটো অলপ বিশদৰূপে বুজোৱা যাওক। যেনে কোনো মানুহ এটি দুখত পৰিলে তেওঁৰ ভাব কেনে হয়, তাৰে সৈতে মিলালেই সহজে বুজিব পাৰোঁ, সেই দেখি সেই মানুহটিৰ দুখত আমি দুখ অনুভব কৰিব পাৰোঁ আৰু সুখত সুখ অনুভব কৰোঁ। লোকৰ দুখ বা সুখ দেখি তাক অনুভৱ কৰিলেই, সেই অনুসাৰে কাৰ্য্য কৰিবলৈ আমাৰ ইচ্ছা হয়; অৰ্থাৎ দুখ দেখিলে সেই দুখ গুচাবলৈ যত্ন কৰিবলৈ আৰু সুখ দেখিলে তাক সংবৰ্দ্ধন কৰিবলৈ আমাৰ প্ৰবৃত্তি জন্মে। সেয়েই সহানুভূতিৰ সম্পূৰ্ণাৱস্থা। দুখীয়াৰ দুখ দেখি আমাৰ যি সহানুভূতি হয় তাৰে পূৰ্ণাৱস্থাৰ নাম দাক্ষিণ্যভাব (benevolence)।

সহানুভূতিপূৰ্ণ মন কেনে সাঁচত ঢলা হব লাগে? প্ৰথমত, আমাৰ মন এনেকুৱা হব লাগে যেন লোকৰ অলপ সুখ বা দুখ দেখিলেই আমাৰ মনও তুল্য-ভাবযুক্ত হয়। দ্বিতীয়ত, আমি লোকৰ মুখ বা আকৃতি দেখিয়েই তেওঁ লোকৰ মনৰ ভাব কেনে তাক বুজিব পাৰিব লাগে। শেহত লোকৰ কোনো অৱস্থাত আমাৰ মনৰ ভাৱ কেনে হব পাৰে তাক কল্পনা কৰিব পৰা শক্তি থাকিব লাগে। মনত বেঁকা ভাব থকা মানুহৰ সহানুভূতি কম। সেই দেখি হিংসুক মানুহে লোকক সহানুভূতি দেখুৱাব নোৱাৰে।

লোকৰ সুখত আমাৰ যি সহানুভূতি হয়, দুখত তাতকৈ অনেক অংশে বেছি হয়। যি সহানুভূতি দেখুৱাই তাতকৈ যাক দেখুউৱা হয়, তাৰ মনত বেছি ৰং লাগে। উমলি থকা সৰু লৰাটিৰ ধেমালিত ডাঙ্গৰে যোগ দিলে বা আন কোনো ৰকমে তাৰ ধেমালিত সহানুভূতি দেখুৱালে, সি আনন্দত বিভোৰ হয়; দুখীয়াৰ দুখত আনে সহানুভূতি দেখুৱালে তাৰ দুখ কমে। সহানুভূতি পালে অকল আমি ৰং পাওঁ এনে নহয়, সহানুভূতিৰ দ্বাৰাই আমাৰ ধাৰণাবিলাক দৃঢ়ীভূত হয়। এটা লৰাই কোনো এটা কামত কৃতকাৰ্য্য হব পাৰিলে নিজৰ শক্তিৰ সি যি ধাৰণা কৰিব পাৰিব, আন মানুহে তাক কৃতকাৰ্য্য হোৱা দেখি প্ৰশংসা কৰিলে, সেই ধাৰণা আৰু গধুৰ হব।

পৰস্পৰ সহানুভূতিৰ এই এটা লক্ষণ যে, যাক আমি সহানুভূতি দেখুৱাওঁ সি আমাক ঘুৰি সহানুভূতি নেদেখুৱালে তাৰ প্ৰতি আমাৰ আৰু সহানুভূতি নেথাকে। সেই বাবেই, যাক আমি আপোন-পেটীয়া মানুহ বোলোঁ তেনে মানুহে কেতিয়াও লোকৰ পৰা সহানুভূতিলৈ আশা কৰিব নোৱাৰে। পৰস্পৰ সহানুভূতি বিশেষকৈ দুবিধ। প্ৰথমত, আমাৰ বন্ধু বান্ধৱৰ দুখ সুখত সহানুভূতি প্ৰকাশ কৰোঁ। দ্বিতীয়ত, আমি এটা বা দুটাৰ প্ৰতি সহানুভূতি নেদেখুৱাই সহানুভূতিৰ ক্ষেত্ৰ বহল কৰোঁ। কোনো জাতীয় অনুষ্ঠান এটিৰ প্ৰতি আমাৰ যি সহানুভূতি হয়, সেইয়ে এই বিধৰ।

এতিয়া কেনে অৱস্থাত আমাৰ সহানুভূতি জন্মিব পাৰে তাক দেখা যাওক। পৰস্পৰ সহানুভূতি হব লাগিলে, দুয়োপক্ষৰ মেজাজ, মনৰ ভাবৰ ঐক্য হব লাগে, আৰু দুয়োপক্ষৰ মাজত ঘনিষ্ঠতা হব লাগে। সহানুভূতিতকৈ দয়া ( Pity ) অলপ বেছি। দুখত পৰা, নিঃসহায় মানুহলৈ আমাৰ কোমল, মৰম ভাব এটি ওপজে, সেয়ে দয়া। দয়া সহানুভূতিৰ এবিধ বলী অৱস্থা, অৰ্থাৎ সহানুভূতি বাঢ়িলে বা গাঢ় হলে দয়াত পৰিণত হয়। এনেকুৱা সহানুভূতি দেখুওৱাত সদায় আনন্দৰ চিন থাকে; সেই দেখিয়েই কোনো কোনো মনোবিজ্ঞানবিৎ পণ্ডিতে Luxury of Pityৰ কথা উল্লেখ কৰে।

আমি আগেয়ে কৈছোঁ, যে কম বয়সৰ পৰাই লৰাৰ মনত সহানুভূতিৰ উদ্ৰেক হয়। ডাৰউইনে কৈছে, তেওঁৰ ছমহীয়া লৰা এটিয়ে, তাৰ ধাইজনীয়ে কান্দিব খুজিলেই ফেকুৰিবলৈ ধৰে। ক্ৰমে যিমান অভিজ্ঞতা বাঢ়ে সিমান লৰাৰ সহানুভূতিৰ বিকাশ হয়। লোকৰ দুখ দেখি বা দুখৰ কথা শুনি আমাৰ প্ৰথমেই দয়া জন্মে। সৰু লৰাৰ আগত আন কোনো মানুহৰ কষ্টৰ কথা কলে সি সদায় বেজাৰৰ চিন দেখুৱাই। লৰাই সোনকালে লোকৰ দুখ বুজিব পাৰিলেও আনৰ সুখ অলপ ডাঙৰ হলেহে বুজিব পাৰে। যিমান লৰাই দয়া দেখুৱাবলৈ ধৰে, সিমান ক্ৰমে পাছত সি লোকৰ সুখৰ কথা ধাৰণা কৰিব পাৰে। কাৰণ, দয়া হলে সদায় আনৰ দুখ গুচি সুখ হোৱাহে দেখিবলৈ আমি বাঞ্ছা কৰোঁ। প্ৰথমতে নিজৰ ঘৰত হে লৰাৰ সহানুভূতিৰ কাম কৰে। পাছত তাৰ যিমান অভিজ্ঞতা, বুদ্ধি আৰু অনুভৱ কৰিব পৰা শক্তি বাঢ়ে সিমান সহানুভূতিৰ ক্ষেত্ৰ বহলহৈ যায়। যি লৰাই ঘৰৰ ভাই ভনী আৰু মাক বাপেককহে সহানুভূতি দেখুৱাব জানিছিল, পাছত সি বাটকুৱা মগনীয়া আৰু দুখীয়া বন কৰা মানুহৰ প্ৰতিও সহানুভূতি দেখুৱাবলৈ ধৰে। শেষত ক্ৰমে সহানুভূতিৰ বিকাশ হৈ তাৰ শেষ সম্পূৰ্ণাৱস্থা Benevolence ত পৰিণত হয়।

লৰাৰ শিক্ষাত সহানুভূতিৰ বহুত ব্যৱহাৰ দিখিবলৈ পোৱা যায়। পঢ়াশালিত ইটোসিটোৰ মাজত সহানুভূতি জন্মোৱা শিক্ষকৰ এটি প্ৰধান কাম। তাৰ নিমিত্তে শিক্ষকে নিজে লৰাবিলাকক সহানুভূতি দেখুৱাব লাগে, তেহে সিহঁতে আনকো পৰস্পৰ সহানুভূতি দেখুৱাবলৈ শিকে। জ্ঞানৰ অনুশীলন আৰু চৰিত্ৰ গঠন কৰাত সহানুভূতিৰ বিশেষ সম্বন্ধ আছে। সেই দেখি আমাৰ মন সহানুভূতি পূৰ্ণ হব লাগে।

---

## প্ৰাণীতত্ত্ব।

বহুতৰ বিশ্বাস এই যে, মানুহে যিমান বিজ্ঞানৰ উন্নতি সাধন কৰে, সিমান স্বভাৱৰ কাৰ্য্য-কলাপবিলাক দেখি তাৰ উৎপত্তিৰ কাৰণ স্থিৰ কৰিব পাৰি, মানুহৰ বোধগম্য নোহোৱা ঈশ্বৰৰ অসীম ক্ষমতাৰ প্ৰতি আস্থা কমি আহে, সিমান মানুহে ঈশ্বৰৰ সমকক্ষ হব পাৰিব বুলি আশা কৰে। এই বিশ্বাসটী অমূলক, কাৰণ ডাঙ্গৰ ডাঙ্গৰ বিজ্ঞানবিৎ পণ্ডিতসকলেই কৈছে যে যিমান বিজ্ঞানৰ বাটত আগ বঢ়া যায় সিমান পৰমেশ্বৰ সৃষ্টি কৌশল বুজিব পাৰি, তেওঁৰ অসাধাৰণ বুদ্ধি আৰু ক্ষমতাৰ চিনাকি পোৱা যায় আৰু তেওঁৰ তুলনাত আমি যে কিমান নিকৃষ্ট তাকো সুন্দৰকৈ বুজা যায়।

বৈজ্ঞানিক কল্পনাৰ বলত আমি জড়জগতৰ পৰিবৰ্ত্তনবিলাকৰ আদি অন্ত বিচাৰি উলিয়াইছোঁ। এই কল্পনাৰ সহায়তে আমি পৃথিবী, চন্দ্ৰ, সূৰ্য্য প্ৰভৃতি সৌৰজগতৰ গ্ৰহবিলাকৰ প্ৰথমাৱস্থা কেনে আছিল তাক জানিব পাৰিছোঁ। অকল কল্পনাৰ ওপৰতে আমাৰ বৈজ্ঞানিক শিক্ষা হোৱা নাই। উন্নতিৰ সোঁতত নিতে ন ন বৈজ্ঞানিক যন্ত্ৰবিলাকৰ আৱিস্কাৰ হব লাগিছে। সেই যন্ত্ৰবিলাকৰ কাৰ্য্যৰ দ্বাৰাই আমি পণ্ডিতসকলৰ অনুমানবোৰৰ সত্যতা প্ৰমান কৰি চাইছোঁ। এই এটাইবিলাক সাধাৰণ কথা। আনগ্ৰহবিলাকৰ কথা এৰি অকল পৃথিবী সম্বন্ধীয় কথাবোৰ আলচ কৰিয়েই তথা মানিব লাগে।

পৃথিবীৰ বিবৰণ সম্পৰ্কে এটি ঘাই প্ৰশ্ন এই যে, পৃথিবীত প্ৰাণীৰ সৃষ্টি কৰ পৰা হল ? জড়বস্তুৰ যোগত প্ৰাণৰ উদ্ভৱ হৈছে নে, ই এক পৰমেশ্বৰৰ সৃষ্টি ? এই কথা বৰ গুৰু আৰু ই আমাৰ আলোচনাৰ ভিতৰৰ নহয়। প্ৰাণ কি বস্তু, প্ৰাণী মাত্ৰৰে সেই সম্বন্ধে এটা মুঠ জ্ঞান আছে, সেই জ্ঞানটি কেনে তাক ভাষাৰে বিশদৰূপে বুজোৱা টান। প্ৰত্যেক জীৱৰ এই সম্বন্ধে যি আত্ম-প্ৰত্যয় আছে

সেয়ে যথেষ্ট। আমি মুঠতে ইয়াকে জানো যে জড়বস্তুৰ লগত প্ৰাণ লাগি প্ৰাণী হৈছে।

প্ৰাণীৰ উৎপত্তি আৰু পৰিবৰ্ত্তনৰ গতি নিৰ্ণয়ৰ আবিষ্কাৰ আধুনিক বৈজ্ঞানিক জগতৰ এটি বৰ ডাঙ্গৰ ঘটনা। যেয়ে সেয়ে দেখিছে যে পৃথিবীত মানুহ, বান্দৰ, ঘোঁৰা, হাতী, গৰু, মহ, চৰাই প্ৰভৃতি নানা শ্ৰেণীৰ স্থলচৰ প্ৰাণী আৰু মাছ, কাচ প্ৰভৃতি জলচৰ প্ৰাণী আছে। তাত বাজেও গছ, লতা ইত্যাদি উদ্ভিজ প্ৰাণীও পৃথিবীত আছে। এই এটাই বিলাকৰ যে প্ৰথমতে একে উৎপত্তি ঠাই, এনেকুৱা মেৰ-পাক-খোৱা প্ৰাণী-সূত্ৰৰ যে আদিতে একেডালি মাথোন আঁত আছিল, তাক ভাবিলেও আচৰিত হব লাগে। সুপ্ৰসিদ্ধ পণ্ডিত ডাৰউইনে প্ৰথমতে এই আচৰিত সত্য উলিয়াই সাধাৰণৰ চকুৰ আগত ডাঙ্গি ধৰে।

জীৱবিলাকৰ মাজত প্ৰাণৰ পৰিমাণৰ তাৰতম্য থকাৰ বাবে বেলেগ বেলেগ শ্ৰেণীত প্ৰাণীবিলাকক ভাগ কৰিব পাৰি। মাছতকৈ হাঁহৰ প্ৰাণৰ পৰিমাণ বেচি, বান্দৰতকৈ মানুহৰ প্ৰাণৰ পৰিমাণ বেচি, সেই দেখি জীৱ-জখলাত মাছ হাঁহৰ আৰু বান্দৰ মানুহৰ তলৰ খাপত থাকিব। জীৱ জখলাত সকলোতকৈ ওখ ঠাই সম্প্ৰতি মানুহেই অধিকাৰ কৰিছে। পাছত যে কালৰ গতিত নানা পৰিবৰ্ত্তন হৈ এই জখলাৰ অৱস্থা কেনেকৈ লৰে তাক কোনে কব পাৰে? এই জীৱ-জখলাৰ নিচেই তলৰ খাপত প্ৰটোপ্লেজম বা প্ৰাণপঙ্ক নামে এবিধ প্ৰাণী আছে। সমুদ্ৰত ইহঁতৰ উৎপত্তি হয়। সাধাৰণত দেখিলে ইহঁতৰ যে প্ৰাণ আছে তাক বুজা টান, ইহঁতৰ কোনো অঙ্গ বা ইন্দ্ৰিয় নাই ডোখৰ ডোখৰকৈ কাটি দিলেও প্ৰত্যেক কটা অংশই একোটা বেলেগ প্ৰটোপ্লেজম হৈ উঠে, আকৌ কেবাডোখৰ একে লগ কৰি দিলে সেই এটাইবোৰ মিলি এটা জীৱৰ নিচিনা কাম কৰে। কোনো বিশেষ কোষৰ মাজত এই প্ৰটোপ্লেজম উৎপত্তি হলে তেতিয়া নিৰ্দ্দিষ্ট আকাৰৰ এটা জীৱৰ সৃষ্টি হয় তেতিয়া সেই প্ৰাণীক জীৱ-জখলাৰ নাচেই তলৰ খাপৰ ওপৰত ঠাই দিয়া হয়। এনেকুৱা প্ৰথম নিৰ্দ্দিষ্ট আকাৰৰ প্ৰাণীবিলাকৰ অঙ্গ প্ৰত্যঙ্গৰ সিমান ভেদাভেদ নেথাকে। জোক কেচু প্ৰায় এই শ্ৰেণীৰ জীৱ। কোনো বস্তু ধৰিব লাগিলে সিহঁতে গাটোৰ এচোৱা দীঘলকৈ মেলি দিয়ে বা কোনো বিপদৰ আশঙ্কা হলে তেতিয়াই গোটেই গাটো কোঁচাই ঘূৰণীয়া বাতলু গুটিৰ দৰে হয়। কোনো আহাৰ খাব লাগিলে আহাৰীয় বস্তুটিৰ চাৰিও ফালে মেৰাই ধৰি তাৰ সাৰ শুহি পেলায়।

এই প্ৰটোপ্লেজম অৱস্থাৰ পৰা উন্নতি হৈয়েই পৃথিবীত নানা জীৱ জন্তু সৃষ্টি হৈছে। প্ৰকৃতিৰ প্ৰণালীৰ দ্বাৰাই জীৱবিলাকৰ আদিতে একেটা উৎপত্তিৰ ঠাই

হৈয়ো, অনন্ত কালৰ গতিত নানা শ্ৰেণী ভেদ হইছে। প্ৰত্যেক শ্ৰেণীৰ জীৱ, প্ৰাণী জগতৰ ক্ৰমিক উন্নতিৰ প্ৰত্যেক অৱস্থাৰ একোটা গঢ় মাথোন। এই ক্ৰমিক উন্নতি এটা বৰ প্ৰাকৃতিক বিবৰ্ত্তনৰ দ্বাৰাই সধা হৈছে, আৰু সেই বিবৰ্ত্তনৰ এতিয়ালৈকে শেষ ফল মানুহৰ সৃষ্টি। এই ক্ৰমোন্নতিৰ সাধক, পৰিবৰ্ত্তন সদাই চলি আছে আৰু ভবিষ্যতলৈও সেই দৰেই চলি থাকিব।

এতিয়া এনে প্ৰশ্ন হব পাৰে যে প্ৰকৃতিৰ কি প্ৰণালী অনুসাৰে জীৱজগতত শ্ৰেণীভেদ হৈছে ? এই প্ৰণালী এই বিলাক নিয়মৰ দ্বাৰাই গঢ়া। যেনে (১) বৃদ্ধি আৰু পুনৰুৎপত্তি (২) পুৰুষানুক্ৰমিক গুণাধিকাৰ, (৩) বহিৰ্জগতৰ অৱস্থাৰ আৰু ব্যৱহাৰ অব্যৱহাৰৰ তাৰতম্য (৪) জীৱসমূহৰ ঘনবৃদ্ধি, সিহঁতৰ মাজত জীৱন ৰক্ষাৰ নিমিত্তে যুজ আৰু তাৰ ফল স্বৰূপ প্ৰাকৃতিক নিৰ্ব্বাচনৰ দ্বাৰাই হোৱা জীৱচৰিত্ৰৰ প্ৰকৃতি ভেদ আৰু উন্নতিহীন জীৱৰ লোপ। এই কেইটা নিয়ম বৰ গুৰু আৰু বুজিবলৈ বৰ টান, সেই দেখি এই বিষয় অলপ বিশদৰূপে বুজাবলৈ চেষ্টা কৰা যাওক।

বৃদ্ধি আৰু পুনৰুৎপত্তি এই দুটা গুণ সকলো জীৱৰেই আছে। সময়ৰ গতিত মানুহ, গৰু, ঘোঁৰা, চৰাই, তৃণ সকলো বাঢ়ে আৰু সিহঁতৰ সন্ততি উৎপাদন কৰি জীৱসংখ্যা বঢ়ায়। এই দুটা গুণ নথকা হলে জগতত প্ৰাণী নাথাকিলহেঁতেন।

দ্বিতীয় নিয়মটি বৰ আৱশ্যকীয়। পৃথিবীৰ সকলো প্ৰকাৰ জীৱই নিজ নিজ গুণ নিজ সন্তান সন্ততিবিলাকক দি যায়। সকলোৱেই দেখিছে যে বহুত মানুহৰ কিছুমান ৰোগ সিহঁতৰ পূৰ্ব্বপুৰুষ বিলাকৰ পৰা অধিকাৰ কৰা। ডাক্তৰী শাস্ত্ৰত এনেকুৱা বহুত ঘটনাৰ কথা উল্লেখ কৰা আছে। উদাহৰণ স্বৰূপে এটা ঘটনাৰ উল্লেখ কৰি এই কথাৰ সত্যতা দেখুউৱা যাওক। এসময়ত অষ্ট্ৰেলীয়া দেশৰ এজন চহা মানুহে তাৰ ভেড়া পোৱালি এটাৰ ঠেং কেইটা আন আন তাৰ সমনীয়া পোৱালিৰ ঠেঙ্গতকৈ চুটি যেন দেখিলে। ঠেং চুটি হোৱাৰ পৰা চহা মানুহটোৱে বুজিলে যে সেই ভেড়া পোৱালিটি ডাঙ্গৰ হলে আন ভেড়াৰ নিচিনাকৈ সি দেও দি চকোৱা পাৰ হৈ পলাব নোৱাৰিব। এইটো বৰ সুবিধা যেন দেখি সেই ভেড়াৰ যিবিলাক পোৱালিৰ সেই দৰে ঠেং চুটি হল সেই বিলাকক বেলেগে থৈ সিহঁতৰ সন্ততি জন্মোৱালে। তেতিয়া সেই সন্ততিবিলাকৰ ঠেং চুটি হোৱা আৰু স্পষ্টকৈ দেখা গল। এইদৰে কেবাবাৰো চুটি ঠেঙ্গীয়া ভেড়াৰ যোৰ মিলাই দিয়াৰ পৰা এবিধ নতুন জাতৰ ভেড়া সৃষ্টি হল। আগৰ পুৰুষৰ গুণবিলাক তাৰ পাছৰ পুৰুষে অধিকাৰ কৰাত কিছুমান নিয়মে কাম কৰে যেনে, মটা জীৱটিৰ বিশেষত্ব সাধাৰণত

মটা সন্ততিয়ে অধিকাৰ কৰে, মাইকীৰ বিশেষত্ব মাইকী সন্ততিয়ে অধিকাৰ কৰে। আকৌ দেখা যায় যে এটা জীৱৰ জীৱনৰ যি সময়ত এটা বিশেষত্ব অৰ্জ্জা হৈছিল তাৰ সন্ততিবিলাকেও পাচত জীৱনৰ ঠিক তেনে সময়তে সেই বিশেষত্ব অধিকাৰ কৰে। সেই নিয়মে কোনো এক শ্ৰেণীৰ জীৱবিলাকৰ বুৰঞ্জীৰ আদিতে অৰ্জ্জা গুণবিলাকৰ চিন এই শ্ৰেণীৰ জীৱৰ প্ৰতেক পুৰুষৰ সন্ততিবোৰৰ জীৱনৰ প্ৰথম ভাগতে দেখিবলৈ পোৱা যায়, শেষ ভাগত অৰ্জ্জা গুণ বা বিশেষত্ববিলাক জীৱনৰ পাচ ভাগত হে ফুটি ওলায়।

এতিয়া বহিৰ্জ্জগতৰ বেলেগ বেলেগ অৱস্থাৰ বাবে আৰু অভ্যাস, ব্যৱহাৰ আৰু অব্যৱহাৰৰ দ্বাৰাই জীৱবিলাকৰ কি নিয়মে লক্ষণ ভেদ হব লাগিছে তাক বিচাৰ কৰি চোৱা যাওক। বহিৰ্জ্জগতৰ অৱস্থা বুলিলে বহুত কথা বুজাই; ইয়াত আমি জল, বায়ু, ঠাইৰ প্ৰাকৃতিক অৱস্থা প্ৰভৃতিৰ কথা উল্লেখ কৰিম। কোনো ঠাই বৰ গৰম বা শীত প্ৰধান হলে, সেই ঠাইৰ জীৱবিলাকো জল বায়ুৰ সেই অৱস্থাৰ উপযোগী হব লাগিব, তেহে সিহঁত তিষ্ঠিব পাৰিব। জল বায়ুৰ অৱস্থাৰ ওপৰত উদ্ভিজ বস্তুৰ অৱস্থাই যিমনে নিৰ্ভৰ কৰে জন্তুৰ অৱস্থাই যিমান নকৰে। প্ৰাণীতত্ত্ববিৎ পণ্ডিত সকলে দেখিছে যে ঠাইৰ গুণৰ তাৰতম্যৰ পৰা জীৱবিলাকৰ মাজত প্ৰভেদ দেখা যায়। মহাদেশবিলাকত যিবিলাক চৰাই আছে সেই বিলাকৰ বৰণ দ্বীপবোৰত থকা চৰাইৰ বৰণতকৈ বহুত উজ্জ্বল। সাগৰৰ দাঁতিত থকা গছগছনিৰ পাতবিলাক সাধাৰনত বেছি ডাঠ দেখা যায়। এনেকুৱা প্ৰভেদৰ বহুত উদাহৰণ আছে। তাৰ এটি উদাহৰণ দেখুৱালেই হব। ঘৰচীয়া হাঁহৰ ঠেঙ্গৰ গধুৰতাতকৈ বনৰীয়া হাঁহৰ ঠেঙ্গৰ গধুৰতা বহুত কম। তাৰ কাৰণ এই যে ঘৰচীয়া হাঁহবিলাকে ঠেঙ্গেৰেই সদাই কাম কৰে, লৰি-চৰি ফুৰিব লাগিলে খোজ কাঢ়ে, কিন্তু বনৰীয়া হাঁহবিলাকে প্ৰায় সদাই উড়ি ঘুৰে, সেই দেখি সিহঁতৰ ঠেঙ্গৰ কাম সিমান নহয়। এই কাৰণৰ নিমিত্তেই ঘৰচীয়া হাঁহৰ ঠেং বনৰীয়া হাঁহৰ ঠেঙ্গতকৈ গধুৰ। ব্যৱহাৰ আৰু অব্যৱহাৰৰ কাৰ্য্যৰ উদাহৰণ প্ৰায় এনেকুৱাই। কোনো বিশেষ অৱস্থাত পৰাৰ বাবে কেতিয়াবা কোনো প্ৰকাৰ জীৱৰ এটা বিশেষ অঙ্গৰ কাম নোহোৱা হৈ পৰে। তেনেকুৱা হলে সেই অঙ্গৰ ক্ৰমে হীন অৱস্থা হয় আৰু এই ৰকমে বহুত পুৰুষৰ পাচত হয়তো জীৱটিৰ সেই অনাৱশ্যকীয় অঙ্গটিয়ে লোপ পায়। অষ্ট্ৰীচ বা উটচৰাইয়ে কেতিয়াও তাৰ ডৌকাৰ ব্যৱহাৰ নকৰে। কোনো বিপদ উপস্থিত হলে সি তাৰ বলী ঠেংটোৰে গোৰ মাৰি শত্ৰুক বিমুখ কৰে। অনুমান কৰি জানিব পৰা যায় যে এই উটচৰাইৰ পূৰ্ব্বপুৰুষ বিলাকে সম্ভবতঃ ডৌকাৰ কোনো আৱশ্যক

নেদেখি তাক ব্যৱহাৰ নকৰিছিল, বা কেতিয়াবা কদাচিত হে কৰিছিল। এনেকুৱা হোৱাৰ পৰা উটচৰাইৰ ডৌকাবোৰ দুৰ্ব্বল হবলৈ ধৰিলে আৰু ঠেঙ্গৰ কাৰ্য্য বাঢ়ি অহাত সেই অঙ্গৰে কালত ক্ৰমিক উন্নতি হবলৈ ধৰিলে। অৱশেষত উটচৰাইৰ ডৌকাদুখন কাম কৰিবলৈ একেবাৰে অক্ষম হৈ পৰিল আৰু ঠেঙ্গৰ শক্তি ইমান বাঢ়িল যে তাৰ একে গোৰত ডাঙ্গৰ ডাঙ্গৰ জন্তুৰো প্ৰাণ বধ হব লাগিছে। কেকোৰা প্ৰভৃতি সদাই মাটিৰ তলৰ আন্ধাৰ গাঁতত সোমাই থকা বহুত জীবৰ চকুৰ আৱশ্যক আৰু কাৰ্য্য প্ৰায় নথকাৰ বাবে সিহঁতৰ সেই অঙ্গহীন বা বিকৃতি হোৱা দেখা গৈছে।

প্ৰাণীবিলাকৰ অপৰিসীম বৃদ্ধিয়েই সিহঁতৰ মাজত জীৱন ৰক্ষাৰ বাবে ঘটা যুদ্ধবলৰ কাৰণ। প্ৰত্যেক জীৱই যিবিলাক সন্ততি উৎপাদন কৰে সেই এটাই বিলাক যদি তিষ্ঠিব পাৰি বাঢ়ে, তেনেহলে অতি অলপ কালতে পৃথিবী প্ৰাণীৰে ভৰি পৰিব। কিন্তু তেনে কেতিয়াও নহয়। প্ৰাণীৰ সংখ্যা সৰহ হলে সিহঁতৰ মাজত নানা কাৰণৰ বাবে প্ৰতিদ্বন্দিতা হৈ উঠে, যি যোগ্য সি ৰক্ষা পায়, যি অযোগ্য সি নষ্ট পায়। জীৱন ৰক্ষাৰ নিমিত্তে যুজ—এইটো অলপ বুজিবলগীয়া কথা। খাদ্য নোহোৱাৰ সময়ত দুটা কুকুৰৰ মাজত জীৱন ৰক্ষাৰ কাৰণে যুজ হোৱা বুলিব পাৰি। মিচল্‌টো নামৰে এবিধ গছত-গজা উদ্ভিদ আছে। সেইবিলাক সাধাৰণত এপল্ গছত হয়। যদি একেডাল গছতে তেনেকুৱা বহুত মিচল্‌টো গজে তেনেহলে এডালো বাঢ়িব নোৱাৰে, হেচাহেচি হোৱাত এটাইবিলাক মৰি যাব। আকৌ মিচল্‌টোবিলাক এডাল গছৰ পৰা আন গছ এডালত হবলৈ চৰাই-বিলাকৰ সহায়তা লাগে, কাৰণ চৰাইবিলাকে সিহঁতৰ গুটিবিলাক নি আন গছৰ খোৰোঙ্গত নেপেলালে আৰু আন উপায়ে সেই গছত মিচল্‌টো হব নোৱাৰে। চৰাইবিলাক সদাই মিচল্‌টো থকা গছলৈ নাহে; সেই দেখি ভাবি চালে মিচল্‌টো বোৰে, আন আন যিবিলাক গছে ফল উৎপাদন কৰি চৰাইবিলাকক আকৰ্ষণ কৰে, তেনেবোৰ গছেৰে জীৱন ৰক্ষাৰ কাৰণে প্ৰতিদ্বন্দিতা কৰে। এইদৰে প্ৰতিদ্বন্দিতা কৰি জীৱ-সংখ্যা নকমা হলে পৃথিবীত এক ভয়ানক ঘটনা হৈ উঠিলহেঁতেন। হাতীয়ে সকলোতকৈ কম সন্ততি উৎপাদন কৰে। ডাৰউইনে স্থিৰ কৰিছে যে সাধাৰণত হাতীয়ে ৩০ বছৰ বয়সৰ পৰা পোৱালী জগাবলৈ আৰম্ভ কৰি ৯০ বছৰ বয়সলৈকে তিনিযোৰ মাথোন পোৱালী প্ৰসৱ কৰে। এই নিয়মে চলি গলে ৫০০ বছৰৰ মূৰত পৃথিবীত একেযোৰ হাতীৰ পৰা ১৪ নিযুত হাতী উৎপন্ন হয়। কিন্তু হাতীৰ সংখ্যা ইমান সৰহ হলে কেতিয়াও এটাইবিলাক তিষ্ঠিব নোৱাৰে; সিহঁতৰ

মাজত তেতিয়া প্ৰতিদ্বন্দিতা হৈ সংখ্যা কমি যায়। আমি এতিয়া দেখিলোঁ যে কোনো জীৱৰ সংখ্যা পৃথিবীত সৰহ হলে সিহঁতৰ মাজত জীৱন ৰক্ষাৰ কাৰণে যুদ্ধ হয়, তাত কিছুমানে ৰক্ষা পায় আনবিলাক মৰে। ইয়াৰ ৰহস্য কি বুজা যাওক। পৃথিবীত যেতিয়া জীৱবিলাক চাৰিও ফালে চিটিকি পৰিল তেতিয়া সিহঁতৰ থকা ঠাইৰ মাজত প্ৰভেদ হবলৈ ধৰিলে। কিছুমান গৰম দেশলৈ, কিছুমান শীতপ্ৰধান দেশলৈ, কিছুমান পৰ্ব্বতীয়া ঠাইলৈ, আনবিলাক ভৈয়ামৰ ফালে. এইদৰে দিহাদিহি গল। যিবিলাক পৰ্ব্বতপূৰ্ণ ঠাইবোৰলৈ গল সিহঁতৰ ভিতৰত যিবিলাক অযোগ্য আছিল সিবিলাক মৰিল। সেইদৰে শীতপ্ৰধান ঠাইলৈ যোৱাবিলাকৰ মাজত যিবোৰ নোমাল আছিল বা যিবিলাকৰ জাৰ গুচাবৰ কোনো উপায় আছিল সিহঁত ৰল বাকীবিলাক লোপ পালে। এইদৰে যিবিলাক, ঠাইৰ প্ৰাকৃতিক অৱস্থাৰ উপযোগী হোৱাৰ বাবে তিষ্ঠিল, সেইবিলাকে সেই ঠাইবোৰতে থাকি বেলেগ বেলেগ বিশেষত্ব আৰ্জ্জিলে। সেইবোৰ বিশেষত্ব পুৰুষানুক্ৰমে প্ৰাণীবিলাকৰ মাজত চলি আহি সিহঁত এক বেলেগ জাতৰ প্ৰাণী হৈ উঠিল। এইদৰে কোনো কোনো শ্ৰেণীৰ একেবাৰে লোপ হৈছে, কিছুমানে কোনো বিশেষ ঠাইত পৰি সেই ঠাইৰ উপযোগী হোৱাত তাতে কোনো বিশেষ গুণ অধিকাৰ কৰি এক শ্ৰেণী নতুন জীৱৰ সৃষ্টি কৰিলে।

প্ৰাকৃতিক নিৰ্ব্বাচন বোলাত কি বুজা যায়, তাৰ অলপ ভু বোধ কৰোঁ এতিয়া পোৱা গৈছে। আগেয়েই কৈছোঁ যে নানা কাৰণৰ বাবে জীৱবিলাকৰ মাজত বহুত প্ৰভেদ জন্মিছে, প্ৰত্যেক শ্ৰেণী জীৱৰ বেলেগ বেলেগ ফালে পৰিবৰ্ত্তন হোৱাৰ বাবেই এনে প্ৰভেদ হৈছে। এই পৰিবৰ্ত্তন বিলাক কিছুমান জীৱৰ নিমিত্তে উপকাৰী আৰু কিছুমানৰ অনিষ্টকৰ। এই অনিষ্টকৰ পৰিবৰ্ত্তনবিলাক এৰি উপকাৰী পৰিবৰ্ত্তনবিলাক এক আচৰিত প্ৰাকৃতিক নিয়মৰ দ্বাৰাই ৰখা হয়। ইয়াকে আমি প্ৰাকৃতিক নিৰ্ব্বাচন বুলিছোঁ। যিবিলাক জীৱৰ উপকাৰী পৰিবৰ্ত্তন নহৈ কেৱল অনিষ্টকৰ পৰিবৰ্ত্তন হয়, সিহঁত তিষ্ঠিব নোৱাৰে, কালত সিহঁতৰ বিনাশ হয়। এইদৰে একো শ্ৰেণীৰ জীৱ অসুবিধাযুক্ত অৱস্থাত থকাৰ নিমিত্তে লোপ পাই জীৱমণ্ডলীৰ একোটা শ্ৰেণী হীন কৰিছে। লোপ পাই যোৱা প্ৰাণীবিলাক আৰু দুনাই পৃথিবীত নোলায়, কাৰণ প্ৰাণী-সূত্ৰৰ পৰা সিহঁত ছিগি পৰিল। এতিয়াও ভূগৰ্ভৰ পৰা সময়ে সময়ে সেই লোপ পোৱা প্ৰাণীবোৰৰ কিছুমানৰ চিন দেখিবলৈ পোৱা যায়। ৰুচ দেশত আগেয়ে মামথ নামেৰে হাতীতকৈও ডাঙ্গৰ নোম থকা এবিধ জন্তু আছিল, সেই জন্তু আজি কালি আৰু পৃথিবীত নাই,

কিন্তু তাৰ হাড়-মূৰ এতিয়াও ৰুচদেশেৰ ফালে মাটিৰ তলত ওলায়। প্ৰাকৃতিক নিৰ্ব্বাচনৰ দ্বাৰাই এই নিয়মে জীৱবিলাকৰ মাজত তাৰতম্য ঘটাৰ দ্বাৰাই সিহঁতৰ এক ডাঙ্গৰ উপকাৰ সধা হব লাগিছে। যিমান প্ৰভেদ বাঢ়িছে সিমান জীৱবিলাক নতুন নতুন জাতিত বিভক্ত হৈছে, সিমান সেই বাবে জীৱন ৰক্ষাৰ কাৰণে কৰা যুজৰ তেজ কমিছে, কাৰণ একে ৰকমৰ জীৱৰ পৰা প্ৰভেদ ঘটি নানাবিধ জীৱৰ সৃষ্টি হোৱাৰ পৰা সিহঁতৰ সংখ্যা কমি সিহঁতৰ মাজত প্ৰতিদ্বন্দিতা লঘু হৈছে। প্ৰকৃতিৰ ইও এক আচৰিত কৌশল!

আমি আগেয়ে জীৱশ্ৰেণীক এডাল জখলাৰে তুলনা কৰিছোঁ। এতিয়া আকৌ কওঁ যে জীৱসমুহক ঘাইকৈ এডাল ডাঙ্গৰ গছেৰে ভালকৈ তুলনা কৰিব পাৰি। গছডাল মাটিৰ পৰা ওপৰলৈ উঠোঁতে একেডাল ডাঙ্গৰ গুৰি হৈ থাকে, তাৰ ওপৰৰ পৰা বেলেগ বেলেগ ডালত বিভক্ত হয়। গছডালৰ সকুতে থাকোতে বহুত পোখা ওলাই, কিন্তু সেই এটাই বিলাক নেবাঢ়ে। কিছুমান ৰস নোহোৱা হৈ সৰি পৰে, কিছুমানহে বাঢ়ি ডাঙৰ দীঘল হয়। সিহঁতৰ পৰা সেইদৰে আৰু বহুত সৰু ডাল হয়, তাৰে কিছুমান মৰে। মৰা ডালবিলাক ভাগি পৰি মাটিত পোত খাই থাকে। আমি জীৱবিলাকৰ যি ক্ৰমিক অভিব্যক্তি অলপ দেখুৱালোঁ সিও ঠিক এনেকুৱাই।

বহুতে এই অভিব্যক্তিবাদৰ প্ৰতিবাদ কৰি কয়, যে যদি দৰাচলতে সকলো প্ৰকাৰৰ প্ৰাণী মূলতে একেটা উৎপত্তিৰ পৰা জন্মিছে, তেনে হলে আমি জীৱ-শ্ৰেণীকে এনে অঙ্গহীন দেখোঁ কিয়? যদি পৰিবৰ্ত্তনৰ সোঁতত জীৱবিলাকৰ বহুত জাতি লোপ পোৱাৰ বাবে তেনে অঙ্গহীন হৈছে, ভূগৰ্ভত সেই এটাইবোৰ হেৰোৱা অঙ্গৰ চিন দেখা নেযায় কিয়? কিন্তু অলপ ভাবি চালেই বুজিব পাৰি যে আচলত ভূগৰ্ভতত্বৰ এতিয়াও উন্নতি হোৱা নাই। ভূগৰ্ভৰ আৰু কত কি আছে এতিয়াও আমি জানিব পৰা নাই। আৰু এটা কথা, অঙ্গবিলাক একে সময়তে হীন হোৱা নাই, সেই বাবে একে ঠাইতে সিহঁতৰ চিন পোৱা টান। মাটিৰ তলৰ পৰা এটাইবিলাক লুপ্ত হোৱা জীৱৰ চিন বিচাৰি উলিয়াবলৈ আৰু কত যুগ লাগিব তাক কোনে কব পাৰে? আকৌ এটা ঘাই আপত্তি এই যে, যদি একেটা মূল জীৱৰ পৰা সকলো জীৱৰ সৃষ্টি হৈছে তেনেহলে বিস্তীৰ্ণ সাগৰ আৰু অভেদ্য পৰ্ব্বতমালাৰ দ্বাৰাই পৃথক্ হোৱা পৃথিবীৰ বেলেগ বেলেগ অংশত প্ৰায় একে ৰকমৰ জীৱ কৰপৰা হল। এইটো ভাবিব লগীয়া কথা। কিন্তু বৈজ্ঞানিক পণ্ডিত সকলে কয়, যে আজি কালি পৃথিবীৰ ওপৰ ভাগত যেনেকৈ মাটি আৰু

পানীৰ ভাগ কৰা আছে আগেয়ে তেনে নাছিল। আগেয়ে সম্ভবতঃ ডাঙ্গৰ ডাঙ্গৰ মহাদেশবিলাক লগলগা আছিল। আটলাণ্টিক মহাসাগৰত বহুত দ্বীপমালাৰ পৰা এইটো অনুমান হয় যে এসময়ত ইওৰোপ আৰু আমেৰিকাৰ মাজত সাগৰৰ ব্যৱধান নাছিল। সকলো বৈজ্ঞানিকেই স্বীকাৰ কৰে যে, যি সমুদ্ৰ আগেয়ে বহুত দ আছিল কালত সিও এতিয়া বাম হৈ আহিছে। সেই নিয়মে বাম পানীও ক্ৰমে দ হৈছে। যদি এনে এক সময়ত ডাঙ্গৰ মহাদেশবিলাক আৰু দ্বীপবোৰ একেলগে থুপখাই আছিল, তেনেহলে তেতিয়াই যে জীৱবিলাক পৃথিবীৰ চাৰিও ফালে বিস্তাৰিত হৈ গৈছে তাতো একো সন্দেহ নাই। ইয়াত বাজেও প্ৰকৃতিৰ আৰু বহুত আচৰিত কৌশলৰ দ্বাৰাই জীৱবিলাকক চাৰিও ফালে চতিয়াই দিয়া হৈছে। গছৰ গুটি বতাহত উড়ি বহুত দূৰ ঠাইলৈ গৈ তাত আকৌ গছ গজোৱা বহুতে জানে। কোনো কোনো গছৰ ওচৰত বৰ হাবি থকাৰ নিমিত্তে তলত গুটি সৰি পৰিলেও হাবিৰ নিমিত্তে তাত গজিব নোৱাৰে। ভগৱানৰ কৌশলত তেনে বহুত গছৰ গুটিবোৰ নোমেৰে ঢকা। নোম থকা গুটিবিলাক বতাহত উড়ি বহুত দূৰৈত পৰেগৈ আৰু তাতে মুকলি ঠাই পালে গছ গজায়। জলপ্লাৱন, বতাহ আৰু কেতিয়াবা চৰাইৰ সাহায্যত বহুত পানীত থকা জীৱ আৰু উদ্ভিজ প্ৰাণী এঠাইৰ পৰা আন ঠাইলৈ যাব পাৰে।

আমি ওপৰত প্ৰাণীবিলাকৰ সাধাৰণত ঘটা শাৰীৰিক অভিব্যক্তিৰ কথা কলোঁ। তাত বাজেও প্ৰাণীৰ মানসিক জগতত যে কি এক আচৰিত অভিব্যক্তি ঘটিছে তাক আলচ কৰিলে আৰু তধা মানিব লাগে। সাগৰৰ বস্তু প্ৰটোপ্লেজোমৰ পৰা ক্ৰমিক অভিব্যক্তি হৈ শেষ ফল মানুহ হল; কিন্তু কি বস্তুৰ পৰা অভিব্যক্তি হৈ মানুহত সোমাই থকা ওখ ভাব আৰু প্ৰবৃত্তিবিলাক—ধৰ্ম্মজ্ঞান, ন্যায় অন্যায় বোধ প্ৰভৃতি উৎপন্ন হল তাক নিৰ্ণয় কৰা টান। মানুহৰ এই বিলাক ভাব-প্ৰবৃত্তি যি মূল উপ-কৰণৰ অভিব্যক্তিৰ পৰা হৈছে সি কি, তাৰ আলোচনা আমি প্ৰটোপ্লেজোমৰ ভিতৰত প্ৰাণ কৰ পৰা হল, এই কথাৰ আলোচনাৰ নিচিনাকৈ ইয়াতে এৰিলোঁ।

---

## মানৱ জাতিৰ সভ্যতা।

মানুহ আৰু পশুবিলাকৰ ভিতৰত এটা বৰ ডাঙ্গৰ প্ৰভেদ এই যে, মানুহ উন্নতিশীল জীৱ, কিন্তু পশুবোৰ তেনে নহয়। এই প্ৰভেদৰ বাবেই মানুহ যিমান অসভ্য হওক, পশুবিলাকতকৈ বহুত গুণে শ্ৰেষ্ঠ। চৰায়ে তাৰ বাহ সাজে, বিবৰে

তাৰ গড়াল সাজে, মৌ-বৰলে সিহঁতৰ চাক বান্ধে; চৰাইৰ বাহ, বিবৰৰ গড়াল, মৌ-বৰলৰ চাক,আদিৰে পৰা একে নিয়মে সজা হৈ আহিছে। এহেজাৰ বছৰৰ আগেয়ে কাউৰীয়ে যেনেকৈ বাহ সাজিছিল, এতিয়াও সেই দৰে সাজিছে; কিন্তু এশ বছৰৰ আগেয়ে মানুহে যেনেকৈ ঘৰ সাজিছিল, এতিয়া তেনেকৈ নেসাজে। চৰাইৰ বাহ, বিবৰৰ গড়াল, আৰু মৌ-বৰলৰ চাক কালৰ গতিত একো উন্নতি নহৈ আদিম অৱস্থাতে আছে; কিন্তু যি মানুহে প্ৰথমে আদিম অৱস্থাত বাঁহপাতৰ পঁজাঘৰ সাজিছিল, সিহঁতৰ সন্ততিবোৰে আজি কালি প্ৰকাণ্ড প্ৰকাণ্ড অট্টালিকা সাজিছে। ইয়াৰ দ্বাৰাই বুজা যায়, মানৱ জাতি উন্নতিশীল, কিন্তু পশুবিলাকৰ উন্নতি নাই। স্বভাবৰ পৰা যিবিলাক শক্তি পাইছে, তাৰ লগে লগে নিজ বুদ্ধিৰ বলত আন আন উপায় উলিয়াই মানুহ আন জীৱবোৰতকৈ শ্ৰেষ্ঠ হৈছে। কোনো জন্তুৱে মানুহৰ নিচিনাকৈ কাপোৰ বৈ পিন্ধিব পৰা নাই, খাদ্য ৰান্ধি খাব জনা নাই, আন আন জন্তু পুহিব জনা নাই। কিন্তু মানুহে এনেকুৱা বহুত জীৱনোপায় উলিয়াই জগতত সভ্য হৈছে। যিবিলাকে সৰহকৈ এনেকুৱা স্বাধীন উপায় উলিয়াব পৰিছে, সিহঁতেই সিমান সভ্য হৈছে। যেয়ে পৰা নাই, সেয়ে সিমান অসভ্য আৰু বৰ্ব্বৰ হৈ আছে। মানুহৰ মাজত সভ্যতাৰ তাৰতম্যৰ মূল এয়ে। এই প্ৰভেদৰ কাৰণেই কোনোৱে গছৰ ছাল পিন্ধিছে, কোনোৱে মলমল পিন্ধিছে; কোনোৱে বাঁহৰ চুঙ্গাত পানী খাইছে, কোনোৱে সোণ-ৰূপৰ পাত্ৰত আহাৰ কৰিছে! কোনোৱে টিঙ্গিৰি ব্যৱহাৰ কৰিছে, কোনোৱে 'দেছলাই' ব্যৱহাৰ কৰিছে। কোনোৱে কলগছৰ ভুৰ বান্ধি নৈ পাৰ হৈছে, কোনোৱে ভাপ-নাৱেৰে সাগৰৰ ওপৰেদি অহা-যোৱা কৰিছে।

স্বাধীন উপায় বিলাক উলিয়াব পৰা শক্তি, মানুহৰ প্ৰকৃতিগত বা স্বভাৱৰ পৰা পোৱা নহয়। কাৰণ, যি জাতি আজি একেবাৰে অসভ্য, পাঁচশ বছৰৰ পাছত হয়তো দেখিবা সেই জাতি সভ্যতাৰ বহুত ওপৰলৈ উঠিছে। বহিৰ্জগতৰ কাৰ্য্যৰ ফলত এনেকুৱা প্ৰভেদ হোৱা নাই। কাৰণ যি ঠাইত আগেয়ে অসভ্যই বাস কৰিছিল, সেই ঠাই পাচত এক সভ্য জাতিৰ থকাঠাই হৈছে; আকৌ যি দেশ আগেয়ে সভ্যতাৰ আদি ঠাই আছিল, সেই দেশ পাচত অসভ্য মানুহৰ বাসস্থান হৈছে। তেনেহলে মানুহৰ সভ্যতাৰ উন্নতিৰ ঘাই নিয়ম কি? কি কাৰণে বেলেগ বেলেগ জাতিবোৰ সভ্যতাৰ বেলেগ বেলেগ খাপত উঠিব পাৰিছে?

পাশ্চাত্য পণ্ডিত সকলৰ বহুতে কয়, প্ৰাণীজগতৰ ক্ৰমিক অভিব্যক্তিৰ যি নিয়ম, সেই নিয়মেই মানৱজাতিৰ সভ্যতাতো খাটিছে। যোগ্যৰ উন্নতি, অযোগ্যৰ

অধঃপাত, পূৰ্ব্বপুৰুষৰ গুণ বা বিশেষত্বৰ অধিকাৰ প্ৰভৃতিৰ ডাঙ্গৰ ডাঙ্গৰ নিয়ম বোৰৰ দ্বাৰাই পৃথিবীৰ জাতিবিলাক অসভ্য অৱস্থাৰ পৰা সভ্য অৱস্থালৈ উঠিছে। অভিব্যক্তিবাদী বিলাকে কয়, জীৱন ৰক্ষাৰ নিমিত্তে হোৱা যুঁজলৈ সাজু হবৰ কাৰণে মানুহে নানা উপায়-কৌশল উদ্ভাৱন কৰে, সেই বিলাক অৰ্জ্জা উপায় আৰু কৌশল এক পুৰুষৰ পৰা আন পুৰুষে অধিকাৰ কৰে, আৰু চৰিত্ৰত সেইবোৰ শক্তি পোত খায় ৰয়। এই দৰে যি জাতিয়েই সুবিধা জনক নানা উপায় বা কৌশল উলিয়াই পাছলৈও সাঁচি থৈ গৈছে, সেই জাতিৰেই উন্নতি হৈছে; সেই জাতিয়েই সভ্য বুলি জগতত গণ্য হৈছে। যিবিলাকে এই জীৱন ৰক্ষাৰ যুঁজত যোগ্যতা দেখুৱাব পৰা নাই, সেই বিলাকেই প্ৰাকৃতিক নিয়মানুসাৰে পিছলৈ হুঁহকিছে, সেইবিলাক জাতিয়েই অসভ্য বুলি পৃথিবীত গণ্য হৈছে। এই মতানুসাৰে মানুহে যুদ্ধ-বিগ্ৰহ, অত্যাচাৰ, কুসংস্কাৰ, দুৰ্ভিক্ষ প্ৰভৃতিৰ মাজেদি গৈ উন্নতিৰ জখলাত ভৰি দিব পাৰিছে। যিবিলাক মানুহে এই বিলাক অসুবিধা অতিক্ৰম কৰিব পৰা নাই, সিহঁতৰ উন্নতিত বহুত প্ৰতিবন্ধক হৈছে। এই নিয়মে যদি সচাঁসচিকৈয়ে মানৱজাতিৰ ক্ৰমোন্নতি ঘটিছে, তেনেহলে মানৱজাতিৰ অৱনতি হবৰ প্ৰায় আশঙ্কা নাই। কাৰণ প্ৰাকৃতিক নিৰ্ব্বাচন প্ৰভৃতি অভিব্যক্তিৰ নিয়ম বোৰৰ দ্বাৰাই সমাজৰ অৱনতিজনক অঙ্গবিলাক লোপ পাই সমাজ কেৱল উন্নতিৰ বাটেৰেহে যাব। কিন্তু, এইটি সাধাৰণ নিয়ম নে? এই প্ৰশ্নৰ উত্তৰত কওঁ, নহয়। জগতৰ বুৰঞ্জী মেলি চোৱাঁ, আধুনিক সময়ৰ জাতিবোৰৰ সভ্যতাৰ অৱস্থালৈ এবাৰ মন কৰি চোৱাঁ, দেখিবা অভিব্যক্তিৰ নিয়মানুসাৰে উন্নতি নহৈ বহুত জাতিৰ সভ্যতাৰ অৱস্থাই লৰচৰ কৰিব নোৱাৰা হৈ আছে। এই বিলাক জাতিৰ সভ্যতাৰ প্ৰাণ নাই; সেই নিমিত্তে সি বাঢ়িব নোৱাৰে। অভিব্যক্তিবাদীবিলাকৰ মতে সভ্য জাতিয়ে বহুদিনৰ ক্ৰমোন্নতিৰ মূৰত সভ্য অৱস্থাত উপস্থিত হৈছে। অসভ্যজাতিৰ কেতিয়াও এনেকুৱা ক্ৰমোন্নতি হোৱা নাই, সেই দেখি অসভ্য অৱস্থা গুচা নাই। কিন্তু, সেই বুলি ইংৰাজ জাতিক আমি আগৰে পৰা উন্নতিৰ বাটেৰেহে অহা পুৰণি জাতি, আৰু হিন্দু, চীন, গ্ৰীক, ৰোমান প্ৰভৃতি জাতিক কোনো কালে উন্নতিৰ বাটত ভৰি নিদিয়া, আদিম অৱস্থাৰ জাতি বুলিম নে? বুৰঞ্জীয়ে কয়, যি সময়ত পুৰণি হিন্দুবিলাকে, গ্ৰীকবিলাকে, ৰোমানবিলাকে, মিচৰীবিলাকে ডাঙ্গৰ ডাঙ্গৰ বৈজ্ঞানিক আৰু কঠিন দাৰ্শনিক প্ৰশ্নবিলাকৰ সিদ্ধান্ত বিচৰাত নিযুক্ত আছিল, যি সময়ত সেই সেই জাতিবিলাকে কৃষি, বানিজ্য, শিল্প প্ৰভৃতিৰ উন্নতি কৰিছিল, যি সময়ত আৰ্য্যৱৰ্ত্তত পৰাক্ৰমী হিন্দু ৰজাবিলাকে অসংখ্য ডাঙ্গৰ ডাঙ্গৰ

নগৰ আৰু ৰাজ্য পাতিছিল, চীনবিলাকে প্ৰকাণ্ড গড়েৰে গোটেইখন চীন দেশ বেৰি পেলাইছিল, মিচৰত পিৰামীড সজা হৈছিল, বেবিলনৰ নাম গোটেই এচিয়াত বিখ্যাত হৈ উঠিছিল, এথেন্স, থিবচ, মৰ্ম্মৰশিলৰ মূৰ্ত্তি আৰু অট্টালিকাৰে পৰিপূৰ্ণ আছিল, টাইবৰৰ পাৰত পৰাক্ৰমী ৰোমানবিলাকৰ ৰাজধানী ইউৰোপৰ শ্ৰেষ্ঠ মানুহবিলাকৰ থকা ঠাই হৈ উঠিছিল, সেই সময়ত আধুনিক সভ্য জাতি ইংৰাজ, জৰ্ম্মান, ফৰাচী মাৰ্কিন প্ৰভৃতিৰ পূৰ্ব্বপুৰুষবিলাকে হাবিত বাঁহপাতৰ ঘৰ সাজি বাস কৰিছিল, গছৰ ছাল পিন্ধিছিল, আৰু শিল, গছৰ পূজা কৰিছিল! অভিব্যক্তিৰ মতে যদি উন্নতিৰ বাটত উঠা জাতিৰ প্ৰাকৃতিক নিয়মানুসাৰে ক্ৰমিক উন্নতিত বাজে অৱনতি নহয়, তেনেহলে হিন্দু, চীন, মিচৰীয়, গ্ৰীক আৰু ৰোমান সভ্যতাৰ আধুনিক অৱস্থা এনে কিয় ?

অভিব্যক্তিবাদীবিলাকে ইয়াৰ ভাল উত্তৰ দিব নোৱাৰে। আৰু আন এদল মানুহে কয় যে, মানুহ সমাজৰ সৃষ্টি হবৰ পাচত, সেই সমাজৰ কিছুমান নিয়ম গঢ়া হয়; কালক্ৰমত সেই নিয়ম বিলাক সমাজৰ গাত ইমান দকৈ পোত খায় যে, সিহঁতক সমাজৰ শৰীৰৰ পৰা বাজ কৰা বৰ টান হৈ উঠে। সমাজে সেই অনাৱশ্যকীয় অথচ এৰিব নোৱৰা নিয়মবিলাকৰ বাবে নতুন লাগতিয়াল সমাজৰ হিতকৰ নিয়ম নকৈ সুমুৱাই লব নোৱাৰে। সেই দেখি সমাজৰ সভ্যতাৰ উন্নতিৰ বাট বন্ধ হয়, সেই সভ্যতাৰ প্ৰাণ নোহোৱা হয়। ভাবি চালে ঘাইকৈ ভাৰতবৰ্ষতে এই নিয়মটি সুন্দৰকৈ খাটিছে যেন অনুমান হয়। হিন্দু সমাজৰ কিছুমান পুৰণি নিৰ্জীৱ, কুটিল নিয়ম ডিঙ্গিত বান্ধি লৈ আধুনিক সময়ৰ হিন্দুবিলাকে সমাজক নতুন আৰু আৱশ্যকীয় সাজ পিন্ধাব পৰা নাই। সেই পুৰণি নিয়মবোৰ যিমান পুৰণি হৈছে, সিমান সিহঁত মেৰপাক-খাই-ধৰা কুসংস্কাৰ হৈ সমাজৰ মানুহৰ মনক ঢাকি তাত ন পোহৰ ন বতাহ একোকে ঠুটিয়াব নোৱাৰা কৰিছে। কিন্তু যদিও হিন্দু সমাজৰ এনেকুৱা সঙ্কীৰ্ণ আৰু ৰক্ষণশীল অৱস্থা হৈছে, তথাপি তাত নতুন নতুন সংস্কাৰ নোসোমোৱাকৈ থকা নাই। হিন্দু ৰাজ্য শেষ হবৰ পৰাই নানা বিদেশী জাতিয়ে আহি ভাৰতবৰ্ষ আক্ৰমণ কৰিছে। কোনোৱে এই দেশৰ ধন-ৰত্ন সকলোকে যিমান পাৰে লুটি লৈ নিজ দেশলৈ উলটি গৈছে, কোনোৱে আকৌ নতুন ৰাজ্য পাতি ভাৰতবৰ্ষতে ৰাজত্ব কৰিছে। অতি প্ৰাচীন কালৰ পৰা ভাৰতত বিদেশীৰ প্ৰভুত্ব চলি আহিছে। ইমান দিন বিদেশীৰ প্ৰভুত্বৰ তলত যে হিন্দুসমাজৰ অলপো গঢ় গতি লৰা নাই এনে নহয়। ৰাজনৈতিক বিপ্লৱবোৰৰ লগে লগে একোটা ভয়ানক সামাজিক বিপ্লৱ হৈ উঠে; তাতে সমাজৰ বহুত লৰচৰ হয়। তাৰ ওপৰত

আকৌ ভাৰতবৰ্ষৰ ভিতৰতে নানা নতুন ধৰ্ম্মৰ সৃষ্টি হৈ দেশত বহুত ধৰ্ম্মবিপ্লৱ হৈছে। সেই ধৰ্ম্মবিপ্লৱবোৰৰ আনুসঙ্গিক সমাজৰ লৰচৰো বহুত হৈছে। হিন্দু সমাজৰ ইমান ৰক্ষণশীল প্ৰকৃতি নোহোৱা হলে ভাৰতবৰ্ষত যিমান ৰাজবিপ্লৱ আৰু ধৰ্ম্মবিপ্লৱ হৈছে, এই বোৰৰ দ্বাৰাই ইমান দিনে হিন্দু সমাজৰ গঢ় যে একেবাৰেই লৰিল-হেঁতেন, এনে অনুমান হয়।

তেনেহলে দেখা গল, সমাজৰ লৰচৰ কৰিব নোৱৰা অৱস্থা হৈ তাত নতুন উন্নতি সোমোৱাৰ বাট মাৰ যোৱাৰ বাবেই মানৱজাতিৰ সভ্যতাৰ অৱনতি হৈছে, এনে নহয়। বুৰঞ্জী চালে জানিব পৰা যায় যে, পৃথিবীৰ সমাজ বিলাকৰ বহুতৰ অকল উন্নতিৰ বাট বন্ধ হৈয়েই থকা নাই; বহুত সমাজে উন্নত অৱস্থাৰ পৰা নামি একেবাৰেই তললৈ গৈছে। দৰাচলত সমাজবোৰৰ গতিৰ ফালে অলপ মন কৰিলেই এনে বোধ হয় যে, কালৰ গতিত প্ৰত্যেক সমাজৰে উত্থান, উন্নতি আৰু অধঃপাত হব লাগিছে। পৃথিবী বহুত উন্নত সভ্যতাৰ সমাধি ঠাই। বহুতে সমাজৰ সভ্যতাক কাল্পনিক চৰাই ফেনিক্সেৰে তুলনা কৰে। এনে প্ৰবাদ আছে যে, এটা ফেনিক্স চৰাই বহুত দিন জীয়াই থাকি পাচত মৰিলে তাৰ শৰীৰৰ যি অৱশেষ থাকে, তাৰে পৰা আৰু এটি নতুন ফেনিক্সৰ সৃষ্টি হয়। সেই ফেনিক্সটোও সেই দৰে মৰি আৰু এটি নতুন ফেনিক্সৰ জনম লোৱায়। সেই দৰে এক সভ্যতা মৰি, তাৰ ঠাইত আৰু নসভ্যতা এটাৰ সৃষ্টি হয়। পৃথিবীত এই দৰে কত সমাজ সভ্যতাৰ জখলাত ভৰি দি ওপৰলৈ উঠিল, কালক্ৰমত আকৌ তললৈ নামিল; কতবাৰ বিজ্ঞান দৰ্শন, বানিজ্য শিল্পৰ উন্নতি হৈ আকৌ অধোগতি হৈছে। যি জাতিয়ে এক সময়ত পিৰামীড সাজিব পাৰিছিল, কলোচচ গঢ়িব পাৰিছিল, পৰ্ব্বত শিলকাটি ডোখৰ ডোখৰ কৰিছিল, সাগৰত সেতু বান্ধিছিল, সেই জাতি আজি অৰ্দ্ধসভ্য বুলি পৃথিবীত গণ্য হৈছে। এতিয়া সেই জাতিৰ মানুহবোৰে সিহঁতৰ পূৰ্ব্বপুৰুষবিলাকৰ কীৰ্ত্তিৰ চিনবোৰ দেখি তধা মানি তেওঁলোক দেৱশক্তি সম্পন্ন আছিল বুলি অনুমান কৰে।

মানৱজাতিৰ সভ্যতাৰ উন্নতি আৰু অৱনতিৰ নিয়ম তেনেহলে কি? আমি ওপৰত আলোচনা কৰাৰ পৰা দেখিছোঁ যে, সমাজৰ উন্নতি বা অৱনতি সমাজৰ ভিতৰৰ মানুহবিলাকৰ স্বাভাৱিক গুণ বা দোষৰ কাৰণে নহয়, আৰু দেখিছোঁ বহিৰ্জগতৰ কাৰ্য্য, যেনে, থকা ঠাইৰ গুণ বা দোষৰ বাবে; জাতি সভ্য বা অসভ্য নহয়। কালৰ গতিত মানুহৰ সমাজে বহুত অৱস্থা পায়। সেই সেই অৱস্থাৰ সমাজত এক প্ৰকাৰৰ ৰীতি, নীতি, বিশ্বাস, ভাষা, নিয়ম, অনুষ্ঠান প্ৰভৃতিৰ সৃষ্টি

হয়। সমাজৰ সেই বিলাক অঙ্গৰ কোনোটিৰ কোনো বিশেষ অৱস্থাৰ বাবে সমাজৰ উন্নতি বা অৱনতি হৈ থাকে। সেই বিশেষ অৱস্থাবিলাক কেনে, তাক ক্রমে বিচাৰ কৰা যাব।

আমি আগেয়েই উনুকিয়াইছোঁ যে, অভিব্যক্তিৰ নিয়মবিলাকৰ দ্বাৰাই সমাজৰ উন্নতি হোৱা দেখুৱাব পাৰিলেও সমাজৰ উন্নতিৰ গতিৰোধ বা অৱনতিৰ কাৰণ নির্দ্দেশ কৰিবলৈ অভিব্যক্তিবাদীবিলাক অপাৰগ। বাস্তৱিক অভিব্যক্তিৰ নিয়ম অনুসাৰেই মানুহে বেলেগ বেলেগ জীৱন এৰি সামাজিক জীৱন নির্ব্বাহ কৰে; সেই নিয়ম বোৰৰ মতেই সমাজৰ সহজ অৱস্থা গুচি বিষম অৱস্থা হয়। বিষম শব্দৰ দ্বাৰা ইয়াত কুটিল আৰু মেৰ-পাক-খোৱা বুজুৱা গৈছে। সমাজ স্থাপিত হোৱাৰ আগেয়ে প্রত্যেক মানুহ বেলেগ হৈ আছিল, পাচে কার্য্যৰ গতিত মানুহবোৰে দেখিলে যে, বেলেগ বেলেগ ভাৱে জীৱনযাত্রা নির্ব্বাহ নকৰি বহুত একে লগে মিলি থাকিলে নানা ফালে নানা সুবিধা হয়। অনুমান হয়, মানুহবোৰৰ মাজত যুদ্ধ বিগ্রহ আৰু প্রতিদ্বন্দ্বিতা থকাৰ পৰাই এই একেলগে থকা ভাব মানুহৰ মনত উপজিল। সেই সুবিধা বিলাক পাবৰ কাৰণে পাচত বহুত পৰিয়াল গোট খাই সিহতৰ মাজত এক সমাজ গঢ়িলে। অভিব্যক্তিৰ নিয়মানুসাৰে অনিশ্চিত অসংলগ্ন আৰু সহজ একাকাৰ অৱস্থাৰ পৰা সমাজ লাহে লাহে নিৰূপিত সামঞ্জস্য থকা আৰু সন্ধিযুক্ত বিষমাৱস্থালৈ যাবলৈ ধৰিলে। তেতিয়া সমাজত বেলেগ কর্ম্মবিভাগ হবলৈ ধৰিলে। কর্ম্মবিভাগ, বহুত মানুহৰ সম্মিলন, পৰস্পৰৰ সাহায্যৰ দ্বাৰাই সমাজ ক্রমে উন্নতিৰ বাটত আগ বাঢ়িবলৈ ধৰিলে। এই সম্মিলনৰ লগত আৰু দুটি গুণ থকাত সমাজে সোনকালে উন্নতি লাভ কৰিলে। সেই গুণ দুটিৰ এটি সাম্যভাব, আনটি স্বাধীনতা। সমাজৰ সকলো মানুহ সমান, সকলোৰে সমান অধিকাৰ, এয়ে সাম্যভাৱ। সমাজৰ কোনো মানুহ কাৰো দাস নহয়, কোনো মানুহে কিছুমান স্বাভাৱিক গুণ অধিকাৰ কৰি আন মানুহৰ ওপৰত ৰাজত্ব কৰিব নোৱাৰে; মূল কথা সমাজত কাৰো আগত কোনোৱে মূৰ দোঁৱাব নেলাগে, এয়ে স্বাধীনতা। এই তিনটা অঙ্গ সমাজত থাকিলে সমাজ সভ্য হৈ থাকে, সেই গুণ কেইটা আঁতৰিলে সমাজৰ উন্নতিৰ গতিৰোধ হৈ সি তললৈ নামি আহে। মাজত সম্মিলন আৰু পৰস্পৰ সহানুভূতি থাকিলে মানুহৰ অৱস্থা উন্নত হয়, এটাইবিলাক মানুহে লগ লাগি সমাজৰ উন্নতিৰ কাৰণে পৰিশ্রম কৰিলে সিহঁতে সভ্য নাম লয়। সম্মিলন আৰু ঐক্যনহৈ সমাজত বিবাদ আৰু যুদ্ধ-বিগ্রহ হলে সমাজৰ অৱনতি হয়। মানুহবিলাকে বিবাদত লিপ্ত থাকি সমাজৰ উন্নতিৰ কাৰণে পৰিশ্রম কৰিব

নোৱাৰে। পৰস্পৰ বিবাদ আঁতৰালেই আকৌ সমাজৰ উন্নতি হবলৈ ধৰে। বুৰঞ্জী চালে ইয়াৰ বহুত উদাহৰণ পোৱা যায়। প্ৰাচীন কালত এথেন্স আৰু স্পাৰ্টাৰ মাজত যি যুদ্ধ-বিগ্ৰহ হৈছিল, তাৰ নিমিত্তে বহুত দিন গ্ৰীচত সভ্যতাৰ উন্নতি নহৈ আগৰ সভ্যতাই লোপ পাবলৈ আৰম্ভ কৰিছিল। এনেতে মেচিডন ক্ষমতাই বৃদ্ধি পাই যেতিয়া গোটেই খন গ্ৰীচ অধিকাৰ কৰিলে, তেতিয়া এথেন্স স্পাৰ্টাৰ পৰস্পৰ বিবাদ নোহোৱা হল। মেচিডনৰ অধীনত গ্ৰীক জাতি আকৌ উন্নত হৈ উঠিল। ইংলণ্ডত নৰ্ম্মান অধিকাৰ হোৱাৰ আগেয়ে, সেই দেশৰ বেলেগ বেলেগ সম্প্ৰাদায়বোৰৰ মাজত অনৈক্য আছিল। ডেন্স বিলাকে চেক্সনবিলাকেবৈ বিবাদ কৰিছিল। প্ৰথম উইলিয়মে ৰাজত্ব কৰাৰ সময়ৰ পৰাই সেই বিবাদৰ অন্ত পৰিল। এঙ্গল, চেক্সন, জুটডেন প্ৰভৃতি বেলেগ বেলেগ জাতিবিলাক নৰ্ম্মান ৰাজত্বৰ তলত গোটখাই এটা জাতি হল। সেই জাতিৰ মাজত সন্মিলন হবলৈ ধৰিলে। ইংৰাজ জাতিৰ সভ্যতাৰ সুত্ৰপাত তেতিয়াৰ পৰাই হয়। আধুনিক সময়ত ভাৰতবৰ্ষতো এই দৰে ইংৰাজ ৰাজত্বৰ অধিনত সম্প্ৰাদায়বিলাকৰ মাজত বিবাদ গুচিবলৈ আৰম্ভ হৈছে। এনে এটা দিন আহিব, যেতিয়া ভাৰতবৰ্ষৰ সমাজত সন্মিলন হব, ভাৰতবৰ্ষত আকৌ সভ্যতাৰ উন্নতি হব। মানুহৰ মাজত সন্মিলন ওপজোৱাৰ এটা ঘাই উপায় বাণিজ্য। বাণিজ্যত সংলিপ্ত থকা মানুহবোৰে অকল সুবিধা আৰু স্বাৰ্থৰ বাবে পৰস্পৰৰ মাজত সদ্ভাৱ ৰাখে এনে নহয়, বাণিজ্যৰ কাৰণে নানা দেশত ফুৰি মানুহবিলাকৰ মন মুকলি হয়, কুসংস্কাৰৰ নিচিনা কুঁৱলী আঁতৰাত মন ফৰকাল হয়। কুসংস্কাৰ, সকলো ৰকম বিবাদ আৰু অনৈক্যৰ মূল। সি আঁতৰিলে কন্দলৰ কাৰণ নোহোৱা হয়। তেতিয়া মানুহৰ মাজত সন্মিলন হবলৈ ধৰে। ধৰ্ম্মৰ জৰীৰে বান্ধ খায়ো বহুত মানুহে পৰস্পৰৰ মাজত সদ্ভাৱ ৰাখে। কিন্তু কালত সেই ধৰ্ম্মানুৰাগ ঠেক হৈ গলে, সমাজত বিপৰীত ভাব হৈ উঠে; পৰস্পৰৰ মাজত সদ্ভাৱৰ পৰিবৰ্ত্তে সমাজত কন্দল তেতিয়া আৰু বাঢ়ে।

সাম্যভাৱ আৰু স্বাধীনতাৰ বিষয় একে ঠাইতে আলচ কৰিব পাৰি। আগেয়েই কোৱা হৈছে, অভিব্যক্তিৰ নিয়ম অনুসাৰে সমাজে সহজাৱস্থাৰ পৰা কুটিলাৱস্থালৈ যায়। সমাজত কৰ্ম্মবিভাগ হৈ পৰে। অৰ্থাৎ, বেলেগ বেলেগ কামৰ নিমিত্তে বেলেগ বেলেগ মানুহ নিযুক্ত হয়। মানুহবিলাকৰ মাজত পৰস্পৰৰ ওপৰত বেছিকৈ নিৰ্ভৰ কৰা আৱশ্যক হৈ উঠে। প্ৰাণীৰ অভিব্যক্তিত যেনেকৈ অঙ্গহীন পিণ্ডাকাৰ জীৱৰ পৰা সন্ধিযুক্ত নানা অঙ্গ-প্ৰত্যঙ্গ থকা জীৱ হৈছে, সমাজৰ অভিব্যক্তিতো

সেইৰূপে সমাজত প্ৰথমে মানুহবোৰে নিজে নিজে আপোনাৰ সকলোবিলাক আৱশ্যকীয় কাম সাধি লয়, ইটোৱে সিটোৰ কাৰ্য্যত সহায়তা নকৰে; পাচত কামবিলাকৰ বেলেগ বেলেগ ভাগ হৈ প্ৰত্যেক ভাগৰ কাৰণে বেলেগ বেলেগ শ্ৰেণীৰ মানুহ লগোৱা হয়। তেতিয়া সমাজৰ অঙ্গ হয়। প্ৰাণাৰ যিমান উন্নতি হয় সিমান অঙ্গ বাঢ়ি এটা অঙ্গৰ অবস্থাৰ ওপৰত আনবিলাকৰ অৱস্থা নিৰ্ভৰ কৰে, সিমান অঙ্গবিলাক সিহঁতৰ আৱশ্যকীয় হৈ উঠে। সমাজৰো সেইদৰে নানা অঙ্গ বাঢ়ি অৱশেষত সমাজৰ জীৱনৰ কাৰণে প্ৰত্যেক অঙ্গ আৱশ্যকীয় হৈ উঠে। কিন্তু সমাজৰ এই অভিব্যক্তিৰ গতিত এটি বিপদ উপস্থিত হবৰ আশঙ্কা সদাই হয়; আৰু আগৰে পৰা সাৱধান নহলে সেই বিপদ যথাৰ্থই ঘটি, সমাজক লাও-লোৱা কৰে। সেই বিপদটি, সমাজত সাম্য ভাৱৰ বিনাশ।

কিন্তু, কেনে কাৰ্য্যৰ গতিত পৰি এই বিপদৰ আশঙ্কা উপস্থিত হয়? আমি জানো, সমাজৰ আদিম অৱস্থাত মানুহৰ মাজত প্ৰত্যেক পৰিয়ালেই একোটা সমাজ হৈ পৰে। পৰিয়ালৰ বয়সিয়াল মান্য মানুহটিয়েই আন বিলাক পৰিয়াল ভুক্ত মানুহৰ ওপৰত কৰ্ত্তৃত্ব চলায়। এই পাৰিবাৰিক শাসনৰ (patriarchal government) পাচত, প্ৰত্যেক পৰিয়ালৰ তেনেকুৱা মুখ্য মানুহবিলাকৰ মাজৰ পৰা এজনক বাছি সকলোৱে দলপতি কৰি লোৱা হয়; কালক্ৰমত সেই দলপতিবিলাকে ৰজা নাম পায়। ইংৰাজবিলাকৰ পূৰ্ব্বপুৰুষ চেক্সনবিলাক যেতিয়া জৰ্ম্মেনীত আছিল, সেই সময়ত সিহঁতৰ সমাজত কোনো বিশেষ দলপতি বা ৰজা নাছিল। বহুত পৰিয়াল একে ঠাইতে লগলাগি পৰস্পৰৰ ভিতৰত সহানুভূতি আৰু সদ্ভাৱ ৰাখি আছিল মাথোন। কেতিয়াবা যুদ্ধৰ সময়ত মুখিয়াল মানুহবোৰৰ মাজৰ পৰা এজনক বাছি সিহঁতৰ দলপতি কৰি লোৱা হৈছে। ব্ৰিটন আক্ৰমন কৰিবৰ সময়ত সেইদৰে বেলেগ বেলেগ দলে বেলেগ বেলেগ দলপতি পাতি লৈছিল। কালক্ৰমত সেই বেলেগ বেলেগ দলপতিবিলাক ৰজা হৈ বেলেগ বেলেগ ৰাজ্য পাতিলে। ঈষ্টএংগ্লীয়া, মাৰ্চিয়া প্ৰভৃতি সপ্ত-ৰাজ্যৰ তেতিয়াৰ সৃষ্টি হয়। অৱশেষত সেই সৰু সৰু ৰাজ্যবিলাকৰ পৰস্পৰৰ মাজত যুদ্ধ-বিগ্ৰহ হৈ সিহঁত দুৰ্ব্বল হোৱাত, এটাইবোৰ ৰাজ্য পৰাক্ৰমী ওয়েচেক্স ৰাজ্যৰ তললৈ আহিল। তেতিয়া ওয়েচেক্স ৰাজ্য ডাঙ্গৰ হল, ওৱেষ্টচেক্সন ৰজাবোৰৰ ক্ষমতা বাঢ়িল। ৰজাৰ যিমান ক্ষমতা বাঢ়ি যায়, সিমান ৰজা ও প্ৰজাৰ মাজত প্ৰভেদ বহল হয়। অৱশেষত ৰজাৰ ক্ষমতা স্বেচ্ছাচাৰী হৈ উঠে, ৰাজ্যত অত্যাচাৰ হবলৈ ধৰে; এজন ৰজাৰ সুখৰ কাৰণে হেজাৰ হেজাৰ

মানুহে খাটিব লাগে, হেজাৰ হেজাৰ মানুহে ৰাজ সিংহাসনৰ আগত দীঘল হৈ পৰি থাকেহি। অকল সেয়েই নহয়; ৰজাৰ ওচৰত কিছুমান বিশ্বাসী বন্ধু থাকে। সিহঁতক ৰজাই আদৰ কৰি বিষয়-সম্পত্তি দি ডাঙৰ মানুহ কৰে; সিহঁতেই দেশত উপাধি পোৱা ডাঙৰীয়া বুলি বিখ্যাত হৈ উঠে। সেইবিলাক ডাঙৰীয়াৰ সুখৰ নিমিত্তে আকৌ বহুত মানুহে খাটিব লাগে। এইদৰে দেশত এফালে এক শ্ৰেণী কুলিন ডাঙৰীয়াৰ সৃষ্টি হয়, আনফালে একশ্ৰেণী দাসব্যৱসায়ী মানুহৰ আৰম্ভ হয়। ইয়াৰ দ্বাৰাই সমাজত সাম্যভাৱ নোহোৱা হৈ পৰে। যেতিয়া এনেকুৱা কুলিন প্ৰথা দেশত বৰকৈ চলিবলৈ ধৰে, যেতিয়া ডাঙৰীয়াবিলাক ওপৰলৈ উঠে আৰু সাধাৰণবিলাকে দাসত্বৰ শিকলি পিন্ধে, যেতিয়া ৰজাৰ ক্ষমতাৰ আৰু ইচ্ছাৰ একো প্ৰতিবন্ধক নেথাকে, তেতিয়া সমাজে এক ভয় লগা গঢ় লয়। দেশত সাম্যভাৱৰ পৰিবৰ্ত্তে দাসত্বৰ বান্ধ দিনে দিনে টান হবলৈ ধৰে। জাতীয় সভ্যতা, সমাজৰ এনেকুৱা অৱস্থাৰ বাবে ক্ৰমে পিচলৈ হুঁহকিবলৈ আৰম্ভ কৰে।

এই গল সমাজত ৰাজনৈতিক স্বাধীনতাৰ কথা। মানুহৰ ধৰ্ম্ম বিষয়ে সাম্যভাৱ নহলে দেশীয় সভ্যতাৰ অৱস্থা আৰু বেয়া হয়। ওপৰত দেখুউৱা মতে সমাজত যেনেকৈ এদল কুলীন ডাঙৰীয়াৰ সৃষ্টি হয়, সেই দৰে ধৰ্ম্মযাজকবিলাকো সমাজৰ অভিব্যক্তিত সাধাৰণ মানুহৰ পৰা বহুত দূৰৈত গৈ পৰে। নিজ সুবিধাৰ নিমিত্তে ধৰ্ম্মযাজকবোৰে নানা নিয়ম-প্ৰণালী কৰি সমাজত সিহঁতৰ শ্ৰেষ্ঠত্ব ভালকৈ থাপি লয়। সিহঁতে যি বিধি দিয়ে, তাক লঙ্ঘণ কৰিলে সাধাৰণ মানুহবোৰ সমাজ-চ্যুত হয়। আধ্যাত্মিক স্বাধীনতা নেপাবৰ কাৰণে নীচ শ্ৰেণীৰ মানুহবোৰৰ শিক্ষা নিষিদ্ধ বুলি সিহঁতে নিয়ম কৰে। এই ৰকমে সমাজত ধৰ্ম্ম বিষয়ে সাম্যভাৱ আৰু স্বাধীনতা নোহোৱা হয় আৰু ক্ৰমে দেশীয় সভ্যতাও তললৈ নামে।

সমাজত এনেকুৱা সন্মিলন, সাম্যভাৱ আৰু স্বাধীনতা নোহোৱাৰ কাৰণেই যে জাতিৰ সভ্যতাৰ উন্নতিৰ গতিৰোধ হৈ শেষত সি ধ্বংস পাইছে, তাৰ বহুত উদাহৰণ দেখুৱাব পৰা যায়। পৃথিবীত যি বিলাক পুৰণি জাতিৰ সভ্যতাই লোপ পাইছে, সেইবিলাকৰ অৱনতিৰ কাৰণ বিচাৰি চালেই এই কথাৰ সত্যতা ভালকৈ বুজিব পৰা হব। হিন্দু সমাজৰ বহুত অনিষ্টকৰ ভিতৰুৱা পৰিবৰ্ত্তন হোৱাৰ বাবেই যে হিন্দু সভ্যতাৰ অধোগতি হল, তাক হিন্দু মাত্ৰেই জানে। পুৰণি ভাৰতবৰ্ষৰ বুৰঞ্জী পঢ়োতা সকলে দেখিছে যে, প্ৰায় মহাভাৰতৰ সময়ৰ পৰাই ভাৰতবৰ্ষত সন্মিলন নাই। তেতিয়াৰ পৰা পৃথ্বীৰাজৰ সময়লৈকে ভাৰতবৰ্ষত

নানা সৰু সৰু ৰাজ্য হৈ পৰস্পৰৰ মাজত বিবাদ আৰু অনৈক্য চলি আহিছিল। সেই অনৈক্যৰ ফলত ভাৰতবৰ্ষত মুছলমানৰ ৰাজত্ব হল; হিন্দু গৌৰব, হিন্দু স্বাধীনতা আৰু সভ্যতাৰ মূৰত কুঠাৰৰ ঘা পৰিল। ভাৰতবৰ্ষত অকল সন্মিলনৰ অভাৱৰ নিমিত্তেই হিন্দু সভ্যতাৰ অৱনতি হোৱা নাই। বহুদিনৰ আগৰ পৰা হিন্দু সমাজৰ পৰা সাম্যভাৱ আৰু স্বাধীনতাই বিদায় লৈছে। শেহত ৰজাৰ ক্ষমতা স্বেচ্ছাচাৰী হৈ উঠিল, ৰজা প্ৰজাৰ মাজত স্বৰ্গ মৰ্ত্ত্যৰ প্ৰভেদ হল, ব্ৰাহ্মণবিলাকৰ ক্ষমতা বঢ়াত সিহঁতে নানা উপায়েৰে নিজৰ প্ৰাধান্য স্থাপন কৰিলে। ব্ৰাহ্মণ পূজা আৰু দেৱ পূজা প্ৰায় একে হৈ পৰিল, টান নিয়মবিলাকৰ নিমিত্তে নীচকুলীয়া মানুহবোৰ নানা স্বত্বৰ পৰা বঞ্চিত হল, সাধাৰণ মানুহৰ আধ্যাত্মিক স্বাধীনতা নোহোৱা হল। তেতিয়া হিন্দু সভ্যতাৰো শোচনীয় অৱস্থা হৈ পৰিল। ভাৰত-বৰ্ষৰ নিচিনা, ইংলণ্ডতো এসময়ত সমাজত সম্মিলন, সাম্যভাৱ আৰু স্বাধীনতা লাহে লাহে কমিগৈছিল হয়, কিন্তু সৌভাগ্যক্ৰমে কিছুমান কাৰ্য্যৰ গতিত ইংলণ্ডীয় সভ্যতাৰ অৱস্থা বেয়া হবলৈ নেপালে, বৰং তাৰ উন্নতিৰ বাট মুকলি হল। আগেয়ে কোৱা হৈছে যে, ইংলণ্ডত দেশীয় সমাজত অনৈক্য গুচি নৰ্ম্মান আৰু এঞ্জেভাইন ফৈদৰ ৰজাবিলাকৰ ৰাজত্বৰ সময়ত মানুহবোৰৰ মাজত সন্মিলন হবলৈ ধৰিলে। কিন্তু সন্মিলন হোৱাতো, সমাজত সাম্যভাৱ আৰু স্বাধীনতা নথকাৰ বাবে ইংৰাজ-বিলাকৰ জাতীয় সভ্যতাৰ উন্নতিয়ে বহুত দিন প্ৰতিবন্ধক পাই আছিল। সমাজত সাম্যভাৱ থপাৰ প্ৰথম চেষ্টাত ৰজাৰ স্বেচ্ছাচাৰী ক্ষমতাক দমাবলৈ কাৰবাৰ হৈছিল। বেৰণবিলাকে এই কাৰ্য্যত সাধাৰণ মানুহৰ নেতৃত্ব কৰিছিল। ৰজাক দমাবলৈ চেষ্টা কৰোঁতে দেশত সমৰাগ্নি জ্বলি উঠিল, বহুত ৰক্তপাতৰ ফলত মেগ্নাকাৰ্টা সাধাৰণ মানুহবিলাকে পালে। ইংলণ্ডীয় সমাজত সাম্যভাৱ আৰু স্বাধীনতা স্থাপনৰ এয়ে প্ৰথম খোজ। সেই সময়ৰ পৰাই ইংৰাজ প্ৰজাবিলাকৰ ৰজাৰ ওপৰত ক্ষমতা দিনে দিনে বাঢ়িবলৈ ধৰিলে। মেগ্নাকাৰ্টাৰ প্ৰায় ৪৫০ বছৰৰ পাছত স্বেচ্ছাচাৰিতাৰ বাবে প্ৰথম চাৰ্লচৰ শিৰচ্ছেদ কৰি ইংলণ্ডীয় প্ৰজা-বিলাকে ৰজাৰ ওপৰত সিহঁতৰ প্ৰভুত্বৰ সম্পূৰ্ণ চিনাকি দিয়ে। কিন্তু অকল ৰজাৰ ক্ষমতা খৰ্ব্ব কৰাৰ পৰা একো ফল লাভ নহল। ৰজাৰ অপৰিসীম ক্ষমতাৰ পৰিবৰ্ত্তে ফিউডেল নিয়মৰ গুণত বেৰণবোৰৰ ক্ষমতা দিনে দিনে বৃদ্ধি পাবলৈ ধৰিলে। ৰজাৰ বিপক্ষে অস্ত্ৰ ধৰোঁতে সাধাৰণ মানুহ আৰু বেৰণবিলাকে একে-লগে গোট খাইছিল হয়, কিন্তু যেতিয়া ৰজা প্ৰজাৰ হাতৰ তলতীয়া হল, তেতিয়া সাধাৰণ মানুহবোৰে বেৰণবিলাকৰ অপৰিমিত ক্ষমতা খৰ্ব্ব কৰিবলৈ কাৰবাৰ

কৰিলে। ফিউডেল নিয়মৰ দ্বাৰাই বেৰণবিলাকৰ মাটিত থকা ৰায়তবোৰে বেৰণৰ দাসত্ব কৰিছিল। ক্ৰমে ইংৰাজ জাতিৰ মানুহবিলাকৰ মনত যিমান স্বাধীনভাৱৰ উদয় হবলৈ ধৰিলে, সিমান বেৰণৰ ৰায়তবিলাকে দাসত্বৰ শিকলি ছিঙ্গিবলৈ নানা উপায় উলিয়াবলৈ কাৰবাৰ কৰিলে। শেহত বেৰণবিলাকৰ অত্যাচাৰ অসহ্য হোৱাত দ্বিতীয় ৰিচাৰ্ডৰ সময়ত ইংলণ্ডত সাধাৰণ মানুহৰ বিদ্ৰোহানল উপস্থিত হল। ইংলণ্ডৰ বুৰঞ্জীত এই বিদ্ৰোহৰ নাম কৃষক-বিদ্ৰোহ। কৃষক-বিদ্ৰোহ ইংৰাজ সমাজলৈ সাম্যভাৱ আৰু স্বাধীনতা আনিবৰ উদ্দেশ্যত আৰু এটি প্ৰধান উদ্যম। এই উদ্যমৰ পাচত ইউৰোপত, শিক্ষা, সমাজ, ধৰ্ম্ম, শাসন প্ৰণালী এই সকলোৱে এক নতুন গঢ় লৈ, এক নতুন যুগ আৰম্ভ কৰে। ইউৰোপীয় বুৰঞ্জীত এই যুগৰ নাম ( renaissance period ) নবাভ্যুদয় কাল। এই যুগৰ আৰম্ভতে ইংলণ্ডত অক্সফোৰ্ড, কেম্ব্ৰিজ, প্ৰভৃতি ঠাইত ইউনিভাৰসিটি বা বিশ্ববিদ্যালয়বোৰ স্থাপিত হয় আৰু কেথলিক ধৰ্ম্মৰ পৰিবৰ্ত্তে প্ৰটেষ্টেণ্ট ধৰ্ম্ম ইংলণ্ডত চলিবলৈ ধৰে। ইউনিভাৰসিটিবোৰৰ দ্বাৰাই ফিউডেল নিয়মৰ গুণত লোপ পোৱা সমাজৰ সাম্যভাৱ আৰু স্বাধীনতাক আকৌ উদ্ধাৰ কৰা হল। বিদ্যালয় বিলাকত বৰ মানুহ, সৰু মানুহৰ মাজত ভেদাভেদ নথকাৰ বাবে দেশত কৌলীনত্বৰ হেঁচা অনেক পৰিমানে লঘু হল। সিফালে কেথলিক ধৰ্ম্মৰ অৱনতিৰ লগে লগে অৰ্থলোভী ধৰ্ম্মযাজকবোৰৰ প্ৰাধান্যও নোহোৱা হল। সাধাৰণ মানুহৰ আধ্যাত্মিক স্বাধীনতা হল। তেতিয়াৰে পৰা আজিলৈকে ইংলণ্ডীয় বুৰঞ্জীয়ে আমাক কেৱল ইংলণ্ডীয় সমাজত সন্মিলন, সাম্যভাৱ আৰু স্বাধীনতাৰ উন্নতিৰ কথাহে দেখুৱাইছে।

ইংলণ্ডীয় সমাজৰ এই সাম্যভাৱ যে কালত নোহোৱা হব চোছিয়েলিষ্ট নামে এদল মানুহে এনে বিশ্বাস কৰে। তেওঁলোকে কয় যে, সম্প্ৰতি এফালে যেনেকৈ কিছুমান মানুহৰ খুব ধন সম্পত্তি হৈছে, আনফালে তেনেকৈ কিছুমান মানুহ একেবাৰেই নিঃকিন হৈছে। ইংলণ্ডত মানুহৰ সম্পত্তিৰ এনেকুৱা অসামঞ্জস্য হোৱাৰ পৰা সমাজৰ অৱস্থা বেয়া হব আৰু তাৰ ফলত জাতীয় সভ্যতাৰ অৱনতি হব, এনে কথা তেওঁবিলাকৰ মুখে শুনিবলৈ পোৱা যায়। আজি কালি মাৰ্কিন দেশৰ সমাজত ওখ খাপৰ সন্মিলন, সাম্যভাৱ আৰু স্বাধীনতা থকাৰ নিমিত্তে বিখ্যাত হেনৰি জৰ্জ্জ নামে এজন আমেৰিকান অৰ্থনীতিজ্ঞ চোছিয়েলিষ্টৰ পৰা জানিব পৰা যায় যে, বৰ্ত্তমান সময়ত আমেৰিকাতো ইংলণ্ডৰ নিচিনা মানুহৰ মাজত সম্পত্তিৰ যি অসামঞ্জস্য হৈছে তাৰ দ্বাৰাই কালত মাৰ্কিন জাতিৰ সমাজৰ অৱস্থা বেয়াহৈ দেশী সভ্যতাৰ অধোগতি হবৰ সম্ভাৱনা আছে।

## বসন্ত বিদায়।

মধুৰ বসন্ত হলহি অন্ত, নাই আৰু সি মলয় পৱন,
নাই কোকিলৰ, সি মধুৰ স্বৰ, শুনি যাক হয় হৰিষ মন।
ৰঙা বৰণৰ কুঁহি পাতে, আৰু মলয় মৃদু বাতে,
নকৰে ধেমালি, পৰি হালি ডুলি, গৈছে নুমলি পাতৰো বৰণ॥
বনত বিহঙ্গে নেগাই গীত, বনফুল গন্ধে নহৰে চিত
সুৰুয দেৱৰ, প্ৰখৰ কিৰণ, দেখি লতাফুল সবে মলিন।
ডুবৰি ডালিয়ে উষা কালে, নেসানে নীয়ৰ নিজ গালে,
মুকুতা মণিটি, বুলি সি বোপাটি, ধৰিবলৈ আৰু নকৰে মন॥
ইটি ফুল এৰি সিটিত পৰি, নুফুৰে ভোমোৰাই ঘুৰি ঘুৰি,
বসন্তত ভুলি, মধু ৰৱ তুলি, নকৰে আৰু গুঞ্জৰণ।
বসন্ত গলে আহিব জহ, গজিব নকৈ যতেক শহ,
আহি পালে জাৰ, হব মহামাৰ, প্ৰকৃতি শোভা কৰিব হৰণ॥
যোৱাঁগৈ বসন্ত যোৱাঁ বাৰু, বছৰৰ মূৰত আহিবা আৰু,
ফল ফুলে আকৌ শুকান গছক, সজাবা আহি কৰি যতন।
কবাহি আহি অসমীয়াক, "নুশুনিবা আৰু এলাহৰ হাক,
উঠা সাজি পাৰি, বুকে সাহ ধৰি, দেখুৱা আনক নিজৰ মান॥"

---

## ব্ৰহ্মপুত্ৰ।

১

এক ধ্যান এক জ্ঞান এক মন্ত্ৰ স্মৰি
সদায় গইছাঁ তুমি কুল্ কুল্ কৰি,
দিন গই হল ৰাতি,
সপ্তাহ মাহক কাটি,
বছৰৰ পাছে গল বছৰ বাগৰি।
সদায় গইছাঁ তুমি কুল্ কুল্ কৰি॥

২

কলই গইছাঁ তুমি কি কামত যোৰাঁ ?
মিনতি কৰিছোঁ মোক কোৱাঁচোন কোৱাঁ ?
দিন যায় ৰাতি যায়,
ভাগৰ আমনি নাই,
কুল কুল ৰৱ তুলি কিবা গান গোৱা ?
মিনতি কৰিছোঁ মোক কোৱাঁচোন কোৱাঁ ?

৩

কেনেনো সুন্দৰ ভাৱ তোমাৰ গানৰ,
সংসাৰৰ চিন্তা হয় মনৰ আঁতৰ ।
সি গানত ভোল গই,
সন্ধ্যা হলে ৰই ৰই,
শুনিছোঁ কিমান বহি পাৰত তোমাৰ ।
তথাপি পলোৱা নাই হেঁপাহ মনৰ ॥

৪

কতদিন দেখিছোঁহি সন্ধ্যা সময়ত
কিবাৰূপ ধৰাঁ তুমি হিয়াৰ মাজত !
দেখিছোঁ তাৰকা কোটি
অনন্তৰ শিৰে উঠি,
দাপোণ মনেৰে ভাবি তোমাৰ বুকুত ।
অধোমুখ হই সৰে চায়হি ভ্ৰমত ॥

৫

দেখিছোঁ সদায় তুমি ন ন ভাব ধৰা,
সদায় তোমাৰ মন আনন্দেৰে ভৰা,
কুল কুল গীত তেও
নেপাহৰাঁ কেতিয়াও,
সদায় তোমাৰ বয় প্ৰেমৰ নিঝৰা ।
আপোন লক্ষ্যৰ বাট কেতিয়াও নেৰা ॥

৬

সাগৰেৰে তোমাৰ কি ইমান প্ৰণয় ?
এখন্তেক নেদেখিলে পৰাণ নৰয় !
সি প্ৰেমত পমি গই
শত ধাৰা ৰূপে বই
সাগৰক পালে তাতে পোৱা তুমি লয় !
কুল্ কুল্ কুল্ গান তাতে লোপ হয় ॥

৭

বুজিছোঁ বুজিছোঁ তুমি পৰম প্ৰেমিক,
তোমাক দেখিয়ে দিওঁ মানৱক ধিক্ ;
হব নে মানৱ হায় !
প্ৰেমিক তোমাৰ প্ৰায়,
ৰাখিব আগত সদা লক্ষ্য কৰি ঠিক ।
—তোমাক দেখিয়ে দিওঁ মানৱক ধিক্ ॥

৮

শিকোৱাঁ শিকোৱাঁ হেৰা নদ পুণ্যবান,
শিকোৱাঁ আমাক তুমি প্ৰেম কিনো ধন,
তোমাৰ দৰেই যেন
কুল্ কুল্ তুলি গান
পাৰিম কৰিব এক মন এক ধ্যান ।
শিকোৱাঁ শিকোৱাঁ হেৰা নদ পুণ্যবান ॥

৯

তোমাৰ নিচিনা যেন লক্ষ্য স্থিৰ কৰি
চলি যাওঁ সেই পথে মহা মন্ত্ৰ স্মৰি ।
ৰোগ শোক তাপ ভয়
সকলো কৰিম জয়
অন্তিম কালত যেন সকলোকে এৰি ।
অনন্তত লীন হব ই জীৱন তৰি ॥

---

# হেমচন্দ্ৰ গোস্বামী।

## অসমীয়া ভাষা।

### বৰ্ত্তমান যুগ।

ইংৰাজ ৰাজত্বৰ পাতনিৰে পৰা আজিলৈকে এই যুগেই অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগ। ওপৰত উনুকিওৱা হৈছে, অসমদেশ বহুত দিন মানহঁতৰ অত্যাচাৰৰ তলত আছিল। পিছে ১৮২৪ চনত মানহঁতে ইংৰাজৰ লগত যুজ কৰি হাৰিলত সিহঁতৰ ৰজাই ১৮২৬ চনত, ইয়াণ্ডাবুত সন্ধি কৰি, অসম দেশ ইংৰাজকে এৰি দিয়ে; তেতিয়াৰে পৰা ই ইংৰাজৰ অধীনলৈ আহিল।

মানে ৭।৮ বছৰ লালিকৈ জুলুম কৰি অসম দেশক এখন মৰিশালিকৈ পেলালে। অসমীয়া মানুহে মোৰ বুলিবলৈ সেই মাৰিশালিত, হাড়, মুৰ, ছাই খোলাত বাহিৰে আৰু একো নেথাকিল। ইংৰাজে দেশ অধিকাৰ কৰি, মানে এৰি থৈ যোৱা সেই হাড় মূৰ বোৰকে গোটাই তাত জীৱন সঞ্চাৰি আকৌ দেশ নকৈ পাতি লব লগা হল। উদাৰ ইংৰাজৰ আহাসুধীয়া ৰাজনীতিৰ শীতল ছাঁত আকৌ অসমীয়া মানুহৰ মুখলৈ ৰস আহিল। সমাজে ঠন ধৰিলে, চাৰিও পোনে দেশ কাল সুঠিল হল। বহুত দিনীয়া মৰ টোপনিত পৰি থকা, অসমীয়া মানুহক, মহামতি ইংৰাজে জগাবলৈ কাৰবাৰ কৰিলে। দেশীয় ছুই চাৰি জন মুখীয়াল মানুহক ডাঙ্গৰ ডাঙ্গৰ হাকিম কাম দি, যদিও বিদেশী ৰজা তথাপি প্ৰজাৰে সৈতে কেনে সমান ভাৱে ব্যৱহাৰ কৰে তাক দেখুৱালে। আৰু তাত বাজেও অসমীয়া মানুহৰ মাতৃ ভাষাক আদালতৰ ভাষা কৰি তাৰ আদৰ বঢ়ালে। কিন্তু ডুৰকপলীয়া মানুহৰ ভাষা সৰহ দিন এই অবস্থাত থাকিবলৈ নেপালে। অলপ দিনৰ ভিতৰতে তাৰ ভাগ্য লুটি খালে ইংৰাজে যেতিয়া অসম দেশ লয়, তেতিয়া অসম আৰু বঙ্গ দেশৰ ভিতৰত অহা যোৱাৰ ইমান সুচল নাছিল। সেই কাৰণে তেতিয়া কোনো ভাল বঙ্গালীয়ে তাত কাম কৰিবলৈকো নগৈছিল। দেশত খাবলৈ নোপোৱা, আপোন পেটীয়া, ঢাকা, ৰঙ্গপুৰ আদি অঞ্চলৰ, কুলাৰ আগত উৰি যোৱা পতানৰ নিচিনা খেচৰ বঙ্গালীহে, তাত কাম বিচাৰি গৈছিল। অসমীয়া ভাষা আদালতৰ ভাষা

থাকিলে সিহঁতে কাম কৰিবলৈ টান পাব, সেই বাবেই সিহঁতে ইংৰাজ হাকিম বিলাকক বুজাবলৈ ধৰিলে যে অসমীয়া ভাষা এটা বেলেগ ভাষা নহয়। ই বঙ্গালী ভাষাৰে চহা অৱস্থা মাথোন, আৰু অসমীয়া ভাষাৰে টান টান ভাবৰ একো কথাকে প্ৰকাশ কৰিব নোৱাৰি।

ইংৰাজ বিদেশী, কি জানে, প্ৰথমতে গৈ সোমাইছে মাথোন। তাৰ মানুহৰ ৰীতি নীতি, আচাৰ ব্যৱহাৰ মাত কথাৰ বিষয়ে একো নেজানে। আৰু বঙ্গালীক অসমীয়াত কৈ বেছি শিক্ষিত বুলি জানে। কাজে কাজেই কেৰাণী কামৰ নিমিত্তে বনাই ফুৰা সেই বঙ্গালী বিলাকৰ কথাকে সাৰোগত কৰি, অসমীয়া ভাষাক ১৮৩৬ চনত আদালতৰ পৰা বাজ কৰি, তাৰ ঠাইত বঙ্গালী ভাষাক বহুৱালে। ইংৰাজ ৰাজত্বৰ এটা মূল নীতি সাধাৰণৰ শিক্ষা বহলাই মানুহক জ্ঞানৰ পোহৰলৈ অনা, সেই নীতি অনুসাৰে অসমীয়া মানুহৰ মাজতো জ্ঞানৰ পোহৰ সুমাবলৈ কাৰবাৰ কৰিলে। এই উপলক্ষে অসমৰ ডাঙৰ ইংৰাজ বিষয়া সকলৰ মাজত আলচ হল। অসমীয়া মানুহক অসমীয়া ভাষাৰে শিকোৱা হব নে, বঙ্গালী ভাষাৰে শিকোৱা হব। যি সকলে বঙ্গালীক কটকী পাতি অসমীয়া ভাষাৰ ভু লৈছিল, সিবিলাকে বঙ্গালী ভাষা, আৰু যিবিলাকে নিজে ভাবি চাই অসমীয়া ভাষাক বঙ্গালী ভাষাৰ পৰা বেলেগ আৰু বহুত আঁতৰ দেখিছিল, সি বিলাকে অসমীয়া ভাষা বুলি কলে।

কিন্তু দুৰ্ভাগ্য গতিকে সাধাৰণ শিক্ষাৰ ভাৰ আগৰ শ্ৰেণীৰ মানুহৰ ওপৰত থকাত, অসমীয়া মানুহৰ লৰাৰ পঢ়াশালিত, অসমীয়া ভাষা নহৈ বঙ্গালী ভাষা সুমুৱা হল। এই দৰে অসমীয়া ভাষাক আদালত আৰু পঢ়াশালি দুই ঠাইৰ পৰা খেদাই দিয়া হল। অসমত বঙ্গ ভাষাৰ ৰাজত্ব আৰম্ভ হল।

জাকে জাকে খাবলৈ নোপোৱা বঙ্গালী কেঁৰাণী, আৰু বঙ্গালী ইস্কুল মাষ্টৰ লৰা তিৰোতা বুকত বান্ধিলৈ অসমত হাজিৰ হল গৈ। ইপিনে অসমীয়া মানুহে সাজ সজুলি, ওহল মাহল লৈ, কানি পান কৰিবলৈ, কানি খোলাৰ ওচৰত বহিল। অসমীয়া ভাষাৰ সলনি, অসমীয়া পঢ়াশালিত বঙ্গালী ভাষা সুমুৱাত, অসম দেশৰ যে কিমান হানি হল তাক কৈ কোনে ওৰ পেলাব। প্ৰথমতে দেশী মানুহৰ মুখৰ ভাত কাঢ়ি নি বিদেশীক দিয়া হল। অসমীয়া ভাষা পঢ়াশালি আৰু আদালতৰ ভাষা থকা হলে বহুত অসমীয়া মানুহে আদালতৰ কামত সোমাই জীবিকা আৰ্জ্জিব পাৰিলে হেতেঁন। আমাৰ দুখীয়া দেশৰ ধন, দুখীয়া দেশতে ৰলি হেতেন। কিন্তু বঙ্গালী ভাষা হোৱাত অসমীয়া মানুহে, তেনে কাম পাব নোৱাৰা হল আৰু অসমৰ টকা বঙ্গালীৰ ভোজ হল।

তেতিয়াই অসমত বঙ্গালী যি সোমাল আজিলৈকে তাৰ সোঁত চলি আছে। আৰু সেই কাৰণেই আজি বঙ্গালীয়ে এটাইবিলাক কামৰ মূৰত বহি, এনেকৈ তিঘিল ঘিলাব পাৰিছে। আজি কালি অনেক অসমীয়াই ইচ্ছা কৰে যে দেশৰ ডাঙ্গৰ ডাঙ্গৰ কাম বিলক দেশীয় মানুহে পাওক। কিন্তু কি হব অসমীয়াৰ গুৰি ধৰোঁতা কোনো নাই। তেতিয়া অসমীয়া ভাষাৰ সলনি বঙ্গালী ভাষা নচলোৱা হলে, অসমীয়া মানুহৰ আজি কালি এনেকুৱা দশা হবলৈ কেতিয়াও নেপালে হেঁতেন। দ্বিতীয়ত অসমীয়া মানুহৰ বিদ্যা বুদ্ধি সকলো সীমাবদ্ধ হল। গবৰ্ণমেণ্টে সাধাৰণ শিক্ষা বহলাবৰ নিমিত্তে যিমান চেষ্টা কৰিলে সকলো বিফল হল। এটা আচহুৱা খোচৰ ভাষাত পৈনত হৈ জ্ঞান আৰ্জ্জিব লগা হোৱাত, জ্ঞাননো কি, অসমীয়া মানুহে গন্ধকে নেপালে। আৰু ৩।৪ বছৰ পঢ়ি যি ভাষা শিকিছিল, তাকো শুনিলে হাঁহি উঠে। চিৰ স্মৰনীয় স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকনে, সেই কালৰ কোনো পঢ়াশালিৰ ওপৰ শ্ৰেণীৰ ছাতৰ এজনক এই কথা কেই শাৰী বঙ্গালী ভাষালৈ নিবলৈ কলে—"ইয়াত বহুত লৰা গোট খাইছে, আমি সম্ভবতঃ এই দেশ এৰি আন দেশলৈ যাব লাগিব। দুখীয়া মানুহ বোৰে ভাত মোকোলাবলৈ অপৰিমিত পৰিশ্ৰম কৰে।" পিছে বঙ্গলা ভাষাত শিক্ষিত ছাত্ৰ জনে তাৰ এনে বঙ্গলা কৰিলে—"অহং স্থানতঃ অনেক বালক স্থিত হৈছে। অহং গ্ৰাম ছাড়ি ভঙ্গ হইয়া গমন কৰা হইল। দীন হীন ব্যক্তিয়ে নিত্যে বৃহত কৰ্ম্ম কৰে, আৰু অন্ন উলিয়াই" এনেকুৱা ভাষা শিকোতেই ৩।৪ বছৰ গল; তাৰ পিছত জ্ঞান অৰ্জ্জা। অসমীয়া মানুহৰ জ্ঞানৰ হেঁপাহ, আজি কালিয়েইনো কিমান। তাৰ পৰাই সেই কালৰ মানুহৰ মনৰ অৱস্থা বুজি লব পাৰি। এই দৰে তিনি চাৰি বছৰ এনেকুৱা ভাষা শিকোতেই হাইৰাণ হৈ ছাতৰে পঢ়াশালিক চিৰকালৰ নিমিত্তে নমস্কাৰ কৰে। ইপিনে আন আন দেশৰ লৰাই নিজ মাতৃ ভাষাৰ ভিতৰে গৈ জ্ঞান আৰ্জ্জিব লগা হোৱাত দোপত দোপে উঠি গৈ ইংৰাজী সাহিত্য আৰু বিজ্ঞানৰ সোৱাদ ললে গৈ। অসমীয়া লৰাৰ জ্ঞান অৰ্জ্জা সেই, কুকুৰা ঠেঙ্গিয়া আখৰ লেখা, যোটাই যোটাই কিতাপ পঢ়া, আৰু দুটা চাৰিটা বঙ্গালী শব্দৰ মানে শিকাতে লাগি ৰল।

তেতিয়াই যি অসমীয়া, ভাৰতবৰ্ষৰ আন জাতি বিলাকৰ পাছ পৰিল, আজি লৈকে আৰু তাক পুৰাব পৰা নাই। অসমীয়া ভাষাৰে অসমীয়াক সাধাৰণ শিক্ষা দিবলৈ হোৱা হলে, কেতিয়াও এনে দুৰবস্থা নহল হেঁতেন। আৰু এই বোৰ অপকাৰৰ বাহিৰেও বহুত তৰল মতীয়া অসমীয়া মানুহৰ মাতৃ ভাষালৈ শ্ৰদ্ধা কমিল। তেওঁবিলাকৰ বিশ্বাস হল, বঙ্গালী ভাষা, সাধু ভাষা, এই গুণে হে আমাক বঙ্গলা

পঢ়িবলৈ দিছে। এই বিশ্বাসটো মনত ঠাই লৈ বহাত, মানুহে ঘৰুৱা কথাবাৰ্ত্তা কওঁতেও তাৰ মাজত দুটা চাৰিটা অশুদ্ধকৈ উচ্চাৰণ কৰা বঙ্গালী শব্দ সুমাই, কথা পতাটোও বৰ গৌৰবৰ কথা যেন ভাবিছিল, এনে আওকথীয়াৰ সচঁৰ আজি লৈকে তেনেই পিৰি উঠা নাই। অলপতে এজন অসমীয়া মানুহে আন এজন গণ্য মান্য অসমীয়া মানুহৰ সৈতে দেখা কৰিবলৈ আহিছিল। আমি যিমান দূৰ জানো মানুহ জন নিখুঁত অসমীয়া। তেওঁৰ কোনো পুৰুষতে বঙ্গালীৰ সৈতে লেত পেত হোৱা নাই। পিছে মানুহ জনে আনজন অসমীয়া মানুহৰ লগত বঙ্গলা ভাষাত কথা পাতিবলৈ ধৰিলে। আন জনেও ইচ্ছা নথকাতো, বঙ্গলা ভাষাৰে উত্তৰ দিবলৈ বাধ্য হল। আমি শুনি অবাক। এই মানুহ জনৰ মনত বঙ্গালী ভাষা সাধু ভাষা বুলি বিশ্বাস নথকা হলে, অসমীয়া মানুহৰ লগত কথা কওঁতে কেতিয়াও তেওঁ বঙ্গালী ভাষা নবকিলে হেঁতেন। আমি শুনি আচাৰত হৈছোঁ, অলপতে হেনো আৰু এজনে পপীয়া তৰাৰ নিচিনাকৈ মুখ পোহৰোৱা, নিখুঁত অসমীয়া ডাঙ্গৰীয়াই কিবা এটা কথাত, অসমীয়া ভাষাক তেওঁৰ এলাগী তিৰোতা পাতি, বঙ্গালী ভাষাকহে লাগী ঘৈণী বুলিবলৈ ভাল পাইছিল।* অসমীয়া মানুহৰ মনত এনেবোৰ বিজাতীয় ভাৱ ওপজাৰ ঘাই কাৰণ, সেই কালত অসম দেশত বঙ্গালী ভাষা সুমুৱাই নহয় নে ?

অসমীয়া ভাষাৰ বদলি আদালতত বঙ্গালী ভাষা সুমুৱাতো যে কম হানি হল এনে নহয়। প্ৰথমতে দেশৰ ডাঙ্গৰ ডাঙ্গৰ কাম বিলাক বিদেশীৰ হাতলৈ গল। দ্বিতীয়তে আদালতৰ ভাষা সৰ্ব্বসাধাৰণৰ প্ৰতি এটা দোৱানৰ নিচিনা হৈ পৰিল। সেই কালত সৰহ ভাগ আমোলা ৰংপুৰ, ঢাকা আদি পূৰ্ব্ববঙ্গৰ মানুহ আছিল। স্বভাৱতেই তেওঁবিলাকৰ ভাষাৰ লগত অসমীয়া ভাষা মিহলি হৈ আদালতত এটা অপূৰ্ব্ব ভাষাৰ সৃষ্টি হল। শুদা অসমীয়া জনা বা শুদা বঙ্গালী জনা মানুহৰ পক্ষে এই আদালতৰ ভাষা এটা অবোধ্য ভাষা হৈ পৰিল। তেতিয়াৰ পৰা আদালতৰ ভাষা আজিলৈকে, এটা বঙ্গালী ফাৰ্চি অসমীয়া হিন্দাৰ খিচিৰি ভাষা হৈ চলি আহিছে। সেই বাবেই পুৰণা শ্ৰেণীৰ মানুহে, আজি কালিও অসমীয়া লেখিবলৈ হলে আদালতৰ ভাষাৰে খিচিৰি পগায়।

তৃতীয়তে—অসমীয়া সৰ্ব্বসাধাৰণ ৰায়তৰ কষ্টৰ সীমা নাইকিয়া হল। ৰজাৰ আগত প্ৰজাই যত দুখৰ কথা গোচৰ কৰে, তাকে আদালত বোলে। এই আদালতত বিদেশী ভাষা হোৱাত, দুখীয়া ৰায়তে যত উকিল নধৰাকৈয়ে অনেক সময়ত হাকিমৰ আগত দুখৰ কথা জনাব পাৰিলে হেতেন, তেনে সামান্য কথা এটা জনাবলৈকো,

পয়চা দি উকিলৰ সহায় লব লগা হৈছিল, আৰু অনেক সময়ত উকিল ধৰিবলৈ পয়চা নথকাত, দুখৰ কথা হয়তো ৰজাক জনাবও নোৱাৰিছিল। বঙ্গালী ভাষা, ৰজাৰো ভাষা নহয়, প্ৰজাৰো ভাষা নহয়। এনে স্থলত, এই দুই পক্ষৰ নজনা ভাষাৰে দুয়ো দুইকো বুজিব লগা হোৱাত কিমান অসুবিধা হৈছিল, তাক বুজিবলৈ বহুত গমি নেচালেও হয়। যদিও আমাৰ পঢ়াশালি আৰু আদালতত অসমীয়া ভাষাৰ সলনি বঙ্গালী ভাষা সুমুৱাত আমাৰ ইমান বোৰ হানি হৈছিল, তথাপি হক কথা কবলৈ গলে, আমি সেই বাবে ইংৰাজ শাসন প্ৰণালীত দোষ দিব নোৱাৰোঁ। কিয়নো ইংৰাজ গবৰ্ণমেণ্টে, ১৮৩৭ চনত পাচ হোৱা ২৯ আইন অনুসাৰে, সকলো স্থানীয় গবৰ্ণমেণ্টকে আন ভাষাৰ সলনি দেশীয় ভাষা চলাবলৈ পূৰা অধিকাৰ দিছিল। আৰু সেই নিয়ম মতে বঙ্গদেশ আৰু হিন্দুস্থানৰ স্থানীয় গবৰ্ণমেণ্টে, সেই সেই দেশত নিজ মাতৃ ভাষাৰে সাধাৰণক শিক্ষা দিবৰ উপায়ো কৰিছিল। আমাৰ দেশৰ স্থানীয় গবৰ্ণমেণ্টে ইচ্ছা কৰা হলে অসমীয়া ভাষাও চলাব পাৰিলেহেঁতেন। অসম গবৰ্ণমেণ্টৰ অজ্ঞতাৰ দোষতেহে অসমীয়া ভাষাৰ এনে লৈ লৈ থৈ থৈ অবস্থা হৈছিল।

অসমৰ ইংৰাজ হাকিম সকলে স্বাৰ্থপৰ বঙ্গালী বিষয়াবিলাকৰ টুটকীয়া কথা নুশুনি নিজে বিচাৰ কৰি চোৱা হলে, তেওঁবিলাকে কেতিয়াও অসমৰ আদালত আৰু পঢ়াশালিত অসমীয়া ভাষাৰ সলনি বঙ্গালী নুসুমালে হেঁতেন। সকলো আমাৰ মানুহৰে দুৰ্দ্দশা বুলিব লাগিব। এই দৰে বঙ্গালী ভাষাই অসমৰ পঢ়াশালি আৰু আদালত ,১৮৭১ চন লৈকে একছত্ৰ ৰাজত্ব ভোগ কৰিছিল। কোনো অসমীয়া মানুহে তেওঁবিলাকৰ মাতৃ ভাষাৰ হকে ওঁঠ লৰোৱাও নাছিল। যি হক, এনেতে বোধকৰোঁ অসমীয়া ভাষাৰ প্ৰতি বিধি প্ৰসন্ন হল। বহুত দিনীয়া নিকাৰ ভুঞ্জাৰ পাছত তাৰ পৰিত্ৰাণৰ দিনে আকৌ ভুমুকি মাৰিলেহি। ১৮•৮ সনত আমেৰিকাৰ জগত বিখ্যাত ব্যাপ্টিষ্ট মিচন চোচাইটিৰ সভ্য সকলে শুভ লগ্নত আহি অসমত ভৰি দিলেহি। আকৌ অসমীয়া ভাষাৰ কপাল ফুলিবৰ আগন্তুক হল। এই পাদুৰী চাহাব সকল এন্ধাৰ অসমত খৃষ্ট ধৰ্ম্মৰ পোহৰ সুমাবলৈ আহিছিল। তেওঁ বিলাকে ভাবি চিন্তি দেখিলে, ভাষাৰ নুমাও নুমাও চাকিটিত তেল নিদিলে খৃষ্ট ধৰ্ম্মৰ আলোকে মানুহৰ মন পোহৰ কৰা টান হব। কাজেই অসমীয়া ভাষাৰ শলিতা গছিৰ গুড়িত তেল ঢালিবলৈ তেওঁ বিলাক সাজু হল। উজনীৰ শিৱসাগৰত দুখন ছাপাখানা পাতি, দুখন এখনকৈ অসমীয়া ভাষাত খৃষ্ট ধৰ্ম্মৰ বিষয়ে সৰু সৰু, পুথি ছপাই, তেওঁ বিলাকে মানুহৰ মাজত বিলাবলৈ ধৰিলে।

আৰু তাৰ লগে লগে দুখন চাৰিখন অসমীয়া সাহিত্যৰ বিষয়ে পুথি লেখিও অসমীয়া সাহিত্য ভঁৰালত জাপিবলৈ আৰম্ভ কৰিলে।,

ইয়াতে শ্ৰীৰামপুৰৰ পাদুৰী চাহাব সকলেও সেই উদ্দেশ্যেৰেই, অসমীয়া ভাষাৰ ফাললৈ চকু দিলে। তেওঁলোকে কলিয়াবৰৰ এজন আত্মাৰাম শৰ্ম্মা নামেৰে অসমীয়া পণ্ডিতক শ্ৰীৰামপুৰলৈ নিয়াই, তেওঁৰ হতুৱাই গোটেইখন বাইবেল পুথি অসমীয়া ভাষালৈ ভঙ্গাই ১৮১৩ চনত ছাপা কৰি উলিয়ালে। ১৮৪০ চনত মাননীয় ৰবিঞ্চর্ন চাহাবে এখনি অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰকাশ কৰিলে। এই খনিয়েই অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ।

১৮৪৬ চনত শিৱসাগৰৰ পাদুৰী চাহাব সকলে গোট খাই অৰুণোদয় নামেৰে এখনি বহুমূলীয়া মাহেকীয়া কাকত প্ৰকাশ কৰিলে। এই খনি অসমীয়া ভাষাত প্ৰথম বাতৰি কাকত, আৰু সমালোচনা। এই কাকত খনিত সাহিত্য, বুৰঞ্জী, বিজ্ঞান, ধেমেলীয়া কথা আদি সকলো বিধ প্ৰস্তাবৰ আলচ কৰি আৰু তাত নানা তৰহৰ বাতৰি প্ৰকাশ কৰি চুকৰ ভেকুলীৰ নিচিনা অসমীয়া মানুহক পাশ্চাত্য সভ্যতাৰ পোহৰলৈ আনিবলৈ পাদুৰী চাহাব সকলে নথৈ চেষ্টা কৰিছিল। অৰুণোদয় অসমৰ ডাঙৰ সৰু সকলো শ্ৰেণীৰ মানুহৰ মনতে আন্দোলন তোলৰ বস্তু হৈ উঠিছিল কোনো পুৰুষত বাতৰি কাকতৰ সোৱাদ নোপোৱা অসমীয়া মানুহেও বৰ হেঁপাহেৰে অৰুণোদয় পঢ়িছিল। আৰু মানুহৰ মনত ই ইমান দকৈ শিপাইছিল যে, আজি-কালিও লেখা পঢ়া নজনা মানুহে যেই সেই বাতৰি কাকত দেখিলেই "অৰু-ণোদয়" বুলিহে কয়।

১৮৪৮ চনত মাননীয় ব্ৰাউন চাহাবে—"Grammatical Notes of the Assamese Language" বুলি ইংৰাজী ভাষাত এখনি অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰকাশ কৰিছিল। এই খন অসমীয়া ভাষাৰ দ্বিতীয় ব্যাকৰণ। ১৮৬৮ চনত মাননীয় ব্ৰণচন সাহাবে এখন অসমীয়াৰ পৰা অসমীয়া আৰু ইংৰাজী অভিধান গোটাই প্ৰকাশ কৰে। এইখনেই অসমীয়া ভাষাৰ প্ৰথম অভিধান। দুখৰ বিষয়, এই খনেই আমাৰ ভাষাত শেষ অভিধান হব লগীয়া হৈছে। মিঃ ব্ৰণচনৰ অভিধান খন অসমীয়া ভাষাৰ আজিকালিও এটাই -বোৰ অভাব গুচাব পৰা নহল। তেতিয়াৰ পাদুৰী চাহাব সকলে অসমীয়া ভাষাৰ আখৰ যোঁটনি বিষয়ে কিছুমান ভূল কৰিছিল। সেই ভুল বিশ্বাস অনুসৰিয়েই এই অভিধান খনিটো আখৰ যোটোৱা হৈছে। আহাশুধিয়া আৰু পৰোপকাৰী পাদুৰী সকলে এই দৰে অকল অসমীয়া ভাষাত ব্যাকৰণ, অভিধান, মাহেকীয়া কাকত উলিয়ায়ে যে ক্ষান্ত আছিল এনে নহয়।

যি যি বিষয়তে সাহিত্য অলপ নিচলা আছিল। সেই সেই বিষয়তে তাক পূৰঠ কৰিবলৈ প্ৰাণ টাকি চেষ্টা কৰিছিল। আৰু তাৰ বাহিৰেও গবৰ্ণমেণ্টৰ মনৰ পৰা অসমীয়া ভাষা বঙ্গালী ভাষাৰ চহা অৱস্থা, এই ভুল বিশ্বাসটো দূৰ কৰিবলৈ বঙ্গালী ভাষা আৰু অসমীয়া ভাষাৰ মাজত থকা মনিব নোৱাৰা প্ৰভেদ বিলাকো গবৰ্ণমেণ্টৰ আগত ফটফটিয়া কৈ দেখুৱাই ছিল। তেওঁ বিলাকে অসমীয়া ভাষা এটা যে স্বতন্তৰীয়া ভাষা, এইটো প্ৰমাণ কৰিবলৈ বঙ্গালী বিষয়া সকলৰ কথাকে নকও, খোদ গবৰ্ণমেণ্টে সৈতেও যুজ কৰিব লগা হৈছিল। তেওঁবিলাকে শিক্ষা বিভাগৰ ডাঙৰ বিষয়া বিলাকৰ চকুত আঙ্গুলী দি, অসমীয়া ভাষা অসমৰ মানুহৰ মাতৃ ভাষা, এতেকে সিহঁতক অসমীয়া ভাষাৰে শিক্ষা দিয়াহে যুগুত আৰু সম্ভৱ, এই কথা বুজাই দিবলৈকো অসীম পৰিশ্ৰম কৰিব লগীয়া হৈছিল; দুখৰ বিষয় তেওঁ বিলাকে পাদুৰী চাহাব সকলৰ কথালৈ অলপো কাণ দিয়া নাছিল। অনেক মানুহ আছে সিহঁতে কাৰণ নুবুজাকৈয়ে অনেক কাম কৰে আৰু আনে উপযাচি তাৰ কাৰণ বুজাই দিলেও বুজনি লবলৈ লাজ পায়। এনে বিধ মানুহ যদি কেনেবাকৈ ক্ষমতা-শীল হবলৈ পায়, তেনেহলে আৰু সিহঁতৰ উদ্ভণ্ডালিত পৃথিবীয়ে হেন্দোলদোপ কৰিবলৈ ধৰে; সিহঁতে নিজৰ স্বাৰ্থ নেথাকিলেও আনৰ অপকাৰ কৰি ক্ষমতাৰ আপচু ব্যৱহাৰ কৰাটোকে জীৱনৰ সকাম বুলি ভাবে। অসমৰ সেই কালৰ শিক্ষা বিভাগৰ গৰাকী বিলাকৰো অনেকেই এই শ্ৰেণীৰ মানুহ আছিল। তেওঁ বিলাকে অসমীয়া ভাষা, অসমীয়া মানুহৰ প্ৰতিনো কিমান লাগতিয়াল তাক বুজিও নুবুজাৰ ভাও ধৰিছিল।

পিছে পাদুৰী চাহাব সকলে যেতিয়ালৈকে অসমৰ অদালত আৰু পঢ়াশালিৰ পৰা বঙ্গালী ভাষাক খেদাই তাৰ ঠাইত অসমীয়া ভাষাক বহুৱাব নোৱাৰিলে, তেতিয়ালৈকে গবৰ্ণমেণ্টৰ সৈতে ঘোৰ বাক-বিতণ্ডা কৰিলে। আৰু ১৮৭১ চনত অসমীয়া ভাষাক আকৌ আগৰ ঠাইত যেতিয়া বহুৱালে তেতিয়াহে তেওঁ বিলাক শান্ত হল। শিৱসাগৰৰ পাদুৰী চাহাব সকলে অসমীয়া ভাষাৰ শব্দাৱলীত বহুত পোহৰ দিলে। তেওঁ বিলাকে ইংৰাজী শব্দৰ ভাব লৈ বহুত অসমীয়া শব্দ গঢ়িলে। আৰু তাতকৈও অসমীয়া ভাষাৰ যিবোৰ মিঠা মিঠা সুৱলা শব্দত ব্যৱহাৰ নকৰাত মামৰ বন্ধ গৈছিল, সেই শব্দবোৰ ঘঁহি মাজি পাদুৰী চাহাব সকলে আকৌ ব্যৱহাৰৰ উপযুক্ত কৰিলে। এই কাৰণে অসমীয়া ভাষাই কেতিয়াও পাদুৰী চাহাব সকলৰ গুণ নোলোৱাকৈ থাকিব নোৱাৰে। কিন্তু তেওঁ বিলাক বেলেগ ধৰ্ম্মী, বেলেগ আচাৰী, বিদেশী মানুহ বাবে, যিমানকৈয়ে অসমীয়া ভাষা শিকক

নিশিকক, ভাষাৰ স্বাভাবিক গুণ বিলাক ( Idioms ) অলপহে অধিকাৰ কৰিব পৰিছিল।

তেওঁবিলাকে কিতাপত আৰু বাতৰি কাকতত যি ভাষা লেখিছিল, সেইটো অসমীয়া ভাষাৰ সহজ অবস্থা নহয়। তেওঁ বিলাকৰ ভাষাটোক আমি "খৃষ্টিয়ানী অসমীয়া" বুলিব পাৰোঁ। কোনো অসমীয়া মানুহে তেনে ভাষা নকয় বা নেলেখে। আপোনাসকলে মোৰ কথাটো ভালকৈ বুজিবৰ নিমিত্তে মই এই খিনিতে তেওঁ বিলাকৰ ভাষাৰ চানেকিৰ টোকা তুলি শুনাও।—"মৰণৰ ভই হেলা কৰা এজনৰ কথা। হঙ্গাৰি দেশৰ এজন খ্ৰীষ্টিয়ান ৰজাই এদিন আপোনাৰ মনত বৰ বিয়াকুল পাইচিল। তেনেতে ৰজাৰ ভায়েকে তেওঁত সুধিলে, তোমাৰ মনত কিয় এনে চিন্তাৰ বিয়াকুল হৈছা ? তাতে ৰজাই মাত লগাই কলে, হে ভাই! পৰম ঈস্বৰৰ আগত মই মহা অপৰাধী হৈছোঁ, সেই নিমিত্তে মৰণ আৰু বিচাৰৰ সময়ত ঈশ্বৰৰ সাক্ষাতে থিয় হব লাগিব। এই দুই কথাত মোৰ মনত অতি ভই জনমিচে। তাতে ৰজাৰ ভায়েকে হাঁহি কলে এনে বিষয়ত চিন্তা কৰা আপোনাৰ উচিত নহয়। ইয়াতে কেবল মনৰ সুখ হে গুচে। তাতে ৰজাই একো উত্তৰ নকৰি ভায়েকক কুশলে বিদায় দিলে।" আৰু এডোখৰ পদ্য শুনক :—"গীত। মই কোত জীৱণি পাওঁ, ক্লাণ্ড হৈ মনৰ বিশ্ৰাম; সাগৰ বা দ্বীপৰ সীমালৈ বিচাৰিলে নেপাম। যি সুখ বিচাৰো মই, সংসাৰত নাই উতপন, আয়ুসৰ পাচত আয়ুস বই, মৰণৰ পাচ মৰণ।" তেওঁবিলাকৰ লেখাত কেনে এটা কোমল ভাব আছে দেখিছেনে? ভালকৈ মাত নুফুটা কেচুৱা লৰাৰ মাতত যেনে এটা মনমোহা সুৰলা ভাব আছে, এই পাদুৰী চাহাব সকলৰ ভাষাতো তেনেকুৱা এটা ভাব নাই নে বাৰু; আমাৰ ভাষাৰ শব্দাবলীত সংযুক্ত আখৰৰ শব্দ সৰহ নথকাত সি স্বভাৱতেই কোমল, আৰু মিঠা, তাতে আকৌ পাদুৰী চাহাব সকলৰ মুখৰ পৰা এধা ফুটা এধা নুফুটা হৈ ওলোৱাত, সি আৰু কেনে সোৱাদ হৈছে। তেওঁবিলাকৰ ভাষাই কিন্তু অসমীয়া সাহিত্যক অলপো ভঁজুৱা কৰিব নোৱৰিলে। তেওঁ বিলাকৰ ভাষা তেওঁবিলাকতে লাগি ৰল। তেওঁবিলাকৰ ভাষাৰ যিটো Spirit সিহে অসমীয়া সাহিত্য গোটেইটোত বিয়াপিছে। পাদুৰী চাহাব সকলে অসমীয়া সাহিত্যৰ আৰু এটা উপকাৰ কৰি গল। সি তেওঁ বিলাকে কৰা সকলো বোৰ কামতকৈ ডাঙ্গৰ।

অভিধান ছপোৱা, ব্যাকৰণ উলিওৱা, বাতৰি কাকত প্ৰকাশ কৰা সকলো বোৰত কৈ সি প্ৰধান। আন কাৰণে নহলেও অসমীয়াই অসমীয়া ভাষা জগতত থাকে মানে, সেই এটা কামৰ পৰাই পাদুৰী চাহাব হঁতৰ গুণ নকৈ থাকিব নোৱাৰে।

সেইটি আৰু একো নহয়। তেওঁবিলাকে আমাৰ ভাষাক এটা সুৰ শিকাই গল। এই সুৰটি আগেয়ে অসমীয়া ভাষাই নেজানিছিল। ভাৰতবৰ্ষৰ কোনো ভাষাই নেজানিছিল। সি ইংৰাজী সাহিত্যৰ নিজা সম্পত্তি। তাক পাদুৰি চাহাব সকলে সাত সাগৰ তেৰ নৈ পাৰ কৈ আনি ভাৰতবৰ্ষৰ ভাষা বিলাকক শিকাই দিলেহি। এই সুৰৰ তাঁৰ ডালিয়ে, ভাৰতবৰ্ষীয় সভ্যতা ( আৰ্য্যামি ) আৰু পাশ্চাত্য সভ্যতা ( চাহাবানি ) দুইৰো মাজত লগুণ গাঁথিৰ নিচিনা হৈছে। বৰ্ত্তমান যুগৰ ভাৰতবৰ্ষীয় আন আন সাহিত্যৰ দৰে, অসমীয়া সাহিত্যৰো যতে টোকৰ মাৰা, এই বিলাতী সুৰটিৰ গুন গুননি শুনিবলৈ পাবা। তুমি সেই সুৰটিৰ স্বভাব নুবুজিব পাৰা, কিয়নো তুমি এই সুৰটি উপজিবৰে পৰা শুনি ডাঙ্গৰ হৈছা। কিন্তু শঙ্কৰ দেৱক মাতি আনা, মাধৱদেৱক মাতি আনা, তেওঁবিলাকে ততালিকে বুজাই দিব, আঙ্গুলীৰে ধৰি দেখুৱাই দিব, যে এইটো ভাৰতবৰ্ষীয় সুৰ নহয়, বিলাতী সুৰ।

আজি কালি আমি সমাজৰ যেই ফাললৈ চকু দিওঁ, সেই ফালেই এই আৰ্য্যামি আৰু চাহাবানিৰ মধুৰ সংযোগ দেখিবলৈ পাওঁ। অনেকে এই বনকুৱৰীৰ ওচৰত ঢালে তৰোৱালেৰে বীৰ পুৰুষ জনক দেখি ভয়ত অজ্ঞান হয়। আমি তেওঁ বিলাকক কওঁ, ভাৰতবৰ্ষীয় সভ্যতা আৰু পাশ্চাত্য সভ্যতা দুইটা মিহলি হৈ যি সভ্যতা জন্মিব, সেই সভ্যতাই যুগমীয়া সভ্যতা। এই বনকুৱৰীৰ ওচৰলৈ ঢালে তৰোৱালে এই বীৰ পুৰুষ জনক অনা বাবে পাদুৰী চাহাব সকল অমৰ হব। আৰু তেওঁ বিলাকেহে অসমীয়া ভাষাক ইংৰাজী সাঁচত ঢালি এই সম্বন্ধটি ঘনিষ্ঠ কৰিলে, তাৰ বাবে তেওঁবিলাক অসমীয়া মানুহৰ চিৰস্মৰনীয় হৈ থাকিব। শিৱসাগৰৰ পাদুৰী সাহাব সকলৰ ওচৰত যে অসমীয়া ভাষা কিমান ধৰুৱা, তাক কৈ অন্ত কৰিব নোৱাৰি। তেওঁবিলাকে অসমীয়া ভাষাক বৰ অসময়ত সহায় কৰিছে। উচুতিয়া নেমাতি হক কথা কবলৈ হলে, ব্যেপ্টিষ্ট মিচনৰ এই সমজুৱা সকলে আমাৰ ভাষাক আৰু সাহিত্যক মৰণৰ হাতৰ পৰা ৰক্ষা কৰিলে। এই যে নুমাব খোজা অসমীয়া সাহিত্যৰ শলিতা গছি আকৌ ঢিমিকি জ্বলিছে, সি কেৱল পাদুৰী চাহাব সকলে উচিত সময়ত গুৰিত যি তেল ঢালিলে, তাৰ বলতহে। নতুবা অসমীয়া ভাষা, অসমীয়া সাহিত্য, কি জানি একেবাৰেই লোপ পালে হেতেন। একেবাৰেই লোপ নেপালেও নগা মিকিৰৰ দোৱানৰ নিচিনাই এটা দোৱান হল হেতেন। এনে দুৰ্ভাবনা ভাবিব পাৰি, শিৱসাগৰৰ মিচনেৰি সকলে এইদৰে অসমীয়া ভাষাৰ নিমিত্তে যুজ কৰোঁতে দুজন

এজন দেশীয় ডেকায়ো তেওঁ বিলাকক বৰ সহায় কৰিছিল। সেই সকলৰ ভিতৰত সকলোতকৈ প্ৰধান স্বৰ্গীয় মহাত্মা আনন্দ ৰাম ঢেকিয়াল ফুকন।

১৭৫১ শকত আহিন মাহত ফুকনৰ জন্ম হয়, তেওঁ ১৮৪১ চনলৈকে গুৱাহাটিৰ ইংৰাজী স্কুলত পঢ়ি তাৰ পিচত কলিকতালৈ গৈ তাৰ হিন্দু কলেজত নাম লগাই, তিনি বৎসৰ মাথোন পঢ়িবলৈ পালে। আনেক কাৰণত সোনকালে অসমলৈ উভতি আহিব লগাত পৰিল। ফুকনৰ জ্ঞান আৰ্জ্জিবলৈ বৰ হেঁপাহ আছিল। তেওঁ কলেজ এৰি কলিকতাৰ পৰা গুচি আহিলেও ঘৰত আহি পঢ়া শুনা এৰি দিয়া নাছিল। তেওঁ গুৱাহাটিৰ সুনিপুণ পাদুৰী ব্লেণ্ড চাহাবৰ ওচৰত আকৌ ইংৰাজী পঢ়িবলৈ ধৰিলে। আৰু অলপ দিনৰ ভিতৰতে সকলোৱে জনা শুনা এজন বিখ্যাত লোক হৈ উঠিল। তাৰ পিছত ফুকনে আইন পঢ়িবলৈ ধৰে। অলপ দিনৰ ভিতৰতে আইন কানুনতো পকা হৈ উঠে।

অত দিনে কিন্তু ফুকনে অসমীয়া ভাষাৰ বিষয়ে একো ভবা নাছিল। পাদুৰী চাহাব সকলে অসমীয়া ভাষাৰ নিমিত্তে ইমান কৈ যতন কৰা দেখি ফুকনেও ভাবি চাই জানিলে, অসমীয়া ভাষাৰ উন্নতিৰ বাহিৰে অসমীয়া মানুহৰ উন্নতিৰ বাট নাই। সেই দিনৰ পৰা ফুকন পেটে সৈতে অসমীয়া ভাষাৰ ভকত হল। শিৱ-সাগৰৰ পাদুৰীবোৰে সৈতে একেগোট হৈ "অৰুণোদয়ত" অসমীয়া ভাষাৰে উপদেশ পূৰ্ণ ৰচনা লেখিবলৈ ধৰিলে। অসমীয়া মানুহক ইংৰাজী সাহিত্য আৰু বিজ্ঞানৰ শিক্ষাৰে চিনাকী কৰিবৰ মনেৰে ফুকন ডাঙ্গৰীয়াই ১৮৪৯ চনত "অসমীয়া লৰাৰ মিত্ৰ" নাম দি কেবা খনিও সাৰ গৰ্ভ পুথি লেখিবলৈ ধৰে, আৰু অসমত থকা ডাঙ্গৰ ইংৰাজ হাকিম সকলৰ আৰু দেশীয় ভাল ভাল মানুহ সকলৰ পৰা পচা তুলি তাৰে সেই দুখন পুথি প্ৰকাশো কৰিছিল। অসমীয়া মানুহৰ আগ্ৰহ নেদেখি আৰু গবৰ্ণমেণ্টেও সহায় নকৰাত তেওঁ আৰু তাৰ তৃতীয় ভাগ প্ৰকাশ নকৰিলে। ফুকনৰ "অসমীয়া লৰাৰ মিত্ৰৰ" নিচিনা কিতাপ অসমীয়া ভাষাত আজিলৈকে ওলোৱা নাই বুলিলেই হয়। বঙ্গদেশত পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ "বোধোদয়" যেনে, অসমত এসময়ত ফুকনৰ "লৰাৰ মিত্ৰও" তেনেকুৱা হৈছিল। এই বোৰৰ বাহিৰেও তেওঁ ১৮৫৫ চনত A few remarks on the Assamese language and on Vernacular education নামে এখন ইংৰাজী পুথি লেখি প্ৰচাৰ কৰে। তেওঁ এই পুথি খনিত দেখুৱাবলৈ চেষ্টা কৰিছে যে অসমীয়া ভাষা এটা স্বতন্ত্ৰ সাহিত্য থকা বেলেগ ভাষা আৰু অসমীয়া মানুহক অসমীয়া ভাষাৰে শিক্ষা দিয়া হে যুগুত। অসমীয়া ভাষাত ডাঙ্গৰ ডাঙ্গৰ বৈজ্ঞানিক আৰু দাৰ্শনিক

ভাব বিলাক প্ৰকাশ কৰিব নোৱাৰি বুলি যে অপবাদ দিয়া হৈছিল, ফুকনে এই পুথি খনিত তাক স্থন্দৰকৈ খণ্ডাইছে। তেওঁ বিপক্ষ সপক্ষ নানাবিধৰ যুক্তিৰে সৈতে এই কথা কেইটা প্ৰমাণ কৰি তালৈ ইংৰাজ বিষয়া সকলৰ মন আকৰ্ষিবলৈ প্ৰাণ টাকি চেষ্টা কৰিছিল। আৰু তেওঁৰ এই চেষ্টাৰ বহুত ভাল ফলো ধৰিছিল।

অসমীয়া ভাষা যে ভাৰতবৰ্ষৰ আন কোনো ভাষাতকৈ কোনো মতে নীহ নহয়, ফুকন ডাঙ্গৰীয়ায়ে এইটো কথা প্ৰথমতে সৰ্ব্বসাধাৰণক প্ৰমাণ কৰি দেখুৱায়। সঁচা কথা কবলৈ গলে আনন্দৰাম ঢেকিয়াল ফুকনে অসমীয়া ভাষাৰ উন্নতিৰ নিমিত্তে যিমান যত্ন কৰিছিল, আজিলৈকে কোনেও সিমান কৰা নাই। অসমীয়া মানুহৰ দুৰ্ভাগ্য বশতঃ তেওঁ নীচেই ডেকা বয়সত (৩০ বছৰ নৌ হওতেই) ইহলোক পৰিত্যাগ কৰিলে। নহলে তেওঁ অসমীয়া ভাষাৰ কত যে উন্নতি সাধিলে হেতেন, তাক কোনে কব? গবৰ্ণমেণ্টৰ চাকৰি কৰি তেওঁ যি এফেৰা আহৰি পাইছিল, তাক তেওঁ দেশীয় মানুহ আৰু ভাষাৰ উন্নতিৰ অৰ্থে খৰচ কৰিছিল। তেওঁৰ জীৱনত আৰ্হি লব লগীয়া বহুত ডাঙ্গৰ ডাঙ্গৰ গুণ আছে। সেই বোৰ গুণ বিবৰি কোৱা এনে এটা ক্ষুদ্ৰ প্ৰস্তাৱৰ কাম নহয়। এখন ডাঙ্গৰ কিতাপৰ কাম। ফুকনৰ যুক্তি সঙ্গত বিচাৰ, গভীৰ জ্ঞান, চোকা বুদ্ধি আৰু উদ্ভাবিকা শক্তি, কাৰ্য্যকাৰী বহুদৰ্শিতা আৰু উদাৰ দেশহিতৈষিতাৰ কথা শুনিলে আপোনালোকে আচৰিত নোহোৱাকৈ থাকিব নোৱাৰে। কৰ্ণেল হপ্‌কিন্‌স্‌ন্ চাহাবে যে ফুকনৰ বিষয়ে কৈ গৈছে, বঙ্গদেশত ৰামমোহন ৰায় যেনে, অসমত আনন্দৰাম ঢেকিয়াল ফুকনো তেনে আছিল। কিন্তু সেই দুই দেশৰ অৱস্থাৰ প্ৰভেদলৈ আৰু আনন্দৰাম ফুকনৰ নিজৰ উন্নতিৰ নিমিত্তে যিমান স্থচল আছিল, তালৈ চাই তেওঁক ৰামমোহন ৰায়ত কৈও অসাধাৰণ লোক বোলা উচিত। ইয়াৰ এটা আখৰো মিছা নহয়। বঙ্গালী ভাষা ৺ৰাজা ৰামমোহন ৰায়ৰ ওচৰত যিমান ধৰুৱা, অসমীয়া ভাষাও ৺আনন্দৰাম ঢেকিয়াল ফুকনৰ ওচৰতো সিমান ধৰুৱা। যেতিয়ালৈকে জগতত অসমীয়া ভাষাৰ শেষ শব্দ থাকিব, তেতিয়ালৈকে আনন্দৰাম ফুকনৰ নাম অসম আকাশত ভোটা তৰাৰ নিচিনা কৈ জিলিকি থাকিব।

অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে খৃষ্টান মিচনেৰি সকলৰ লগত যোগ দিয়া দেশীয় ভদ্ৰলোকৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকনৰ পিছতে নাম কৰিব লগীয়া ৺যদুৰাম ডেকা বৰুৱা। এওৱেঁই প্ৰথমতে ১৮৩৯ চনত অসমীয়া আৰু বঙ্গালী ভাষাত এখনি বৰ ডাঙ্গৰ অভিধান লেখে। অভিধান খনি সংগ্ৰহ কৰি তেওঁ

কৰ্ণেল জেঙ্কিন্সনক ভেটি দিয়ে। জেঙ্কিন্সনে আকৌ তাকে শিৱসাগৰৰ মিচন্ চেচাইটিক দান কৰে।

৺যদুৰাম বৰুৱাৰ এই অভিধান খনিকে গঢ়িলা লৈহে পিছত ব্ৰন্সন্ চাহাবে অসমীয়া ভাষাৰ অভিধান খনি লেখে। ৺যদুৰাম বৰুৱাই লেখা পূৰা অভিধান খনি, কৰবাত পোৱা যায় নে নেযায় আমি এতিয়াও জানিব পৰা নাই। তথাপি সি যেতিয়া ছপা হৈ ওলোৱা নাছিল ইমান দিনৰ অপ্ৰতিপালত নষ্ট হোৱাই সম্ভৱ। এই অভিধান খনি ৺আনন্দৰাম ঢেঁকিয়াল ফুকনে দেখি কৈ গৈছে, বোলে ৺যদুৰাম ডেকা বৰুৱাৰ অভিধান খনি, এখনি বৰ ডাঙ্গৰ অভিধান। আৰু ইয়াত প্ৰায় এটাই বোৰ অসমীয়া শব্দই আছে। আখৰ যোটনি সম্বন্ধে সেই কালৰ অসমীয়া ভাষাৰ লেখক সকলে, কি চাহাব, কি দেশীয় সকলোৱে যদুৰাম বৰুৱাৰ আৰ্হি লৈছিল। ৺যদুৰাম বৰুৱাৰ মতে, আমি যিটো কথা যেনেকৈ উচ্চাৰণ কৰোঁ, তাক লেখোঁতেও তেনেকৈ লেখিব লাগে। সেই বাবে তেওঁ এক উচ্চাৰণৰ আখৰ বিলাকৰ ( যেনে শ, ষ, স, চ, ছ, জ, ঝ, ) ভিতৰৰ এটা আখৰৰ মাথোন ব্যৱহাৰ কৰি ইবোৰ এৰি দিছিল। যথাৰ্থ কথা কবলৈ গলে, তেনে মতৰ বাবে ৺যদুৰাম বৰুৱা অলপো দোষী নহয়। আচলতে উচ্চাৰণলৈ চাই হে কথা লেখা উচিত। সেই বুলিয়েই পাৰিলে এটা শব্দৰ মূল হেৰাবলৈ দিব নেলাগে। আজিকালি আখৰ যোঁটাওতে শব্দৰ মূল আৰু উচ্চাৰণ দুইটা ৰাখিবলৈ চেষ্টা কৰা হৈছে। আৰু যত মূল ৰাখিলে উচ্চাৰণত বিশেষ ব্যাঘাত হয়, ততহে মূল এৰি দি ৺যদুৰাম বৰুৱাৰ আৰ্হিৰে কেৱল উচ্চাৰণকে মাথোন ৰখা হয়। ৺যদুৰাম ডেকা বৰুৱা অসমীয়া ভাষাৰ প্ৰতি জনচনৰ ( Dr. Johnson ) নিচিনা হলেও অসমীয়াৰ ভিতৰত কোনো বচৱেল ( Baswell ) নথকাত তেওঁৰ নাম অতি কম লোকেহে জানে। মই অতি দুখেৰে জনাও যে তেওঁ গোলাঘাটত এজন সকলোৱে জনাশুনা মুঞ্চিফ আছিল। ইয়াৰ বাহিৰে তেওঁৰ জীৱনী সম্বন্ধে আৰু একো নাজানো। যি যতন কৰি ৺যদুৰাম ডেকা বৰুৱাৰ জীৱনী বিষয়ে কথা বিলাক গোটাই প্ৰকাশ কৰে, তেওঁ যে সকলোৰে শলাগৰ পাত্ৰ হব তাক আৰু কবই নেলাগে। ৺আনন্দৰাম ঢেকিয়াল ফুকন ৺যদুৰাম ডেকা বৰুৱাৰ বাহিৰে আৰু দুজন অসমীয়া ডাঙ্গৰিয়াই অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে যথেষ্ট পৰিশ্ৰম কৰিছিল। এজন ৺ৰাধানাথ বৰ বৰুৱা, আনজন ৺কাশীনাথ তামুলি ফুকন। এই দুজনে গোট খাই ১৮৪৪ চনত অসম দেশৰ এখনি বুৰঞ্জী পুথি গোটাই প্ৰকাশ কৰিছিল। তেওঁবিলাকে আহোমৰ ভাষাত লেখা বুৰঞ্জীৰ পৰা বাইলুং আদিৰ সহায়ত এই পুথি খনি গোটাওঁতে তেওঁ

বিলাকৰ যে বহুত পৰিশ্ৰম কৰিব লগীয়া হৈছিল অলপো তাত সন্দেহ নাই। পূৰ্ব্বে ১৮২৯ চনত ৺হলিৰাম ফুকন ডাঙ্গৰীয়াইও বঙ্গালী ভাষাত এখন অসমবুৰঞ্জী প্ৰকাশ কৰিছিল হয়, বৰ বৰুৱা আৰু তামুলি ফুকনৰ বুৰঞ্জী তাত কৈ অনেক ডাঙ্গৰ। কবলৈ গলে এই খনিয়েই অসমীয়া ভাষাত ছপা হোৱা প্ৰথম বুৰঞ্জী। নকৈ ছপা নোহোৱাত এই সুন্দৰ পুথি খনিৰ নাম নুমাব লগা হৈছেহি। পুথি খনি যেনে সাৰুৱা, কোনোৱে নকৈ ছপা কৰিলে তেওঁৰ যে দইন পৰিব আমি এনে নেভাবোঁ। এই দৰে বঙ্গালী বিষয়া আৰু ইংৰাজী হাকিম বিলাকৰ কোপ দৃষ্টিত পৰিও খৃষ্টিয়ান মিচনেৰি আৰু দেশহিতৈষী অসমীয়া ডাঙ্গৰীয়া সকলৰ যত্নত অসমীয়া ভাষা অলপ অলপ কৈ উন্নতিৰ ফালে আগবাঢ়িব ধৰিছে। অসমীয়া ভাষাৰ অভিধান ব্যাকৰণ ছপা হল, বুৰঞ্জী ছপা হল, অসমীয়া ভাষাত কাকত ওলাল। এই বোৰ দেখি শুনি অসমীয়া ভাষাৰ শত্ৰু বিলাকৰ মুখও আগতকৈ জাপ খালে। এনে সময়তে বঙ্গদেশৰ ( তেতিয়া বঙ্গদেশ আৰু অসম দেশ, এজন সৰু লাট চাহাবৰ দ্বাৰাই শাসিত হৈছিল ) সৰু লাট, স্যাৰ জৰ্জ্জ কেম্বেলে, ১৮৭১ চনত অসমীয়া ভাষাক আকৌ আগৰ ঠাইত থাপিলে। অৰ্থাৎ অসম দেশৰ পঢ়াশালি আৰু আদালত বিলাকৰ পৰা বঙ্গালী ভাষা উঠাই তাৰ থলত অসমীয়া ভাষা ব্যৱহাৰ কৰিবলৈ আদেশ কৰিলে।

সেই দিনৰ পৰা অসমীয়া ভাষাৰ সোঁতে যিটো গতি ললে সেই গতিতেই আজিলৈকে চলি আছে। উদাৰ প্ৰকৃতিৰ কেম্বেল চাহাবে, অসমীয়া ভাষাৰ ভাল ভাল লোক সকলক বঁটা দি উৎসাহ দিয়াত অসমীয়া ভাষাত তেতিয়াৰ পৰা বহুত ন ন লেখাৰু ওলাবলৈ ধৰিলে। আৰু দুখন এখন কৈ সাৰুৱা কিতাপেও ৰদৰ পোহৰ দেখিলে। স্যাৰ জৰ্জ্জ কেম্বেলৰ দিনৰ পৰা আজিলৈকে, কুৰি বছৰত বহুত অসমীয়া ভাল ভাল লেখক ওলাইছে। আৰু কিতাপ পুথিও লেখা হৈছে, ছপা হৈছে। সেই বিলাকৰ বিষয়ে আপোনা সকলে জানেই। সেইবাবেই আৰু নকৈ কোৱাৰ একো প্ৰয়োজন নেদেখোঁ। তেওঁ বুলি মই আপোনা সকলৰ আগত দুজন অসমীয়া ভাষাৰ লেখকৰ উল্লেখ নকৰি থাকিব নোৱাৰো। তেওঁ বিলাক দুজনৰ নাম আৰু তেওঁবিলাকে অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে কি কি কৰিছে তাৰ কথা নোকোৱাকৈয়ে মই যদি অসমীয়া ভাষাৰ বুৰঞ্জী সামৰোঁ, তেতিয়া হলে তাক অসমীয়া ভাষাৰ পূৰা বুৰঞ্জী কেৱে নোবেলে। মই কাৰ কথা ভাবিছোঁ বোধকৰোঁ আপোনা সকলে মই নৌ কওঁতেই বুজিব পাৰিছে। এজন ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰ, যি আজি আমাৰ সভাপতিৰ আসনত বহি গোটেইখন সভাক এনেকৈ শুৱাই ধৰিছে। আনজন শ্ৰদ্ধাস্পদ ডাঙ্গৰীয়া শ্ৰীযুক্ত হেমচন্দ্ৰ বৰুৱা। যদিও

আপোনালোক সকলোৱে জানে ডাঙ্গৰীয়া গুণাভিৰাম বৰুৱাই, অসমীয়া সাহিত্যৰ কিমান উপকাৰ সাধিছে, তথাপি ডাঙ্গৰীয়াৰ প্ৰতি মোৰ আন্তৰিক শ্ৰদ্ধা আৰু ভক্তিৰ নিদৰ্শন স্বৰূপে, কেই আষাৰ মান কথা নোকোৱাকৈ এনে সুযোগ কোনো-মতে এৰি দিব নোৱাৰোঁ। ডাঙ্গৰীয়া গুণাভিৰাম বৰুৱাৰ গাত, বিনয়, সৰলতা, ঔদাৰ্য্য, পৰোপকাৰিতা, আদি যি বিলাক অসংখ্য গুণ আছে, তাৰ ভিতৰত তেওঁৰ স্বদেশৰ প্ৰতি অকপট চেনেহেই সকলোতকৈ প্ৰধান। অসমীয়া মানুহৰ প্ৰতি মৰমেই, তেওঁৰ অসমীয়া ভাষাৰ প্ৰতি মৰমৰ মূল কাৰণ। তেওঁ অসমীয়া মানুহক পেটে সৈতে ভাল পায়, সেই গুণে অসমীয়া মানুহৰ মুখৰ মাত অসমীয়া ভাষাও তেওঁৰ ভাল পোৱাৰ বস্তু। আৰু সেই বাবেই তেওঁ নানাবিধ জঞ্জালত ব্যাপৃত থাকিও অসমীয়া ভাষাৰ কিতাপ বচা সভাৰ চেক্ৰেটৰী হবলৈ আগবাঢ়িছিল আৰু তেওঁৰ আন আন কৰিবলগীয়া কামৰ পৰা অবসৰ পালেই তাক অসমীয়া সাহিত্যৰ উন্নতিৰ নিমিত্তে উসৰ্গি দিছিল। অসমীয়া সাহিত্যৰ উন্নতি সাধিবলৈ যত বিলাক বাট আছে আপোনাসকলে তাৰ এটাই বোৰতে গুণাভিৰাম বৰুৱাৰ খোজৰ চিন্ দেখিবলৈ পাব।

নাটক, জীৱন চৰিত, বুৰঞ্জী, ভূগোল, বিজ্ঞান, আদি এটা সাহিত্যৰ সৰ্ব্বাঙ্গ পূৰ কৰিবলৈ যিবোৰ পুথি লাগে, প্ৰায় এটাইবোৰৰে একোখন তেওঁ লেখিছে, তেওঁৰ এই কিতাপ বিলাক অসমীয়া সাহিত্য ভড়ালৰ একোখানি বহুমূলীয়া ৰত্ন। গুণাভিৰাম বৰুৱাই যি উৎসাহেৰে অসমীয়া সাহিত্যত পোনতে হাত দিছিল, এতিয়া এই বুঢ়া বয়সতো তেওঁৰ সেই উৎসাহ অলপো কমা নাই। অলপ দিন হৈছে মাথোন "আসামবন্ধু" উলিয়াই তেওঁ অসমীয়া সাহিত্যৰ বহুত উপকাৰ কৰিলে। যদিও অসমীয়া মানুহৰ দোষত "আসামবন্ধু" বহুত বছৰ টিকিব নোৱাৰিলে, তথাপি যি অলপ দিন সি জীয়াই আছিল তাৰ ভিতৰতে সি মাহেকীয়া কাকতৰ আচল কাম কি তাক ভালকৈ দেখুৱাইছিল। "আসাম বন্ধুৰ" আগেয়ে অসমত যিবোৰ মাহেকীয়া কাকত ওলাইছিল, সেই এটাইবোৰ নামতহে মাথোন মাহেকীয়া কাকত আছিল। ডাঙ্গৰীয়াৰ অসমীয়া ভাষালৈ যে মৰম অসীম আৰু এই বুঢ়া বয়সতো যে তেওঁৰ হৃদয়ত উৎসাহ অপাৰ, তাৰ ফটফটীয়া প্ৰমাণ এই, যে তেওঁ কষ্টকৈ আহি আমাৰ সভাৰ আজি সভাপতিৰ আসনত বাহি আমাকো উৎসাহিত কৰিছেহি। ডাঙ্গৰীয়া হেমচন্দ্ৰ বৰুৱাৰ ওচৰতো অসমীয়া ভাষা আৰু সাহিত্য কিমান ধৰুৱা মই তাক কৈ শেষ কৰিব নোৱাৰোঁ। তেওঁ সৰু কালৰ পৰা অসমীয়া ভাষাৰ উন্নতিৰ নিমিত্তে, বহুত খাটিছে আৰু আমি দেখাত সেই খাটনিৰ সম্পূৰ্ণ সুফল ধৰিছে। অসমীয়া ভাষাৰ দোষ গুণবিলাক তেওঁৰ দৰে পাত পাত কৈ চাই, এটা মত গঢ়ি লোৱা মানুহ

গোটেইখন দেশত দুটা আছেনে নাই সন্দেহ। আন আন সাহিত্যলৈ চকু দিলে দেখা যায়, সাহিত্য আৰু ভাষাৰ গুৰিয়ালৰ নিচিনা হবলৈ মানুহে অসংখ্য কিতাপ পুথি লেখিব লাগে। কিন্তু হেমচন্দ্ৰ বৰুৱাই নিচেই তাকৰ পুথি লেখিও অসমীয়া ভাষাৰ গুৰিয়ালৰ নিচিনা। তেওঁৰ "কানীয়াৰ কীৰ্ত্তন" অসমৰ কানী খোলাৰ এখনি ফটফটীয়া চিত্ৰ, "বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী" অসম সমাজৰ ভিতৰ ভাগ কেনে পচা আৰু ঘিনলগা তাৰ প্ৰকৃত বুৰঞ্জী। হেমচন্দ্ৰ বৰুৱাৰ "কানীয়াৰ কীৰ্ত্তন" আৰু "কোৱা ভাতুৰী" নপঢ়া অসমীয়া মানুহ বোধকৰোঁ নিচেই কমহে আছে, আৰু কিতাপ দুখনিৰ পৰা সদাই যেন ৰস টোপাটোপে পৰিব লাগিছে, যতবাৰ পঢ়া কেতিয়াও আমনি নেলাগে। তেওঁ স্কুলীয়া ছাতৰৰ নিমিত্তে কেবা খনিও পুথি লেখি গবৰ্ণমেণ্টৰ পৰা বঁটা পাইছে। কিন্তু তেওঁ লেখা সকলো কিতাপৰ ভিতৰত তেওঁৰ "অসমীয়া ভাষাৰ ব্যাকৰণেই" ৰজা। অসমীয়া ভাষাত আজিলৈকে যত ব্যাকৰণ ওলাইছে, তাৰ ভিতৰত এই ব্যাকৰণেই আচল ব্যাকৰণ নামৰ যোগ্য। এই ব্যাকৰণখনিৰ পৰাই অনেকেই হেমচন্দ্ৰ বৰুৱাক অসমীয়া ভাষাৰ ওজা বুলি ভাবে। মোৰ মনেৰে হলে তেওঁ সম্পাদন কৰা "আসাম নিউচে" অসমীয়া ভাষাৰ নিমিত্তে যিমান কৰিলে, তেওঁ লিখা এখনি কিতাপেও সিমান কৰিব পৰা নাই। যেতিয়া প্ৰথমে 'আসাম নিউচ' ওলাল, তাৰ ভাষা দেখি মানুহে অনেক ইতিকিং কৰিছিল: অনেক দোষ ধৰিছিল, বোলে, কি ভাত খোৱা, মাছ খোৱা ভাষাৰে বাতৰি কাকত লেখে? তাৰ মূৰত থকা "সাতদিনীয়া কাকত" এই ফাঁকিতো দেখি অনেক ঠাট্টা কৰি কৈছিল বোলে "কাকত" নেলেখি "তুলাপাত" লেখিলে আৰু আচল অসমীয়া হব। কিন্তু গালি শপনি খাই "আসাম নিউচৰে" শেষত জয় হল। অশলাগী অসমীয়া মানুহৰ অনুগ্ৰহত "আসাম নিউচ" মৰিশালি পালে। "আসাম নিউচে" যি ভাষা শিকাই গল, আজি কালি অসমীয়া গদ্য ভাষাই তাকেহে আওৰাইছে। শ্ৰীযুক্ত হেমচন্দ্ৰ বৰুৱাই "শব্দকোষ" নাম দি অসমীয়া ভাষাৰ যিখন অভিধান লেখিছে, সি কেতিয়াবা দিনৰ পোহৰলৈ ওলালে আমি আৰু অভিধানৰ নিমিত্তে চিয়ঁৰ বাখৰ কৰিব নলগা হব। ডাঙ্গৰীয়া হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা দুই জনেই বুঢ়া হৈছেহি। জগদীশ্বৰৰ ওচৰত অন্তৰে সৈতে কামনা কৰিছোঁ, যেন দুয়োজন ডাঙ্গৰীয়া আৰু অনেক কাল সুস্থ শৰীৰে থাকি, জাতীয় সাহিত্য পুৰঠ কৰিব পাৰে। তৃতীয় যুগৰ বিষয়ে আৰু এটা কথা কলেই অসমীয়া ভাষাৰ বুৰঞ্জীৰ বিষয়ে মোৰ কব লগীয়া অন্ত পৰিব।

এই যুগৰ প্ৰধান লেখক সকলৰ কথা মই যি পাৰোঁ অলপ কলোঁ। এতিয়া এই যুগতনে আজিলৈকে কি কি সাকুৰা কিতাপ ওলাইছে, তাৰ কথা এবাৰ ভাবি চোৱা যাওক। আপোনালোকৰ আগত কৈ আহিছো যে অসমীয়া ভাষাৰ সলনি অসম দেশত বাঙ্গালী ভাষা চলোৱাৰে পৰা আকৌ ঘূৰি অসমীয়া ভাষাক আগৰ ঠাইত থপালৈকে, খৃষ্টিয়ান মিচনেৰি সকলেই যি এখন দুখন কিতাপ উলিয়াইছিল, তাৰ পিচভাগত দেশীয় যি দুজন এজন ডাঙ্গৰীয়াই অসমীয়া ভাষাৰ প্ৰতি কৃপা দৃষ্টি কৰিছিল, তেওঁবিলাকৰ কাল অসমীয়া ভাষাক আগৰ ঠাইত বহুৱাবলৈ যুজ কৰোঁতেই গল। তেনে একো ভাল কিতাপ ওলাবলৈ নেপালে। তাৰ পিছত যেতিয়া অসমীয়া ভাষা পুনৰ অসমৰ আদালত আৰু পঢ়াশালিত চলিবৰ হুকুম হল, তেতিয়াৰ পৰা অসমীয়া ভাষাত বহুত ভাল ভাল কিতাপ ওলাব লাগিছিল। কিন্তু দুখৰ বিষয় আপোনাসকলৰ আগত নাম কৰিব লগীয়া অতিকম কিতাপহে ওলাইছে। শ্ৰীযুক্ত ৰায় গুণাভিৰাম বাহাদুৰৰ "আসাম বুৰঞ্জী" আৰু ডাঙ্গৰীয়া হেমচন্দ্ৰ বৰুৱাৰ "অসমীয়া ভাষাৰ ব্যাকৰণ" এই দুখন কিতাপ বাদ দি ধৰিলে original সাহিত্যৰ ঘৰত কিজানি শূণ্যহে দিব লাগিব। অৱশ্যে স্কুলীয়া ছাতৰৰ নিমিত্তে অনেক শলাগিব লগীয়া কিতাপ ওলাইছে কিন্তু এইবোৰ কিতাপে জাতীয় সাহিত্যক কিমান চহকী কৰিছে তাকহে কব নোৱাৰোঁ। এতিয়ালৈকে তেনে একো ভাল কিতাপ নোলালেও, এটা কথা দেখি আমি পেটে সৈতে বৰ ৰঙ্গ পাইছোঁ, যে আজি কালি অসমীয়া ভাষাই এটা ঠগ লব খুজিছে। আৰু শিক্ষিত ডেকা সকলে অসমীয়া ভাষাৰ ফাললৈ সদয় দৃষ্টি কৰিছে। এই ডেকা সকলৰ অনেক কালত ভাল লেখক হবগৈ পাৰিব বুলি আমাৰ বৰ আশা হৈছে। অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ নিমিত্তে, এই দুইটি বৰ লাগতিয়াল বস্তু। জগদীশ্বৰে আমাৰ আশা সফল কৰক।

---

## স্তুতি।

সকলোৰে পিতা তুমি, তুমি বিশ্বময়,  
সকলো দেশতে পূজ্য সকলো সময়,  
কি জ্ঞানী, অজ্ঞানী, সাধু সকলোৱে সমে  
পূজিছে 'যিহোৱা' 'প্ৰভু' আদি নামে।

জ্ঞানৰ অতীত তুমি অনাদি কাৰণ,
ৰাখিছা জ্ঞানক মোৰ কৰি আচ্ছাদন ;
এইমাত্র জানো প্রভু তুমি দয়াময়,
আৰু জানো মই মূঢ়মতি অতিশয়।

যদিও ৰাখিছা এনে অন্ধ অৱস্থাত,
দিছা শক্তি ভাল বেয়া বাচিবৰ গাত ;
ভাগ্যৰ লগত টানি বান্ধিও জীৱক,
দিছা চিৰস্বাধীনতা নৰৰ মনক।

বিবেক যি কৰে মোক কৰ্ম্মৰ বিধান,
হক যেন ৰতি তাত স্বৰ্গৰ সমান ;
অথবা নকৰ বুলি যি কাম দঢ়ায়,
হক যেন ঘিণ তাত নৰকৰ প্রায়।

অপাৰ কৃপাৰ গুণে যি দিছা ঈশ্বৰ,
অসন্তোষ তাত যেন নহয় মনৰ ;
তেতিয়া হে ৰাখে লোকে তোমাৰ সন্মান,
যেতিয়া সুখেৰে ভোগে তুমি দিয়া দান।

কেৱল ই এচমকামান পৃথিবীতে,
ৰইছে তোমাৰ দয়া নাভাবো কচিতে ;
আৰু যেন তুমি মাত্র নৰৰে ঈশ্বৰ,
নেভাবোঁ যি হেতু প্রভু সহস্র বিশ্বৰ।

এই যেন বলহীন অজ্ঞানৰ হাত,
নেপেলায় পাপী ভাবি দণ্ড কাৰো গাত ;
তাকো যেন নকৰিম মন্দ ব্যৱহাৰ,
ভাবোঁ যাক পৃথিবীত বিপক্ষ তোমাৰ।

ধাবিত ন্যায়ৰ তুল যদি ৰইছোঁ সমান,
তাতে যেন ৰাখা প্রভু কৰি কৃপাদান ;
যদিহে ভ্রমত থাকোঁ অন্যায় আচৰি,
শিকোৱাঁ হৃদয়ে লক সুপথ বিচাৰি।

যি যি বস্তু দিছাঁ প্ৰভু ভাবি মোৰ হিত,
কদাচিতো যেন তাত নহওঁ গৰ্ব্বিত ;
নিদিছা যি বস্তু যেন তাতো দয়াময়,
নহয় কদাপি অসন্তোষৰ উদয় ।

শিকোৱঁা পৰৰ দুখ ভাবোঁ আপোনাৰ,
দেখিলেও পৰ দোষ নকৰোঁ প্ৰচাৰ ;
দয়াময় যি দয়া বিহিছা মোৰ প্ৰতি,
দেখাওঁ অন্যকো যেন তাকে দিয়া মতি ।

যদিও অধম মই নহওঁ তিমান,
কিয়নো তুমিয়ে প্ৰভু দিছাঁ এই প্ৰাণ ;
চলোৱাহে দয়াময় তোমাৰ অধীনে,
জীৱন মৃত্যুৰ মুখে যাওঁ যেই পোনে ।

যি আছে ই জগতত সকলোৱে থ'ক,
কেৱল আজিৰ প্ৰভু অন্ন শান্তি হক ,
ভাল বেয়া দিয়া জানে তোমাৰ চৰণ,
তোমাৰ ইচ্ছাই যেন হয় সম্পূৰণ ।

সকলো ভুবন প্ৰভু তোমাৰ ভৱন,
সাগৰ পৃথিবী শূণ্য পৱিত্ৰ আসন ;
সকলো প্ৰাণীয়ে যেন এক গীত গাই,
প্ৰকৃতিও পূজে যেন ধূনা উৰুৱাই ।

---

## বিজুলী ।

জগতক হাঁহিৰে বুৰাই,
মন প্ৰাণ নয়ন জুৰাই,
স্বৰগৰ শোভা দেখুৱাই,
চকমক্ চিক্‌মিক্ কৰি,
জীৱৰ জীৱনি তেজ হৰি,

কিয়হে বিজুলী তুমি,
ঘনে ঘনে জুমি জুমি,
লুকুৱাঁ লুকুৱাঁ দেবী মেঘৰ বুকত ?
সৰু লৰা যেনেকুৱা ঘৰৰ চুকত।
কোৱাঁচোন কোৱাঁ দেবী কোৱাঁ
কাৰ ভয়ে ইদৰে লুকুৱাঁ ?
কাৰ ভয়ে ইদৰে সদাই,
জগতৰ চকু চমকাই,
ততালিকে দেখা দিয়াঁ,
ততালিকে মাৰ যোৱাঁ,
আকৌ বা ঘূৰি আহি চক্‌মক্ কৰাঁ।
জগতত মেলি দিয়া ৰূপৰ নিঝৰা ?
কিবা কাৰবাৰ সৈতে প্ৰণয় কৰিছাঁ !
কাৰবাক মন প্ৰাণ হৃদয় সঁপিছাঁ ?
তাকে কি চাবৰ মনে,
এই দৰে ঘনে ঘনে,
মেঘৰ বুকুৰ পৰা মুখ উলিয়াই,
পৰাণ সঁপিছা যাক সি জনক চাই,
চকুৱে চকুৱে পৰি,
লাজতে কি এনে কৰি,
স্বৰ্ণ-লতা হেন দেহ ঢাকিছা মেঘত ?
কিবা অভিমান কৰি লুকুৱা ঠৈহত ?
নতুবা তোমাৰ কোনো লগৰীয়া আছে,
এই পৃথিবীৰ ওপৰত ?
তাৰেই কি সইতে ইদৰে,
লগৰীয়া প্ৰণয়ৰ ভৰে,
ঘনে ঘনে আহি এনেকৈ,
'কুক্‌ভা', 'কুক্‌ভা', বুলিকৈ,
খেলিছা লুকা-ভুমুকা মেঘৰ আঁৰত,
তাতেই হে হাঁহা ঘনে সুখৰ ভৰত।

নতুবা তুমিয়ে সেই উৰ্ব্বশী অপ্সৰা।
আৰ্য্য কবি কল্পনাৰ উচ্চৰূপ ধৰা?
দুন্দুভিৰ তালৰ চেৱত,
ইন্দ্ৰ আদি দেৱৰ আগত,
ৰূপেৰে বুৰাই দেৱপুৰি,
নাচিছা কি ঘনে ঘূৰি ঘূৰি?
তাৰেই কি এসূতি ওলাই,
জগতক নিচেহি ঢৌৱাই,
তাৰেই কি এসূতি ওলাই,
জগতক ইদৰে চঁকাই!
কোৱাঁচোন কোৱাঁ দেবী কোৱাঁ,
তুমিয়ে উৰ্ব্বশী সেই হোৱা নে নোহোৱা।
নতুবা কি তুমি কোনো দেৱতাৰ বালা,
বাট হেৰুৱাই আহি পৃথিবী ওলালা?
পিচে জানো মেঘে দেখা পাই,
থাপমাৰি নিয়ে উৰুৱাই?
তাতে কি বিজুলী তুমি ঘনে,
পলাবৰ চেষ্টা কৰি মনে,
চঁকি চঁকি ইদৰে ওলোৱাঁ,
মেঘৰ গাজনি শুনি আকৌ পলোৱাঁ,
কাৰ ফালে এনেকই চোৱা,
কাৰ ফালে কৰি এনে কটাক্ষৰ শৰ,
পলোৱা বা কৰি চুৰ কাৰ মন ঘৰ?
তোমাৰ হাঁহিটি মোৰ বৰ মিঠা লাগে,
হাহাঁ দেবী হাহাঁ এটিবাৰ,
সদাই সি হাঁহি মোৰ হৃদয়ত জাগে।
হাঁহা দেবী হাঁহা এটিবাৰ,
সি হাঁহিয়ে হৃদয় জুৰায়,
হাঁহা দেবী হাঁহা এটিবাৰ,

শিৰে শিৰে তাড়িতৰ সোঁত বৈ যায়।
হাহঁা দেবী হাহঁা এটিবাৰ,
সি হাঁহিৰ লগে লগে হৃদয়-থুপিত,
সুখ-ফুল ফুলি মন কৰে আমোলিত।
অন্তৰাত্মা সি হাঁহিৰ লগে,
নাচি নাচি উঠে উলাহতে;
সি হাঁহিৰ লগে লগে হৃদয় তন্ত্ৰীত
ললিত পঞ্চম বাজে অতি সুললিত।
আহা দেবী আহা মোৰ হৃদয়ত লওঁ,
হৃদয়ৰ হৃদয়ত, দিন ৰাতি অবিৰত
সাঁচিছোঁ যিমান কথা, পাইছোঁ যিমান ব্যথা,
ভুগিছোঁ যিমান দুখ, লভিছোঁ যিমান সুখ,
এটি এটি কৰি দেবী সকলোটি কওঁ,
হৃদয়ৰ তলা মেলি সকলো দেখাওঁ,
শিলা সম দুখ ভাৰ কিছু পাতলাওঁ।
আহাঁ দেবী আহাঁ দেবী আহাঁ,
হৃদি-আসনত বহি সি হাঁহিটি হাঁহা।
ইৰূপ হাঁহিটি হাঁয় হাঁয়!
দেখি যাক পৰাণ জুৰায়,
অসুৰৰ জিভা কোনে কয়?
যি কয় সি মানুহ নহয়।
ই হাঁহি যে স্বৰগৰ হাঁহি,
ই হাঁহি যে কুসুমৰ পাহি,
ই হাঁহি যে অমিয়াৰে ভৰা,
স্বৰগৰ শোভাৰ নিঝৰা;
হায় হায় তাৰ মোল মৰ্ত্ত্য ভুবনত,
কি বুজিব উটে যিটো পাপৰ সোঁতত!

---

## কাকো আৰু হিয়া নিবিলাওঁ ।

( ১ )

সকলোৰে মুখে শুনো
তাতে বহি বহি গুণো,
মানুহে সচাঁনে ভাল পায় ?
কত ভাবোঁ কত পাওঁ,
কত ভাব হেৰুৱাওঁ,
একো তাৰ অৱধিকে নাই ।

( ২ )

এদিন ভাবিলোঁ মনে,
লম্ তত যেনেতেনে,
ভালপোৱা আছে কি জগতে,
এনে ভাবি একনক
সঁপি দিলোঁ হৃদয়ক,
গাঁথি প্ৰাণ এডালি দোলতে ।

এদিন দুদিন গল,
ক্ৰমে তিন দিন হল,
তথাপিও সি মুখকে চাওঁ ;
যতকে সি মুখ চাওঁ,
তত ন ন ৰস পাওঁ,
তত সুখে শৰীৰ বুৰাওঁ ।

সি মুখকে আগে থই,
কল্পনা লেখনী লই,
আকোঁ-ছবি হৃদয় ফলিত,
জানো পাছে মছি যায়,
ভাবি ঘনে ঘনে চাই,
লুকুৱাওঁ বুকৰ তলিত ।

কাকো আৰু হিয়া নিবিলাওঁ।



থাকোতে থাকোতে হাঁয়
বুকত ছবিটি নাই,
কান্দিলে বুকুৱে হাও হাও;
অনেক বিচাৰি চালোঁ
নেপায় শপত খালোঁ
কাকো আৰু হিয়া নিবিলাওঁ।

( ৩ )

মান্নুহে নাপায় ভাল,
ললোঁ জানি চিৰকাল,
কিন্তু ঘূৰি ভাবিলোঁ মনত,
সকলো কি এনেকুৱা,
দেখোঁ বাৰু কেনেকুৱা,
ভাল-পোৱা নাই নে বনত?
পুহিলোঁ ভাটৌ এটি,
গল দিন এটি ছুটি,
দিনে দিনে সিও হল বৰ;
কত দিলোঁ ধান পানী,
কত ন ন গুটি আনি,
যোগালোঁহি আগত ঠোঁটৰ;
কিন্তু হায় কাল হল,
ভাটৌটি উৰি গল,
বুলি তোৰ মুখকে নাচাওঁ;
ভাবি গতি নিয়তিৰ,
মনত কৰিলোঁ থিৰ,
কাকো আৰু হিয়া নিবিলাওঁ।

( ৪ )

কিন্তু যে নিলাজ মন,
ভাগিও নোহে ভগন,
তথাপিও লাগে ভাল-পোৱা,

আশা আহি উচটাই,
কাণে কাণে কৈ যায়,
ভাল-পোৱা প্ৰকৃতিত চোৱাঁ
এন্ধাৰ ওৰণি ঠেলি,
উঠিল অকাশে বেলি,
বনত ফুলিল ফুল দুটি,
দেখি মন থিৰ হল,
সকলো বেজাৰ গল,
গলোঁ সি দুটিৰ পাশে ছুটি ।
যিমান বেজাৰ পালোঁ,
যত ঘৰামুটি খালোঁ,
বুকু খুলি সকলো দেখিলোঁ ।
দেখি জোকাৰিলে মূৰ,
মোৰ সুৰে বান্ধি সুৰ,
ভাবো মনে এতিয়াহে পালোঁ

( ৫ )

এৰিলোঁ পিয়াহ ভোক
এৰিলোঁ বেজাৰ শোক,
থাকো মাথো সি দুটিকে চাই,
সি দুটিয়ে যেনে কৰে,
কৰোঁ মযো তেনে দৰে,
মই যেন আৰু মোত নাই ।
বতাহৰ তালে তালে
ফুল দুটি হালে জালে,
ঘনে ঘনে পাতত লুকাই,
ভাবোঁ নিলে কোনোবাই,
ফুৰোঁ জুমি জুমি চাই,
হাঁহি ঘূৰি আগতে ওলায় ।

ভোমোৰাটো লৰি আহে,
জানো পিছে ফুটে পাহে,
দিওঁ তাক দূৰেতে খেদাই,
বুকত সাবটি লওঁ,
কত কিযে কথা কওঁ;
জানে তাক নজনা জনাই।

( ৬ )

দিনৰ দিনটো হাঁহি
আগ্নেয় কুসুম পাহি,
ঢালে দেহ জুৰণি খাটত,
মোৰ ফুল দুটি হাঁয়,
এৰি মোক সৰি যায়,
জ্বালি জুই বুকুৰ মাজত,
কত হিয়া ধাকুৰাওঁ,
কত জুমি জুমি চাওঁ,
তেও তাক উভতি নাপাওঁ,
অনেক বিচাৰি চালোঁ,
নেপায় শপত খালোঁ,
কাকো আৰু হিয়া নিবিলাওঁ।

( ৭ )

চকুত পলক নাই,
বহি থাকোঁ কিবা চাই,
মাজে মাজে মুখে বোলাঁ "হায়"
হৃদয়ৰ তলা ফুটি,
হুমুনিয়া এটি উঠি
লাহে লাহে হামিত মিলায়,
শূণ্য মনে, কলা মুখে
দেখোঁ আকাশৰ বুকে,
তৰা দুটি হাঁহে মোক চাই,

ভাবোঁ মনে কৰোঁ থিৰ,
অৰ্থ আছে হাঁহিটিৰ,
মোৰে ফুল দুটি হব পায় !
সি গুণেই মোক চাই,
হাঁহি মাৰে মিচিকাই,
মাতে মোক টিপিয়াই চকু,
সি গুণেই এনে কৰি,
ধীৰে ধীৰে লৰিচৰি,
তালে তালে নচুৱাই বুকু ;
সকলো পাহৰি যাওঁ,
যতকি বেজাৰ পাওঁ
বান্ধো ঘূৰি হৃদয়ত বল,
আকৌ আগৰ দৰে
থৌকিবাথৌ কৰে
অন্তৰত প্ৰণয়ৰ ঢল ।

( ৮ )

তৰা দুটি হাঁহি থাকে,
মেঘ উঠি জাকে জাকে
উৰি আহি গুজৰি গুমৰি,
ভোমোৰা আহিছে বুলি
কত কি যে গালি ভুলি,
ডাবি দিওঁ চিয়ঁৰি চিয়ঁৰি,
কিন্তু হায় মেঘ জাক
নুশুনি নেমানি হাক,
ঢাকি ধৰে তৰা দুটি মোৰ,
কি কৰিম কি নকৰোঁ,
ভাবোঁ উঠোঁ বহোঁ পৰোঁ,
দেখি তাক হাঁহে মেঘৰোৰ,

কাকো আৰু হিয়া নিবিলাওঁ। 

বুকু মোৰ ফাটি যায়,
নেদেখোঁ একো উপায়
সহি থাকোঁ যত লাজ পাওঁ,
তথাপিও চকু তুলি,
তৰা ছুটি আছে বুলি
আকাশৰ ফালে ঘনে চাওঁ।

( ৯ )

কিন্তু হাঁয় নাই নাই,
আকাশ কুসুম প্ৰায়,
আশা যায় বায়ুত মিলাই,
যত ভাব অবিৰত
সাঁচিছিলো হৃদয়ত
সকলো পেলালোঁ দলিয়াই,
কাম নাই কাম নাই,
ভাল-পোৱা কতো নাই,
ভাল পোৱা অৰ্থহীন কথা,
যি কোনোৱে ভাল পায়,
আছে জনা তাৰে ঠাই,
আকাশত বালি-দুৰ্গ গথাঁ ;
যি এদিন বাচি থাকোঁ,
কাকো আৰু বুকে নাকোঁ,
কাৰো আৰু মুখক নাচাওঁ
যায় যক ফাটি বুকু
কান্দে বা কান্দক চকু,
কাকো আৰু হিয়া নিবিলাওঁ।

---

## ৺ আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা ।

অকস্মাৎ কিয় আজি সুৰলোকে
আনন্দৰ ধ্বনি উঠিছে ঘনে ।
গাইছে গন্ধৰ্ব্বী, নাচিছে ত্ৰিদিব,
লৰে দেৱদূত আনন্দ মনে ॥
কিয় জ্যোতিৰ্ম্ময় স্বৰগ দুৱাৰ
অকস্মাৎ আজি মুকলি হল ।
লগে দেৱবালা, সৰস্বতী আই
বিমান পথত অপেক্ষি ৰল ॥
ইকি ইকি চোৱা অসম গৌৰৱ,
ভাৰতৰ ধন আনন্দৰাম ।
সুবৰ্ণ ৰথত, আলোকি বিমান,
কৰিছে প্ৰয়াণ শান্তিৰ ধাম ॥
চোৱা চোৱা লগে সৰস্বতী আই,
উলাহ মনেৰে কোলাত তুলি ।
পানী কৰি তেজ, খাটি মোৰ গুণে,
কত ভাগৰেৰে আহিছা বুলি ॥
পিয়ালে অমৃত, পাৰিজাত মালা,
দিলে তুলি শিৰে দেৱ সমাজ ।
বাজিল দুন্দুভি, পাণিনি অমৰ
পিন্ধালে আপুনি দেৱৰ সাজ ॥
পদ্ম আসনত বহুৱালে চোৱা,
সৰস্বতী আই আকোঁৱালি ধৰি,
সৌৰভৰ দৰে শুৱালে আনন্দ,
হাঁহিলে ত্ৰিদশ দেৱনগৰী ॥
আনন্দ তুমিতো দেৱ সমাজত,
চিৰ শান্তি পালা আনন্দ লোকে ।
কিন্তু তললৈ, চোৱা এটি বাৰ,
কি হল পথিবী তোমাৰ শোকে ॥

হাঁহাঁকাৰ ধ্বনি উঠিল জগতে,
ভাৰতত আৰু আনন্দ নাই।
ধ্বনিছে পৱন, বিনায় চৰাই,
ভাৰতত আৰু আনন্দ নাই॥
কোনে আৰু হাঁয় জগত বাসীক
বিলাব সংস্কৃত কৰিব ভাৰ।
কাব্য বুৰঞ্জীৰ সাগৰক মথি,
নিতে ন অমৃত কৰিব প্ৰচাৰ॥
চোৱাঁ কথা কব নজনা তোমাৰ
জননী অসম পৰিল জঁয়।
দুখুনীৰ ভাগ্য এটি মাত্ৰ ৰত্ন,
তাকো হেৰুৱালে প্ৰাণে কি সয়॥
ইমান অমূল্য অদৰৰ ধন,
ভক্তিৰ আধাৰ আছিলা বুলি।
আজিহে দেখিলে অসম বাসীয়ে
হৃদয়-দুৱাৰ কৰি মুকলি॥
সকলোৰে যেন হৃদয়ৰ ধন
নিলে কোনোবাই বলেৰে কাঢ়ি।
নোহোৱাতে পূৰ আনন্দৰ জোন,
বেজাৰ ৰাহুৱে পেলালে গ্ৰাহি॥
কেন্দ্ৰৰূপে থাকি কিন্তু অসমক
শিকাই দৃষ্টান্ত সাধু শিক্ষাৰ,
হলা অকস্মাৎ মাজ সাগৰত,
ধ্ৰুব তৰা দৰে মেঘৰ আঁৰ॥
শক্তিশেল প্ৰায়, বিৰহে তোমাৰ;
ভেদিলে মৰম অসমীয়াৰ।
যত দিন শীৰে বব তেজ সোঁত,
বব লগে লগে ব্যথা ইয়াৰ॥

পৰিবৰ্ত্তকাৰী কাল সোঁতে নিতে,
নতুন স্মৃতিকো নিব ঢৌৱাই।
চিৰকীৰ্ত্তি সাধু দৃষ্টান্ত তোমাৰ,
শোক অসমৰ ৰব উধাই ॥

---

## জাতীয় সঙ্গীত।

ভাৰত সন্তান, আছা কিয় বহি,
অপেক্ষিছা কিহে দেৱ সহায়।
উঠা কাচি পাৰি, ধৰা কায কামে,
জাতিৰ উন্নত আপুনি হয়।
বন্দীতো নোহোৱা, স্বাধীন ৰায়ত,
ফুৰা যে আন্ধাৰে বগুৱা বাই।
হাততে তোমাৰ আছে শুভাশুভ,
জাতিৰ উন্নত আপুনি হয়।
লগালে মাচুল দিয়া মৰি হাজি,
মুখৰ কথাটি নকৰা ব্যয়,
আপত্তি দেখাই লোৱাঁ নিজ হক,
জাতিৰ উন্নত আপুনি হয়।
লাভ কি তোমাৰ, ধন, শিক্ষাৰ,
অসাৰ খিতাপ লোভী বেহায়।
যথাৰ্থ শাসনে প্ৰধান সবাৰো,
জাতিৰ উন্নত আপুনি হয়।
পণত তোমাৰ, বাৰী মাটি প্ৰাণ,
যদিবাও তুমি খেলত নাই।
বোবা কি হে মাতাঁ, খোজাঁ নিজা হক,
জাতিৰ উন্নত আপুনি হয়।
ভেবুৱা হলানে, কেচুৱা হে তুমি,
ভয়ে কুচি-মুচি মৰাৰ প্ৰায়,

চিৰকাল কি হে, থাকিবা কেচুৱা,
জাতিৰ উন্নত্ব আপুনি হয়।
ফাহা ফুহা কৰা, কেঁকনি গোঠনি,
হাবিয়ে লুকুৱা কীটানুচয়।
ইসবৰ পৰা গুচে কি হে দুখ,
জাতিৰ উন্নত্ব আপুনি হয়।
আছে যদি বোধ, দুখ অপমান,
উঠাঁ কাতি কৰি সকলো ভয়।
যুজি প্ৰাণপণে, হৰুৱাঁ দুখক,
জাতিৰ উন্নত্ব আপুনি হয়।
নালাগে সহায়, দেৱ বা দৈত্যৰ,
ভজাঁ সকলোৱে নিজ সহায়,
ইচ্ছা, সাহ হলে সকলোৱে হয়,
জাতিৰ উন্নত্ব আপুনি হয়।
ভাৰত সন্তান, উঠাঁ ধৰাঁ কামে
উত্তৰি পথৰ যত অপায়।
চোৱাঁ পূব ফালে পুৱাৰ কিৰণ,
জাতিৰ উন্নত্ব আপুনি হয়

---

## পুৱা।

গহীন পুৱতী নিশা, নিতাল জগত,
কতো নাই জোনাকৰ চিন।
নিমাত বিশ্বৰ বাঁহী, নিজম চেতনা,
সুৰভুলা জীৱনৰ বীণ।
জীৱনৰ যুজ এৰি, কাম কৰ্ম্মী দুয়ো
শতাঁইছে যুজৰ ভাগৰ।
বিয়াপি অসীম বিশ্ব আন্ধাৰ এলাহ,
গতিহীন স্থিতি জগতৰ।

কোনোবা দেশৰ পৰা ধীৰ সোত বলি
আহিছে এখনি জুৰ নৈ।
ৰিণিকি ৰিণিকি এটি নিৰ্ঝৰ কৰিতা,
বাজিছে বুকুত বৈ বৈ।
জোনাক জোনাক বুলি জীৱন বিচাৰি
আন্ধাৰত প্ৰকৃতি আতুৰ।
জোনাক জীৱন খুজি ওপঙি ফুৰিছে
নিফুট আকুল এটি সুৰ।
কাতৰ সুৰত পমি নিয়ম বিহোঁতা,
প্ৰকৃতিৰ প্ৰবোধি মনক।
দিবলৈ মনে মনে জোনাক জাননী,
পাচিছে পুৱাৰ বতাহক।
স্বৰ্গৰ বাতৰি পাই অপেক্ষি জোনাক
প্ৰকৃতিৰ উত্ৰাৱল চিত।
বলিছে শীতল বায়ু, নাচিছে লতাই,
ফুলকলি হাঁহিছে থুপিত।
দ্যুতিমান জোনাকৰ সোণোৱালী ৰেখ
লাহে লাহে ভৈয়াম নামিছে।
স্বষ্টি পাতনিৰ সেই জীৱন্ত ছবিটি,
ঘূৰি আহি ভুমুকি মাৰিছে।
লোকালোক সাগৰত উটি বুৰি ফুৰা
জীৱনৰ পৱিত্ৰ ভাবটি।
আধা আলো আধা ছাত ফুলোঁ ফুলোঁ কৰি,
প্ৰকৃতিক ধৰিছে সাবটি।
জিলিঙনি এটি আহি পদুম বনত
স্বৰগৰ ৰহণ ঢালিছে ;
অকলসৰীয়া দুটি পদুম কলিয়ে,
চুমা খাই হালিছে-জালিছে।

স্বৰ্গৰ জেউতি দেখি ৰাজহাঁহ জুৰি,
প্ৰেমৰ আলচ ভুলি গৈ,
চিত্ৰৰ পুতলি হেন আছে থৰ লাগি
ইটিয়ে সিটিক চাই ৰৈ।
আকৌ ঘুমতি তেজি নিজম চেতনা,
লাহে লাহে সজাগ হইছে।
পাহৰা সুৰটি ঘূৰি বজাৰৰ গুণে,
বীণখনি হাতত লইছে।
বৰষা অনন্তকাল জ্ঞানৰ পোহৰ,
জ্যোতিৰ্ম্ময়ী জোনাকী সবিতা।
বজোৱা অনন্তকাল পঞ্চমত তুলি,
বীণাপাণী কোমল কবিতা।

---

## কাকৃতি।

কাবৌ কৰিছোঁ দেবী নোলাবাঁ নোলাবাঁ,
আকৌ বেকাই চকু মোলৈ নেচাবাঁ।
আছেনে মনত দেবী তাহানিৰ কথা,
মেঘৰ বুকুত দেখি তোমাৰ ই লতা,
ৰূপত বলিয়া হৈ,
সকলোকে কাতি কৈ,
ৰূপহ জেউতি ঢালি,
এটিবাৰ হাঁহা বুলি,
কাবৌ কোকালি কৰি কিমান মাতিলোঁ!
নাপাই তোমাক দেখা কিমান কান্দিলোঁ।

চাপৰিত ঠিয় হৈ,
বতৰত খং থৈ,
আম পুলিটিৰ দৰে কত কাল খপিলোঁ;

ঢেৰেকনি ধুমুহাৰ,
স্বৰগৰ চোকা ধাৰ,
একোকে নকৰি ভয় তোমাকেই ভজিলোঁ ;
হৃদয়ৰ হৃদয়তো সি ৰূপকে জপিলোঁ ।

তথাপিতো হাঁয় হাঁয়,
দেখি মোৰ সি বিলাই,
এবাৰো নোলালা দেবি, এবাৰো নোলালা,
ধাৰাসাৰে কন্দুৱাই শুদা ৰং চালা ।
ভালপোৱা বোলে কাক,
আপুনি শিকালা তাক,
খুজিলত ভাল পোৱা কিন্তু হায় নিদিলা ,
পিয়াহ লগাই কিয় পানী নিদি বধিলা ।

কিমান যুজিলোঁ মই উজাবৰ গুণে,
নিৰাসাৰ চেচুক সোতত,
লাল কাল হলোঁ ভাগৰত,
হাত ভৰি ঠেৰেঙা লাগিল,
ভালপোৱা কুঁহিতে ভাগিল,
মেঘত চৰা বিজুলী, আকাশ-কুসুম বুলি,
ডুনাই তোমাক দেখা—ডুৰাশাক তেজিলোঁ,
হুমুনিয়া টানি টানি,
আপোন কপাল মানি,
বুকুত সাবটি হাত কামনা তিয়াগিলোঁ,
চাপৰিৰ আমপুলি চাপৰিতে থাকিলোঁ ।

থাকোঁতে মৰাৰ প্ৰায়,
বগাবৰ ছল পাই,
এজুপি লাহৰী লতা মাধৈমালতী ;
মেৰাই মেৰাই মোক ললেহি সাবটি,

নিচেই কোমল লতা,
নাজানে একোকে কথা,
কেবল মাথোন জানে মৰম কৰিব,
ৰদৰ তাপত মোক আবৰি ধৰিব।

নেজানে কি সুখ দুখ,
সদাই হাঁহিৰে মুখ,
নিতৌ নিতৌ দেৱী ন ফুল ফুলাই,
ৰাখিছে মনক মোৰ দুখ পাহৰাই ;
আৰু মোত কথা নাই,
এটি সুখ-স্বপ্ন পাই,
ধায়েঁ ধৰা লৰাৰ নিচিনা শুদা হাঁহিছোঁ,
নজগাবা দেবি মোক হাত জুৰি মাতিছোঁ।

এতিয়াও লাগে মিঠা তোমাৰ হাঁহিটি,
দেখিলে তোমাক বাজে প্রেমৰ বাঁহীটি,
কিন্তু মোৰ লাগে ভয়,
জানো পাছে পৰে জঁয়,
লতাজুপি মোৰ দেবি ঢেৰেকনি শুনি,
সিতো হাঁয় শুনা নাই মেঘৰ গাজনি।
যদি হে স্বৰগ লাগি,
যাওঁ অকস্মাৎ ভাগি,
লতাজুপি আৰু মোৰ কোনে ডাঙি ধৰিব,
আলৈ আথানি হৈ লগতেই পৰিব।
তাতেহে বিজুলী মই
যদিও প্রাণে নসয়,
কাবৌ কৰিছোঁ দেবি নোলাবা নোলাবা,
আকৌ বেকাই চকু মোলৈ নেচাবা।

---

## এপাহি পদুম ।

ফটিকৰ ধাৰ যেন নিজনি বিলত,
কোমল পদুম পাহি,
কেনেকৈ ভাহিছে !
ময়লাত উৰি অহা প্ৰেমৰ গীতটি
একে থৰে শুনি শুনি,
কেনেকৈ হাঁহিছে !
দেহি ঐ কেনেকৈ জিলিঙনি কিটি,
সৰু ঢৌ কেইটিৰ বোকোচাত উঠি,
পদুমৰ মুখ চাই, কি যেন ফটিকা খাই,
ঢলি ঢলি লৰি আহি
সাবতি ধৰিছে ।
এটাইকিটিয়ে কেনে আলফুল কৰি
মুখতে লগাই মুখ
মৰম কৰিছে ।
মলয়া বতাহ হৈ ময়ো যেন গৈ,
পদুমৰ কাণে কাণে,
সি গীতটি গাম ;
ঢৌটিতে উঠি যেন জিলিঙনি হৈ,
ময়ো যেন তেনেকৈয়ে,
চুমা এটি খাম ।
আলফুল কৰি যেন বুকুত শুৱাই
টোপনিতে লালকাল মুখ খনি চাম ।
কিন্তু মই কি যে হুতাশন,
দেখিলেই হব মোক এটাইটি লীন ;—
বতাহ নবলা হব,
ঢৌকিটি মাৰ যাব,
জিলিঙনিকিটি গৈ লুকাব মেঘত,
লাজুকী লতাৰ দৰে পদুম পাহিয়ে

লাজে সোতমোট খাই,
মুখখনি গহিনাই,
তেতিয়াই তুলি লব ওৰণি মুৰত।

---

## প্ৰিয়তমাৰ চিঠি।

সৌন্দৰ্য্যৰ বুকুৰ কাঁচলি উদঙাই,
প্ৰকৃতিৰ চোঁ-ঘৰ চালোঁ পিতপিত;
কুকুৰা-ঠেঙ্গীয়া এই আখৰ কিটিত,
যি অমিয়া ঘঁহা আছে কতো আৰু নাই।
কবি-নিকুঞ্জত ফুলি কত কবিতাই,
মলয়াত উটি উটি ফুৰে পৃথিবীত,
তোমাৰ চিঠিয়ে কিন্তু জানে যিটি গীত,
কবিতাৰ কাব্যে তাৰ গোন্ধকো নাপায়।
ফুল ফুলে সৰি যায় শুকায় বননি,
বসন্তৰ কুঁহি পাত ৰদত লেৰেলে;
তোমাৰ চিঠিয়ে প্ৰিয়ে জানে কি মোহিনী,
নিতৌ নোহোৱা বাহি, ন ন ফুল মেলে,।
যত সুঙ্গো, চুমা খাওঁ, নালাগে আমনি,
হৃদয়ত হেপাহৰ ভোটাতৰা জলে।

---

## হঁহা কন্দা।

সংসাৰৰ দলনিৰ এচুক শুৱাই,
সৰল শৰালি হালি ফুৰিছিল চৰি,
আছিল দুয়োটি কেনে দুইকো আবৰি,
স্বৰগৰ প্ৰেমৰ চানেকি দেখুৱাই।
নাছিল ধুমুহা ডাৱৰৰ সঁচ নাই,

নাচিছিল ৰঙা বেলি দলনিত পৰি,
পাহৰা প্ৰেমৰ কথা সুৱঁৰি সুৱঁৰি,
হাঁহিছিল হালিয়েই কত চুমা খাই ।
অদৃষ্ট ব্যাধৰ কাঁড়ে পেলালে ঘৈয়াই,
আলসুৱাটিক তাৰ । বিৰহ নজনা
অকলসৰীয়াটিৰ কি হল বিলাই ।
নৌহওঁতেই পূৰ প্ৰেমৰ সাধনা
প্ৰেমৰ পদুম পাহি পেলালে শুকাই,
হঁহা কন্দা লৈয়ে হায় সংসাৰ ভাৱনা ।

---

৮ ৰত্নেশ্বৰ মহন্ত ।

দুখীয়া দেশৰ ৰত্ন দুখৰ সোদৰ,
বহুত আশাৰ কুমলীয়া ঢোপা কলি,
নৌহওঁতেই হাঁয় পাহিটি মুকলি,
হ'লা বলি অকালত কাল তক্ষকৰ ।
নাপাই ই সংসাৰৰ উচিত আদৰ,
বৰ্ণিছিলা যাক তুমি সুখ ঠাই বুলি,
লৰালৰি এৰি সংসাৰৰ বালি ধূলি,
গলা গুচি সুখলৈ অনন্ত কালৰ ।
দুয়োৰো সংকল্প মাতৃ ভাষা সেৱিবৰ,
পাহৰি পলালা যোগ্য, অযোগ্য থাকিলোঁ,
সহিবৰ গুণে শোক বন্ধু বিৰহৰ ।
যি কৰে করুণাময়ে উচিত সকলো,
বুজিব নোৱাৰি আমি দোষোঁ ভ্ৰান্ত নৰ,
লভা চিৰ শান্তি ভাই বেজাৰ এৰিলোঁ ।

---

# আনন্দ চন্দ্ৰ আগৰৱালা।

## ব্ৰহ্মযাত্ৰীৰ ডায়েৰী।

ভালেমান দিনৰ পৰা ব্ৰহ্মদেশ চাবৰ হেঁপাহ আছিল। অসমৰ বুৰঞ্জীয়ে সৈতে ব্ৰহ্মদেশৰ বৰ সম্বন্ধ আছে। যি কুক্ষণত প্ৰথমে ব্ৰহ্মদেশৰ মানুহে অসমত ভৰিৰ ধূলা পেলালেহি, সেই মুহূৰ্ত্তৰ পৰাই অসমত শনিৰ উদয় হল, অসমৰ ভাগ্য-লক্ষ্মী চঞ্চলা হল। শেষ ইয়াণ্ডাবুৰ সন্ধিত, অত্যাচাৰী মানহঁতৰ হাতৰ পৰা আমাৰ দেশ পৰমেশ্বৰৰ কৃপাত দয়ালু প্ৰজাৰঞ্জন ইংৰাজ গবৰ্ণমেণ্টৰ হাতলৈ আহে, আৰু চুকাফা ৰজাৰ বংশধৰ সকলৰ ৰাজত্বৰ অন্ত পৰে।

যি মানুহ অসমত ওপজে, অসমীয়া গাঁওত অসমীয়া আইৰ কোলাত ডাঙৰ হয়, তাৰ স্বভাবতঃ ব্ৰহ্মদেশ চাবলৈ এটা হেঁপাহ হয়। অসমীয়াই কেচুৱাৰ পৰা মাক বাপেকক মুখে দি "মান অনা ফুকনৰ" কথা পিজো গাভৰু, ৰাজমাও দেৱতা, ৰূপচিং, মিঙ্গিমাহা তিলোৱা, বন্দুলা আৰু গাঁৱৰ জাঁকি ইত্যাদিৰ কথা শুনি শুনি ডাঙৰ হয়। কেচুৱা লৰাই কান্দিলে মাকে "মান আহিছে" বুলি নিচুকায়। মানৰ অত্যাচাৰৰ কথা শুনি অসমীয়া লৰাৰ অন্তৰত সৰুৰে পৰা প্ৰতিহিংসাৰ জুই ধোঁৱাবলৈ ধৰে, আৰু যি মানৰ ভয়ত কিছুমান বছৰৰ পূৰ্ব্বে স্নেহময়ী মাকে নিজৰ কোলাৰ সন্তানক দলিমাৰি পেলাই প্ৰাণ লৈ পলাইছিল, তেনেকুৱা ভয়ঙ্কৰ মানক চাবলৈ মন বৰ উত্ৰাৱল হয়।

এতিয়া মানৰ দেশ ইংৰাজৰ কৰতলীয়া হৈছে। মান দেশত ইংৰাজৰ ৰেল জাহাজ চলিছে আৰু বিজুলী-ডাকৰ তাঁৰ হৈছে। মানৰ লৰাই বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উঠি সুশিক্ষিত আৰু জ্ঞানী হৈছে আৰু বিলাত আমেৰিকা প্ৰভৃতি ঠাইত বিদ্যাৰ মহলা দি আহিছে। আমাৰ দেশতকৈ ব্ৰহ্মদেশৰ শাসন প্ৰণালীও অনেক উন্নত হৈছে। শান্তি আৰু সুশাসন লাহে লাহে বিস্তৃত হৈছে। মানদেশ চাবলৈ বৰ হেঁপাহ আছিল। ঈশ্বৰৰ কৃপাত সুযোগো পালোঁ। গোটেইখন মানদেশ চাব নোৱাৰিলেও মানদেশ চোৱাৰ নাম কৰি আহিলোঁ। আমাৰ দেশৰ পুৰণি-কলীয়া মানুহে ব্ৰহ্মদেশক মানদেশ আৰু চীনদেশক খেহদেশ বোলে।

১১ মাৰ্চ্চ ১৮৯৩।

ব্ৰিটিচ-ইণ্ডিয়া-ষ্টীম্-নেভিগেশ্যন কোম্পানীৰ জাহাজে সপ্তাহত দুবাৰ কলিকতাৰ পৰা ৰেঙ্গুনলৈ ডাক অনা নিয়া কৰে। প্ৰতি শনিবাৰে আৰু মঙ্গলবাৰে এই জাহাজ কলিকতাৰ পৰা যায়। আজি শনিবাৰে ৰাতি পুৱা ১১ বজাত "পালিটানা" জাহাজ ( S. S. Palitana ) ডাক লৈ ৰেঙ্গুনলৈ যাব। কলিকতাৰ মেকিননৰ ঘাটত পালিটানাই ধোঁৱা উগাৰিব লাগিছে। আমাৰ লগত যোৱা বন্ধু বান্ধৱ সকলে আমাক জাহাজত তুলি দি বিদায় ললে। ১১ টা বজাত জাহাজে লঙ্গৰ তুলি লাহে লাহে ভাগীৰথীৰ বুকত চলিবলৈ ধৰিলে।

কলিকতাৰ সুন্দৰ ঘৰ-বাড়ী ক্ৰমে এৰি আহিলোঁ। শিবপুৰৰ ইঞ্জিনিয়াৰিং কলেজ জাহাজৰ পৰা দেখি ভাল লাগিল। ১ টা বাজাত জাহাজ অলপ পৰ ৰল। টিফিনৰ ঘণ্টাত কোব পৰিল। খানা খোৱা টেবিলৰ দুয়ো কাষে আহি চাহাব মেমবোৰ গিৰ্ গিৰ্ কৰে বহিলহি। টিফিন খোৱা হলত জাহাজ আকৌ চলিবলৈ ধৰিলে। গধূলি ডায়মণ্ডহাৰবাৰৰ আগত জাহাজে লঙ্গৰ কৰিলে। জাহাজত ইলেকট্ৰিক্ লাইট বা বিজুলীৰ পোহৰ আছে। এতিয়া সেইবোৰ আপোনা আপুনি জলি উঠিল। তাৰ পাছত ডিনাৰৰ ঘণ্টাত কোব পৰিল। এই ডিনাৰ চাহাব-বিলাকৰ প্ৰধান খোৱা। চাহাব আৰু মেমবিলাকে সুন্দৰকৈ মূৰ আঁচুৰি, ভাল নিকা কাপোৰ পিন্ধি, খানা খাবলৈ বহিল। কাঁটা চামোচৰ কটাকট্ শব্দ, বিলাতী পানীৰ ধুম্ধুমনি খুব শুনা গল। চাহাববোৰৰ গিলাচবোৰ পট, ক্লেৰেট্, চেম্পেন প্ৰভৃতিৰ নিমিত্তে নানা বৰণীয়া দেখা গল।

আমাৰ খোটালিত মই আৰু মোৰ লগৰীয়া বন্ধুৰ বাহিৰে আৰু কোনো যাত্ৰী নাছিল। ৰাতি আঠ বজাৰ পাছত অলপ চাহ খাই চাকি নুমাই দুই বন্ধু শুই থাকিলোঁ। নিশা কোনো উন্নুকিয়াব লগীয়া ঘটনা হোৱা নাই। কালিলৈ সমুদ্ৰ ( Bay of Bengal ) পাম গৈ।

১২ মাৰ্চ্চ ১৮৯৩।

পুৱা।—পুৱা হাত মুখ ধুই ডেকৰ ওপৰত ফুৰিবলৈ গলোঁ। এজন চাহাবে ৰেলিঙতে আউজি ভাগীৰথাৰ ঢউ ধেমালী চাই আছে। নৈৰপৰা জুৰ বায়ু লাহে লাহে বলি আমাৰ শৰীৰ শীতল কৰি গৈছে, পুৱাৰ বতাহ যে কিমান জুৰ আৰু মনোৰম তাক অনুভৱ কৰিব পাৰি, বৰ্ণাব নোৱাৰি। এবাৰ এজন অধ্যাপকে পঢ়াওঁতে কৈছিল "পুৱাৰ শীতল সমীৰণ উপভোগ কৰা। ই মোৰ এশ বক্তৃতাতকৈও, বহুমূলীয়া।" তেওঁৰ কথাৰ বেচ মৰ্ম্ম এতিয়া বুজিব পাৰিছোঁ।

ভাগীৰথী ক্ৰমে বৰ বহল হৈ গৈছে। দুযোপাৰৰ গছ গছনি ৰিণি ৰিণি মনিব পাৰি। “চি-গল্” চৰাইবোৰ জাকে জাকে জাহাজৰ কাষত আনন্দ মনেৰে উড়ি ফুৰিছে। কোনো কোনোটো, জাহাজৰ ভিতৰ সোমায়ে ওলাই গৈছে। ডেকৰ বেঞ্চ এখনত বহি পানীৰ লীলা খেলা চাইছোঁ। মোৰ গাৰ ওচৰেই কেইবাটাও চৰাই উড়ি গৈছে। এই চৰাইবোৰ দেখিবলৈ চিকোণ, ইহঁতৰ ধেমালিও চাবলৈ বৰ ভাল। কুমাৰী মেৰি ইউইট্‌ৰ তাহানি পঢ়া Sea Gull কবিতালৈ মনত পৰিল।

৯॥০ বাজাত ( Breakfast ) ব্ৰেক্‌ফাষ্ট্‌ৰ ঘণ্টাত কোব পৰিল। চাহাব-বিলাকৰ ভিতৰত প্ৰধান ভোজন তিনিবাৰ হয়ঃ—( ১ম ) দুপৰীয়া আমি ভাত খোৱা সময়ত চাহাববোৰে যি খানা খায় তাকে ( Breakfast ) ব্ৰেক্‌ফাষ্ট্‌ বোলে; ( ২য় ) ১ বজাত চাহাববোৰে টিফিন খায়; ( ৩য় ) সন্ধ্যা লাগিলে ডিনাৰ ( Dinner ) খায়। এই ডিনাৰ সকলো বাৰৰ ভোজনতকৈ ডাঙৰ ভোজন। ইয়াৰ বাহিৰে আৰু তিনবাৰ অলপ ভোজন হয়—( ১ম ) পুৱা শুই উঠাৰ পাছতে ছোট হাজিৰি; ( ২য় ) আবেলি ৪ বাজাত; ( ৩য় ) ৰাতি শুবৰ সময়ত অলপ চাহ বা কাফি ৰুটি কিংবা বিস্কুটেৰে সৈতে খায়। ইয়াৰ দ্বাৰায় বুজিব পাৰি ইংৰাজ বিলাকৰ খোৱাৰ খিতাপ কিমান।

১০ বজাৰ পাছত বঙ্গোপসাগৰ দেখা পালোঁ।

## বঙ্গোপসাগৰত।

মই মোৰ বন্ধুৰ লগত আমাৰ খোটালিৰ ভিতৰত বহি কথা পাতি আছিলোঁ। ঢৌৰ হেন্দোলনিত আমাৰ জাহাজ বৰকৈ কঁপিবলৈ ধৰিলে। এনেতে কিছুমান চাহাব আৰু মেমে “Sea” “Sea” বুলি চিয়ঁৰা শুনি আমি বৰ উলাহেৰে ডেকৰ ওপৰলৈ লৰি আহিলোঁ। আহা! চকুৰ আগত যি অসীম পানীৰ-ৰাজ্য দেখিলোঁ তাক নমৰোঁমানে পাহৰিব নোৱাৰিম। হেজাৰ হেজাৰ ঢৌ আৰু ফেনৰ থুপিৰে সৈতে সাগৰে গৰ্জ্জিব লাগিছে। সাগৰৰ পানী নীল বৰণীয়া। ওপৰত অনন্ত নীলাকাশ মাজে মাজে দুচপৰা এচপৰা বগা বগা ডাৱৰে বাট হেৰুৱাই উৰি ফুৰিছে; তলত পাৰ-কুল নেদেখা নীল সমুদ্ৰ; এই দুয়োকো যত মিলা দেখি সেই মিলন-ৰেখাটিলৈ চাই পঠিয়ালে মনত এক অপূৰ্ব্ব ভাবৰ উদয় হয়। আমাৰ জাহাজে “সাগৰ-দ্বীপ” এৰিলে; ( pilot ) গুৰিয়ালে জাহাজৰ গতি ঠিক কৰি দিলে। দিগদৰ্শণ যন্ত্ৰৰ দক্ষিণমুৱা হৈ জাহাজ চলিবলৈ ধৰিলে। আমি ভাৰত ভূমিৰ পাৰ একেবাৰে নেদেখা হলোঁ। আমি বঙ্গোপসাগৰত।

লাহে লাহে সন্ধিয়া আহিল। সাগৰৰ বুকুত বেলি মাৰ যাবলৈ ধৰিছে। মেঘৰ স্নুকুণ্ডাই দি সোণোৱালী কিৰণ আহি সাগৰত পৰিছে। সাগৰৰ ঢৌবিলাকে কঢ়া-আজোৰা লগাই সেই কিৰণমালাক খণ্ড খণ্ড কৰি কোনোবা দেশ পোৱাইছে গৈ। এতিয়াৰ এই মনোহৰ দৃশ্য দেখি বোধ হল, যেন নীল-সাগৰৰ গাত কোনোবাই সোণৰ ৰেণুহে চতিয়াই দিলেহি।

ৰাতি ডেকৰ ওপৰত জুৰ লবলৈ বৰ ভাল। সমুদ্ৰৰ বা পাই গা বৰ জুৰ লাগে। আমি দুই বন্ধুয়ে ভালেমান বেলি সাগৰৰ শীতল সমীৰণ উপভোগ কৰি, শেহত নিজৰ খোটালিলৈ আহি শয়ন কৰিলোঁ।

সমুদ্ৰত ৰাতি লঙ্গৰ পেলাই জাহাজ ৰাখিব নোৱাৰি; ৰাতিয়ে দিনে জাহাজ অবিশ্ৰাম গৈ থাকে। সমুদ্ৰগামী জাহাজ-বিলাকত পাল তৰিবৰ দিহা আছে। কলৰ জোৰ আৰু পালৰ সাহায্যত জাহাজ চলে। বতাহ অনুকূল হলে পালবোৰ তৰি দিয়া হয়, আৰু প্ৰতিকুল হলে পালবোৰ সামৰি থোৱা হয়। আমাৰ জাহাজত এতিয়া পাল তৰি দিয়া নাই, অকল কলৰ জোৰত চলিব লাগিছে।

১৩ মাৰ্চ্চ ১৮৯৩।

অকূল সমুদ্ৰ। যেনিয়ে চাই পঠিয়াওঁ কেৱল পানী,-ঘোৰ নীল বৰণীয়া পানী, দেখিলে প্ৰথমে ভয়লাগে। কালি সাগৰৰ পানী অলপ নীল বৰনীয়া দেখিছিলোঁ; কিন্তু আজিৰ পানী ঘোৰ কৃষ্ণবৰ্ণ, মহীৰ নিচিনা। সঁচাকৈয়ে আমাৰ মানুহে সাগৰক "কলীয়া পানী" বোলে। কেনিও চৰাই এটিৰ মাত শুশুনা হলোঁ।

সমুদ্ৰত সূৰ্য্যোদয় চাবলৈ বৰ ভাল। আজি আকাশত ডাৱৰ থকা বাবে সূৰ্য্যদেৱতাৰ মুখ দৰ্শন নঘটিল।

সাগৰৰ পানী লুণীয়া। এই পানী পিব নোৱাৰি। যাত্ৰীসকলৰ ব্যৱহাৰৰ নিমিত্তে নিকা পানী জাহাজত কলিকতাৰ পৰা অনা হৈছে। সাগৰৰ পানীৰে গা ধুলে গা বৰ লঘু আৰু ভাল লাগে। কোনো কোনো ইংৰাজ বেজে কয় বোলে এই পানীৰে গা ধুলে ছালৰ ব্যাধি ( skin-disease ) অনেক পৰিমাণে ভাল হয়। প্ৰথম শ্ৰেনীৰ যাত্ৰীসকলৰ নিমিত্তে বেলেগ গা-ধোৱা ঘৰ আছে। ৰাতি পুৱা এই গা-ধোৱা ঘৰৰ দুৱাৰ-মুখত চাহাববিলাকে স্পঞ্জ আৰু গামোছা লৈ গা ধুবলৈ বাট চাই থাকে। এজনে গা ধুই ওলাই আহিলেই তেহে সতৰাই সোমাব পাৰি। আমি খুব পুৱাতে আন লগৰীয়া যাত্ৰীসকল নৌ উঠোঁতেই গা ধুবলৈ গলোঁ। গা ধোৱা ঘৰত কল লগোৱা আছে। কলৰ পেঁচ খুলি দিয়া মাত্ৰকে গা-ধোৱা

ডাঙ্গৰ টব্ বা চৰিয়া পানীৰে ভৰি গল। ওপৰত শ্বাৱাৰ-বাথ ( shower-bath ) আছে। আধা ঘণ্টামান সাগৰৰ লুণীয়া পানীৰে বেচকৈ গা ধুলোঁ। মূৰৰ চুলি-বিলাক আঠাৰ দৰে অলপ লেকেটা লেকেটি লাগি ধৰিলে; তেতিয়া "মিঠা-পানী" অৰ্থাৎ কলিকতাৰ পৰা নিয়া নৈৰ পানীৰে আকৌ ধুলোঁ। মোৰ গাটো বৰ পাতল লাগিল, মনত খুব স্ফূৰ্ত্তি হল। মই স্বৰ্গত নে পৃথিবীত পাহৰি গলোঁ। মোৰ লগৰীয়া বন্ধুবৰ বেমাৰী হলেও সাগৰৰ পানীৰে গা ধুই তেৰোঁ বৰ লঘু পালে।

সমুদ্ৰৰ পানী আৰু বতাহৰ বৰ গুণ। কলিকতাত থাকোঁতে মোৰ বন্ধুৰ গাত ভালেমান দিনৰ পৰা জ্বৰ আছিল। তেওঁৰ একোকে খাবলৈ ৰুচি নজন্মিছিল। কিন্তু সমুদ্ৰৰ পানীৰে গা ধুই, সমুদ্ৰৰ জুৰ বা লই, তেওঁৰ অলপো জ্বৰ নোহোৱা হল, সুস্থ মানুহৰ দৰে তেওঁৰ খোৱা বস্তুত ৰুচি হল। তেওঁ নিৰোগীৰ দৰে বৰ ৰঙ্গত আছিল। সাম্বৰত যোৱাৰ এটা প্ৰধান গুণ এই যে যিহকে খোৱা যায়, সেয়ে ততালিকে জীণ যায়; আৰু বেগাই ভোক লাগে।

১৪ মাৰ্চ্চ ১৮৯৩।

আজি ৰাতি পুৱা এটা "লাইট্-হাউচ্" দেখা গৈছিল।

সমুদ্ৰ কেতিয়াও স্থিৰ নহয়। সদাই সমুদ্ৰত ঢৌ থাকে, সদাই জাহাজ হেন্দুলি হেন্দুলি গৈ থাকে। সাগৰত বৰকৈ বতাহ বলে পৰ্ব্বতাকাৰ ঢৌবিলাকে ভয়ঙ্কৰ ৰূপে গৰ্জ্জিবলৈ ধৰে। সেই ঢৌৰ আঘাতত জাহাজৰ হেন্দোলনি ইমান বেচি হয় যে যাত্ৰীসকলৰ মূৰ ঘূৰি যায়। অনেক যাত্ৰী অচেতনৰ নিচিনা হৈ কেবা দিনলৈকে পৰি থাকে, একোকে খাব নোৱাৰে। অনেকে আকৌ হোলোকে হোলোকে বাঁতিয়াবলৈ ধৰে। সমুদ্ৰ-যাত্ৰীসকলৰ এনেকুৱা অৱস্থাকে ( sea-sickness ) বা "সাগৰ-ব্যাধি" বোলে। এই "চি-চিক্‌নেচ্" হলে, শুনিছোঁ, ১০।১৫ দিনলৈকে অনেক যাত্ৰী অচেতন হৈ পৰি থাকে। সমুদ্ৰত যাওঁতে জুলীয়া বস্তুতকৈ টান বস্তু সৰহকৈ খাব লাগে, আৰু জাহাজখনৰ তলিলৈ বৰকৈ চাব নেলাগে। সমুদ্ৰ চাব খুজিলে বহুত দূৰলৈ দৃষ্টি নিক্ষেপ কৰিব লাগে। আমাৰ "চি-চিক্‌নেচ্" হয় বুলি বৰ ভয়ে ভয়ে আছোঁ। কিন্তু আজিলৈকে সেই নৰিয়া ওচৰ চাপিব পৰা নাই।

তাহানি কিতাপত পঢ়িছিলোঁ, আৰু লোকৰ মুখত জানিব পাৰিছিলোঁ, বোলে, সাগৰত এবিধ পাখি-লগা মাছ আছে। এই মাছ সাগৰত উড়ি ফুৰে। ঈশ্বৰ সৃষ্টিৰ ইও এক আশ্চৰ্য্য বস্তু। আমি এই উড়নীয়া মাছ ( flying-fish )

চাবৰ নিমিত্তে বৰ হেঁপাহ কৰি থাকিও আজি পৰ্য্যন্ত এই মাছ দেখা নেপালেঁা। শুনিছোঁ, কলম্বলৈ গলে সময়ে সময়ে সমুদ্ৰযাত্ৰীসকলে এই মাছ দেখা পায়।

নিশা জাহাজ গৈ মাৰ্টাবান উপসাগৰ পালে গৈ। কালিলৈ দুপৰীয়া ব্ৰহ্ম-দেশৰ ৰাজধানী ৰেঙ্গুন নগৰত ভৰি দিম।

১৫ মাৰ্চ্চ ১৮৯৩।

ঐৰাৱতী নৈত।

পুৱাৰ পোহৰ সৰু খিলিকি দুৱাৰেদি আহি আমাৰ কেবিনত পৰিছেহি। যোৱা দিনৰে পৰা চৰাই-চিৰিকতি, গছ বন এডালো সমুদ্ৰত উটি অহা দেখা নাই। যেনিয়ে চাই পঠিয়াইছিলেঁা, কেৱল ঘোৰ কলীয়া পানী আৰু প্ৰতি ঢৌৰ মুখত এথুপি এথুপি বগা ফেনহে দেখাপাইছিলেঁা। আজি চৰাইৰ মাতে আহি টোপনিৰ পৰা জগালেহি। বৰ উলাহেৰে উঠি খিলিকি দুৱাৰেদি মুখ উলিয়াই অলেখ সামুদ্ৰিক চৰাই দেখি জানিলেঁা—ব্ৰহ্মদেশৰ ওচৰ চাপিছোঁহি। চাহ খাই ডেকৰ ওপৰলৈ উঠিগৈ ৰিণি ৰিণি ব্ৰহ্মদেশৰ গছগছনি দেখি মনত বৰ ৰং লাগিল।

ঐৰাৱতী নৈৰ বিশাল মুখ দেখা পালেঁা। আমাৰ জাহাজ ঐৰাৱতীত সোমাই ক্ৰমে উজাই যাবলৈ ধৰিলে। দুয়ো কাষৰ গছ-লতা, ঘৰ-বাৰী, পশু-পক্ষী, মানুহ ইত্যাদি দেখি বৰ সন্তোষ পালেঁা। বাৰ্ম্মিজ বেপাৰিবোৰে নাৱত উঠি পাল মেলি দি বেহা কৰিবলৈ গৈছে। ঘাটেয়ে সৰু সৰু নাৱত ইপাৰৰ মানুহক সিপাৰলৈ, সিপাৰৰ মানুহক ইপাৰলৈ অনানিয়া কৰিছে। ঐৰাৱতীৰ পৰা পানী নিবলৈ অহা বাৰ্ম্মিজ ছোৱালীবোৰৰ কোনো কোনোৱে, আমাৰ জাহাজ দেখি, চাপৰি বজাই, কোনোৱে নাম গাই, কোনোৱে বা নাচি আমোদ কৰিবলৈ ধৰিলে।

যত ঐৰাৱতী নৈ সাগৰেৰে সৈতে মিলিছে সেই খিনিতে সাগৰৰ পাৰত বান্দৰ দেখা পালেঁা। বান্দৰে নিৰ্জ্জন সাগৰৰ পাৰত থাকিবলৈ ভাল পাই হবলা। সেই দেখিয়েই বোধ কৰেঁা তাহানি শ্ৰীৰাম চন্দ্ৰই লঙ্কাৰ সেতু বান্ধিবলৈ সাগৰৰ পাৰত অসংখ্য বান্দৰ পাইছিল।

১০ বজাত জাহজ "এলিফেণ্ট্ পইণ্ট্" কোঠৰ ওচৰত ভালেমান পৰ ৰৈ আছিল।

ঐৰাৱতীৰ দুয়োকাষে অনেক কল, কাৰখানা, নাও, জাহাজ আৰু মান্দ্ৰাজৰ কুলি আছে দেখি জানিলোঁ এই ঠাই ডোখৰ বৰ বেপাৰৰ ঠাই।

দুটা বজাত আমাৰ জাহাজ ৰেঙ্গুন নগৰৰ ঘাটত লাগিলহি। বন্দৰত জাহাজ আৰু মানুহৰ বৰ ভিড়। জাহাজ চপা মাত্ৰকে অনেক মুটিয়া বা মোটবাহক কুলি জহাজত উঠিলহি। "ৰেঙ্গুন গেজেট" আৰু "ৰেঙ্গুন টাইমচ্" নামেৰে স্থানীয় প্ৰধান দৈনিক কাকতত যোৱা কালিয়েই আমাৰ জাহাজৰ প্ৰথম শ্ৰেণীৰ যাত্ৰী সকলৰ নাম ছপা দেখিলোঁ। সুতৰাং আমিও আমাৰ নাম সেই কাকতত ছপা দেখিলো। "ব্ৰিটিচ্ ইণ্ডিয়া হোটেল" "চাৰ্কিজ হোটেল," "ইভাৰচেড্ হোটেল" নামেৰে কেইটিমান প্ৰধান প্ৰধান হোটেল বা পান্থশালা ৰেঙ্গুনত আছে। সেইবিলাক হোটেলৰ পৰা আমাৰ প্ৰথম শ্ৰেণীৰ যাত্ৰীসকলৰ প্ৰত্যেকৰ নামে একোখন ছপোৱা কাৰ্ড আহিছিল। আমি ওচৰৰ দহজনক সুধি পুছি, "ব্ৰিটিচ্ ইণ্ডিয়ান হোটেললৈ" যোৱাকে ঠিক্ কৰি, জাহাজৰ পৰা নামি মান-দেশৰ ভূমিত পদাৰ্পন কৰিলোঁ। কলিকতাৰ দৰে ৰেঙ্গুনৰ ঘাটতো অনেক Hackney-Carriage বা ঘোড়াই টনা গাড়ী কেৰেয়ালৈ পোৱা যায়। কিন্তু ভাড়াৰ নিৰিখ কলিকতাতকৈ বেলেগ। গাড়োৱানক "ব্ৰিটিচ্ ইণ্ডিয়া হোটেললৈ" লৈ যাবলৈ অনুমতি কৰি আমি এখন গাড়ীৰ ভিতৰত উপবেশন কৰিলোঁ। আমাৰ চাকৰ গাড়ীৰ আগত বহি গল।

## ব্ৰিটিচ্ ইণ্ডিয়া হোটেল।

আমাৰ গাড়ী আহি হোটেলৰ দুৱাৰমুখত ৰলহি। "চুলে পেগডা ৰড্" নামেৰে এটা ডাঙ্গৰ আলিৰ কাষত এই হোটেলটি আছে। টমাচ্ ডচন্ চাহাব এই হোটেলৰ গৰাকী। হোটেলৰ দুৱৰীয়ে গৰাকীৰ আগত আমাৰ অহাৰ সংবাদ কলত তেওঁ ভিতৰৰ পৰা আথেবেথে ওলাই আহি আমাক সম্ভ্ৰমেৰে সৈতে লৈ গল। হোটেলটি কাঠেৰে সজা, দুই মহল ঘৰ। কাঠৰ ওপৰত সুন্দৰকৈ ৰং লগাই ঘৰটি দেখিবলৈ বৰ পৰিপাটি কৰিছে। ওপৰৰ মহলতকৈ তলৰ মহলৰ ভাড়া কিছু কম। আমাক মিঃ ডচনে প্ৰত্যেক খোটালিৰ দুৱাৰ মুকলি কৰি দেখুৱালে। মোৰ লগৰীয়া বন্ধুবৰ ৰুগীয়া হোৱা বাবে আমি ওপৰৰ মহলত থাকিবৰ ঠিক্ কৰি তাৰে এটা খোটালি ভাড়া কৰি ললোঁ। ৩ বাজাৰ পাছত চাহ আৰু ৰুটি খাই অলপ জিৰাই টেলিগ্ৰাফ্ অফিচলৈ গলোঁ।

## টেলিগ্ৰাফ্ অফিচ্।

টেলিগ্ৰাফ অফিচটো এটা প্ৰকাণ্ড দুই মহল ঘৰ। তলৰ মহলত ডাক ঘৰ আৰু ওপৰৰ মহলত টেলিগ্ৰাফ্ অফিচ্। কৰ্ম্মচাৰী সকলৰ কিছুমান মান আৰু

খেহ দেশৰ মানুহ আৰু কিছুমান মান্দ্ৰাজী। তেওঁলোকে ইংৰাজিৰে সুন্দৰকৈ কাম কাজ চলাইছে। বঙ্গালী কৰ্ম্মচাৰীও কেইজনমান দেখিলোঁ। কিন্তু এই দুটা অফিচতে তেওঁলোকৰ সংখ্যা তাকৰ। গড়কাপ্তেনি বা Public Works Department ত বঙ্গালীৰ সংখ্যা খুব বেছি। গোটেইখন ব্ৰহ্মদেশত বহুত বঙ্গালী কেৰাণী আছে। কাবুলৰ পৰা ব্ৰহ্মলৈকে আৰু নেপালৰ পৰা লঙ্কালৈকে এই ভূখণ্ডত বঙ্গালী কেৰাণী নোহোৱা ঠাই নাই। বঙ্গালীৰ কেৰাণী গিৰিক ধান্যবাদ! টেলিগ্ৰাফ্ অফিচতে কাম কৰা কলিকতা নিবাসী এজন বঙ্গালী বাবুৰে সৈতে কথা হৈ বৰ ভাল পালোঁ। ৰেঙ্গুন নগৰৰ কেইবাটাও আলিবাটেদি ফুৰি নগৰীয়া সকলৰ ঘৰ বাড়ী ইত্যাদি দেখি আবেলি ৫ বজাৰ পূৰ্ব্বে হৰ্ষ মনেৰে আমাৰ হোটেললৈ উলটি আহিলোঁ। হোটেলৰ নম্বৰ ৪১-৪৫ চুলে পেগডা ৰড। এই বাটটোতে "চুলে" নামেৰে পেগডা বা বৌদ্ধ মন্দিৰ আছে।

## চুলে পেগডা।

এই মন্দিৰটিৰ ওপৰখন সোণোৱালী, দেখিবলৈ বৰ ধুনীয়া। মন্দিৰৰ ভিতৰত গৌতম বুদ্ধৰ প্ৰতিমূৰ্ত্তি আছে। মানবিলাকে বৰ শ্ৰদ্ধাভক্তিৰে সৈতে এই মূৰ্ত্তিক পূজা কৰে। চুলে পেগডা মন্দিৰৰ নিমিত্তে আলিটোৰ নাম হৈছে "চুলে পেগডা ৰড"।

ৰাতি আহাৰ কৰি দুই বন্ধু শয্যাত পৰি গল্প কৰি থাকোতেই নিদ্ৰাদেবীয়ে লাহে লাহে আহি আমাৰ চকু দুটা মুদাই ধৰিলেহি।

ৰাতিপুৱা কাউৰীয়ে আহি আমাৰ খিলিকিৰ কাষত কাঁ-কাঁ কৰিলত সাৰ পাই উঠি বিছনা এৰিলোঁ। হাত-মুখ ধুই পৰমেশ্বৰক আৰাধনা কৰিলোঁ। মহাত্মা ৰাজা ৰাম মোহন ৰায়ে ৰচা তলত লিখা গানটি সদাই আমাৰ মনত পৰি আছিল;—

"কি স্বদেশে কি বিদেশে যথায় তথায় থাকি,<br>
তোমাৰ ৰচনা মধ্যে তোমাৰে দেখিয়া ডাকি।<br>
দেশ ভেদে কাল ভেদে ৰচনা অসীম,<br>
প্ৰতিক্ষণে সাক্ষ্য দেয় তোমাৰ মহিমা,<br>
তোমাৰ মহিমা দেখি, নাথাকি একাকী।"

ৰাতিপুৱা চাহ খাই ব্ৰিটিচ-ইণ্ডিয়া-হোটেলৰ দ্বিতায় মহলৰ বাৰাণ্ডাত বহি আছোঁ। চুলে-পেগডা আলিৰ ওপৰেদি ভাঁপৰ ট্ৰেম গাড়ী ঘৰ্ ঘৰ্ কৰি অহা

যোৱা কৰিছে। ঘোৰাৰ গাড়ী বিলাকো চলিব লাগিছে। বাৰ্ম্মিজ্ তিৰুতাবিলাকে মুখত ধপাঁতৰ চেলেউ হুঁপি, হাতত ছাতি লৈ ভৰিত চটি জোতাৰে খটপ্ খটপ্ কৰি, প্ৰফুল্ল মনেৰে নিজৰ নিজৰ কামলৈ গৈছে। মতা মানুহতকৈ তিৰুতাবিলাকৰ উৎসাহ আৰু স্ফুৰ্ত্তি বেছি দেখিলোঁ।

## মান-তিৰুতা।

মান তিৰুতা বিলাকৰ গাৰ বৰণ প্ৰায় কেঁচা সোণৰ নিচিনা। সেই বুলি যে ক'লা আৰু শাও বৰণীয়া তিৰুতা নাই, এনে নেভাবিবা। তিৰুতাবিলাকৰ মুখত বৰ গঢ় নাই। চুলিৰ খোঁপাটো আমাৰ দেশৰ তিৰুতাৰ দৰে পাছ পিনে নেবান্ধি মূৰৰ ওপৰত বান্ধে। এখই ডাঙ্গৰে সিহঁত আমাৰ দেশৰ তিৰুতাৰ নিচিনাই। প্ৰত্যেক মান-তিৰুতাই কঁকাললৈকে পৰা একোটা কুৰ্ত্তা চোলা পিন্ধে। সেই কুৰ্ত্তাৰ ওপৰত ৰিহা বা আন কোনো কাপোৰ নলয়। মেখেলাৰ নিচিনাকৈ সিহঁতেও কাপোৰ একোডোখৰ পিন্ধে; কিন্তু আমাৰ অসমীয়া মেখেলাৰ দৰে সিহঁতে সেই কাপোৰ সি নলয়,—নিসিয়াকৈ এনেয়ে মেৰাই পিন্ধে। ডিঙ্গিত সিহঁতে একোখন ৰুমাল পেলাই লয়, আৰু ভৰিত একোজোৰ চটি জোতা পিন্ধে। সেই চটি জোতা দেখিবলৈ কিছু পৰিমাণে আমাৰ দেশৰ খানতিৰ নিচিনা। মান-তিৰুতাই মুখৰ পৰা ধঁপাতৰ চেলেউ, হাতৰ পৰা ছাতি, আৰু ভৰিৰ পৰা চটি জোতা প্ৰায় নুগুচাই। আমাৰ দেশৰ তিৰুতাবিলাকে যেনেকৈ মুখৰ পৰা তামোল গুচাব নোখোজে, তেনেকৈ মান-তিৰুঅইও মুখৰ পৰা চেলেউ গুচাব নোখোজে। কিন্তু বজাৰত আমি প্ৰায় সদাই যিবোৰ চুৰট দেখোঁ, তাৰ তিনিটামান একেলগে জাপিলেহে সিহঁতৰ এটা চেলেউৰ সমান গোট হব। সি যি হওক মান-তিৰুতা বৰ পৰিশ্ৰমী। সিহঁতে ঘৰুৱা সকলো কামকে কৰে; তাৰ বাহিৰেও নিজে দোকান দিয়ে আৰু বজাৰতো বস্তুৰ বেহা কৰে। আমি যাক "স্ত্ৰী-স্বাধীনতা" বোলোঁ সেই বস্তুটি সিহঁতৰ ভিতৰত খুব আছে। "কেমেণ্ডাইন-গাৰ্ল-স্কুল" নামে ৰেঙ্গুনত এক প্ৰসিদ্ধ ছোৱালী-পঢ়াশালি আছে। আমি আমাৰ হোটেলৰ আগেদি শাৰী শাৰীকৈ সেই পঢ়াশালিৰ ছোৱালীবোৰক নিয়া দেখিলোঁ। ব্ৰহ্মদেশত স্ত্ৰীশিক্ষাৰ সোঁত বৰকৈ বৰৰ আগন্তুক হৈছে। কিন্তু হায়! আমাৰ অসমদেশে অৰ্দ্ধশতাব্দীৰো অধিক কাল সুসভ্য ইংৰাজ-গবৰ্ণমেণ্টৰ তলত থাকিও স্ত্ৰীশিক্ষাৰ উন্নতিত আগ বাঢ়িব নোৱাৰিলে। আজি উনৈশ শতিকাৰ জ্ঞান বিজ্ঞানৰ পোহৰত জগতৰ প্ৰায় সকলো দেশ জিলিকি উঠিছে। কিন্তু বৰ দুখৰ বিষয় যে আমাৰ দেশৰ হেজাৰ হেজাৰ তিৰুতাবিলাক

আজিলৈকে অজ্ঞানৰ এন্ধাৰত পৰি থাকিল, তাতোকৈ দুঃখৰ বিষয় এই যে, আগলৈ উঠি অহা কুমলীয়া ছোৱালীবিলাকৰো শিক্ষাৰ একো ভাল দিহা হোৱা নাই। শ্ৰীহট্ট অকলৈ এখনি জিলা হৈও স্ত্ৰীশিক্ষাৰ নিমিত্তে যি কৰিছে, আমাৰ অসম উপত্যকাৰ ৬ খন জিলাইও এশ ভাগৰ এভাগো কৰিব পৰা নাই। শ্ৰীহট্ট সম্মিলনীৰ নিচিনা সভা নো আমাৰ অসমত হব নোৱাৰে নে?

## মান মুনিহ।

মান-মুনিহবিলাক দেখিবলৈ প্ৰায় আমাৰ দেশৰ আহোমবিলাকৰ নিচিনা। সিহঁতৰ নাক চেপেটা, চকু সৰু, দাঁড়ি সমূলঞ্চে নাই, গোঁফ দুডাল এডাল কোনো কোনোটোৰ কদাচিত দেখিবলৈ পোৱা যায়। মছলমানৰ নিচিনাকৈ সিহঁতে পোন্দ নমৰাকৈ চুৰীয়া পিন্ধে। মানদেশৰ সকলো মুনিহ মানুহে মূৰত এখন ৰুমাল মেৰাই লয়, আৰু ভৰিত ফানতিৰ নিচিনা চটিজোতা পিন্ধে। মানুহবিলাক, কিছু এলেহুৱা হলেও, সাহিয়াল। স্বাধীনতাৰ তপত তেজ সিহঁতৰ এতিয়াও একেবাৰে চেচাঁ হোৱা নাই। আমাৰ দেশৰ গাঁৱলীয়া মানুহ চাহাব এটা দেখিলে ভয়ত বিতৎ হয় কিন্তু মান-মানুহৰ ওচৰেদি চাহাব দহোটা গেলেও সিহঁতৰ দৃক্পাত নাই।

১০ বজাৰ সময়ত ব্ৰেক্ফাষ্টৰ ঘণ্টাত কোব পৰিল। আমি আহাৰ কৰিবলৈ গলোঁ তাৰ পাছত এখন ঘোড়াৰ গাড়ী কেৰেয়াকৰি ৰেঙ্গুন নগৰ চাবলৈ গলোঁ।

ৰাজ-আলি।—ৰেঙ্গুন নগৰক এখন "সৰু কলিকতা" বুলিব পাৰি। আলি-বিলাক কলিকতাৰ দৰে বৰ বহল, দুয়ো কাষে ফুট্পাথ আছে। ৰেঙ্গুনত মিউনিচি-পেলেটি আছে। সেই মিউনিচিপেলিটিয়ে বেলেগ বেলেগ ৰাস্তাৰ বেলেগ বেলেগ নাম দিছে। যেনে, ঐৰাৱতীৰ কাষৰ আলিটোৰ নাম "স্ট্ৰেণ্ড" ইংৰাজ-বেপাৰী থকা আলিটোৰ নাম, "মাৰ্চ্চেণ্ট্ ষ্ট্ৰীট," চীনদেশৰ বাঢ়ৈ আৰু বেপাৰীবিলাক থকা আলিটোৰ নাম "চাইনা ষ্ট্ৰীট্", কেমেণ্ডাইন্ পঢ়াশালিলৈ যোৱা আলিটোৰ নাম, "কেমেণ্ডাইন্ ষ্ট্ৰীট্", ইত্যাদি। "মাৰ্চ্চেণ্ট ষ্ট্ৰীট্" বোলা আলিটোৱেই ৰেঙ্গুনৰ ভিতৰত সকলো আলিতকৈ ধুনীয়া আৰু চাবলগীয়া।

'ৰেঙ্গুন টাইম্চ্" আৰু "ৰেঙ্গুন গেজেট" নামে দুখন দৈনিক কাকত এই মাৰ্চ্চেণ্ট্ ষ্ট্ৰীটৰ পৰাই দিনৌ ওলায়। গধূলি ঐৰাৱতীৰ কাষত বতাহ লবলৈ ভাল, আৰু নানাবিধ জাহাজ, নাও, কল, কাৰখানা দেখি মনত বৰ ৰং লাগে।

পানীৰ কল।—কলিকতাৰ দৰে ৰেঙ্গুনত পানীৰ কল আছে। মাটিৰ তলে তলে প্ৰত্যেক ঘৰলৈকে নলৰ ভিতৰেদি পানী যায়। আলিবাটতো মানুহ আৰু গৰু ঘোৰাই পানী পিবৰ উপায় কৰা হৈছে।

চাকি।—ৰেঙ্গুনৰ আলিবাটত ৰাতি হলে চাকি লগায়। কিন্তু সেই চাকি গ্যাচেৰে নজ্বলে। কেৰাচিন তেলৰ সৰু লেম্প্ ভিতৰত আছে, তাৰেহে জ্বলায়।

গাড়ী।—মান দেশত অনেক ঘোঁড়া পাৱা যায়। সেই ঘোঁড়াবিলাকক গাড়ী টানিবলৈ বেছিকৈ লগোৱা হয়। কলিকতাৰ দৰে ৰেঙ্গুনতো ঘোঁড়াই টনা গাড়ী বিস্তৰ কেৰেয়ালৈ পোৱা যায়; কিন্তু কেৰেয়াৰ নিৰিখ কলিকাতাতকৈ বেলেগ; আৰু গাড়োৱানবিলাক মানদেশৰ মানুহ নহয়; সেই বিলাক মান্দ্ৰাজ প্ৰভৃতি ঠাইৰ মানুহ; হিন্দুস্থানা সিহঁতে বুজ পায়, মানদেশৰ ভাষাও সিহঁতৰ আৱশ্যকমতে শিকিলৈছে।

ঘৰ—ৰেঙ্গুন নগৰৰ অধিকাংশ ঘৰ কাঠেৰে সজা। চীনদেশীয় বাটেঁয়েই প্ৰায় ঘৰবিলাক সাজে। ঘৰবিলাক ২।৩ মহলীয়া আৰু দেখিবলৈ বৰ শুৱনি। কাঠৰ ওপৰত নানা ৰকমৰ বাৰ্ণিচ্ দিয়াত ঘৰৰ শোভা বৃদ্ধি পাইছে। চৰকাৰি অফিচ-ঘৰ কিছুমান ইটাৰে পকা কৰোৱা। মানহঁতে চাঙ্গৰ ওপৰত ঘৰ সাজি বাসকৰে। গাঁৱলীয়া মানবিলাকৰো ঘৰবিলাক চাঙ্গৰ ওপৰত।

ৰেলওৱে ষ্টেচন।—ৰেঙ্গুন নগৰৰ অনেক ঠাই ফুৰি ফুৰি আমি ৰেলওৱে ষ্টেচনলৈ গলোঁ। "বৰ্ম্মা-ষ্টেট্-ৰেলওৱেক" গবৰ্ণমেণ্টে চলায়। ৰেঙ্গুনৰ পৰা ওপৰ বৰ্ম্মাৰ ৰাজধানী মন্দালয় নগৰলৈকে সম্প্ৰতি এই ৰেল খোলা হৈছে। মন্দালয়ৰ পৰা ভামু নগৰলৈ বাট তৈয়াৰহৈছে; অলপতে তালৈকো ৰেল যাব। শুনিছোঁ ভামুৰ পৰা সেই ৰেল মণিপুৰলৈকে আহি "অসম বেঙ্গল-ৰেলওৱেৰ" লগত মিলিত হব। অসম-বেঙ্গল-ৰেলওৱেৰ" লাইন চট্টগ্ৰামৰ পৰা নগা-পৰ্ব্বতৰ ওচৰেদি মণিপুৰলৈকে হব; আকৌ মণিপুৰৰ পৰা এই ৰেল ডিব্ৰুগড়ৰ ৰেলৰ লগত যোগ হব; এয়ে হলে বঙ্গ, অসম আৰু ব্ৰহ্মদেশৰ ভিতৰত অহাযোৱাৰ অশেষ সুবিধা হব: আৰু তাৰ লগে লগে বাণিজ্য আৰু সভ্যতাৰ বিস্তাৰ আৰু শ্ৰীবৃদ্ধি হব বুলি আশা কৰা যায়। "অসম-বেঙ্গল-ৰেলওৱেৰ" কাম শেষ হলে অসমত এক যুগান্তৰ হোৱাৰ নিচিনা হব। অসমৰ হাবি জাৰণি পৰ্ব্বতবিলাকো বিদেশী মানুহৰ বসতিৰে পৰিপূৰ্ণ হব। অসমৰ মাটি ভেটি আৰু খেতি-বেপাৰ সকলোতে খোৱা কামোৰা লাগিব। অসংখ্য বিদেশী মানুহৰ সংঘৰ্ষণত পানীত তেলৰ দৰে, যোগ্য

ওপৰ উঠিব, অযোগ্য তললৈ যাব। অসমীয়া জাতি, অসমীয়া সমাজ, অসমীয়া ভাষা সকলোৱে কিছু পৰিমাণে নকৈ গঢ় লব।

"ব্ৰহ্মাষ্টেট্-ৰেলওৱেৰ" ষ্টেচনটো দেখিবলৈ শুৱনি; ছাল আৰু বেৰবিলাক কাঠেৰে সজা, তলখন ইটাৰে পকা কৰা। ৰেলৰ গাড়ীবিলাক কলিকতাৰ ফালৰ গাড়ীবিলাকতকৈ অশুৱনি; প্ৰথম, দ্বিতীয় আৰু তৃতীয় শ্ৰেণী আছে, মধ্যম শ্ৰেণী নাই। ৰেঙ্গুনৰ পৰা প্ৰোম নগৰলৈকো এই ৰেলৰ এটা লাইন গৈছে। ৰেলওৱে ষ্টেচনত কেৰেঁয়ালৈ ঘোঁড়া গাড়ী, গৰুৰ গাড়ী, কুলি ইত্যাদি পোৱা যায়। যাত্ৰীসকলৰ নিমিত্তে নানাবিধ ফল-মূল, মিঠাই আৰু বিলাতী পানী ইত্যাদিৰো বন্ধৱস্ত আছে। মন্দালয় নগৰলৈ ৰেলেৰে যাব পাৰি আৰু জাহাজেৰেও যাব পাৰি। ফ্লটিলা কোম্পানীৰ দুই মহলীয়া জাহাজকেইখন মানে সপ্তাহত দুবাৰকৈ ৰেঙ্গুনৰ পৰা মন্দালয়লৈ যাত্ৰী অনানিয়া কৰে। কিন্তু জাহাজতকৈ ৰেলত যোৱাই বেচি সুবিধাজনক।

বুলক ব্ৰাদাৰ্চ।—বুলক-ব্ৰাদাৰ্চ কোম্পানী, ব্ৰিটিচ-ইণ্ডিয়া-ষ্টীম্ নেভিগেশ্যন কোম্পানীৰ ৰেঙ্গুনৰ মেনেজিং এজেণ্ট্। ৰেঙ্গুনৰ পৰা কলিকাতালৈ আহিবৰ হলে এই কোম্পানীৰ তাত টিকট লব লাগে। আমি এই কোম্পানীৰ তালৈ গৈ কলিকতালৈ অহা জাহাজৰ খোটালি এটা ঠিক্ কৰি আহিলোঁ। "পেণ্টাকটা" জাহাজ, হংকং, চিঙ্গাপুৰ আৰু মাউলমেইন প্ৰভৃতি ঠাইৰ পৰা আহি ৰেঙ্গুন পাবহি। আৰু শনিবাৰে ৰাতি দুটা বজাত সেই জাহাজে ৰেঙ্গুনৰ বন্দৰ এৰি কলিকতালৈ যাব। সেই জাহাজত আমাৰ যোৱা ঠিক কৰি হোটেললৈ উলটি আহিলোঁ।

বৰ্ম্মিজ্ শৱ-সৎকাৰ।—আমাৰ হোটেলৰ ২য় মহলৰ বাৰাণ্ডাত বহি, দুই বন্ধুৱে কথোপকথন কৰি, আলিবাটৰ মানুহ চাই থাকোঁতে, বৰ্ম্মিজ্ মানুহৰ শৱ এটা সৎকাৰৰ নিমিত্তে নিয়া দেখিলোঁ। এই শৱ-সৎকাৰ চাব লগীয়া বস্তু:— প্ৰথমতে এখন গৰুৰ গাড়ীত বহি কেইজন মান মানুহে পেঁপা আৰু বাজনা বজাই গৈ থাকে। তাৰ পাছত ক্ৰমাগত ৫।৬ খন গৰুগাড়ী যায়। এই গাড়ীবিলাকৰ প্ৰতি প্ৰতি খনতে অনেক হালধীয়া নিচান লগোৱা থাকে। তাৰ পাছত অনেক মুনিহ আৰু তিৰুতা খোজ কাঢ়ি যায়। মৰা শৱটোক চতুৰ্দ্দোলৰ নিচিনা অতি সুন্দৰকৈ সজোৱা এখন দোলাত, শুৱাই, গাত কাপোৰ দি ঢাকি কেবাটাও মানুহে কান্ধতকৈ নিয়ে। শৱৰ আগত পাটৰ কাপোৰৰ নিচিনা ঈষৎ হালধীয়া বৰণৰ কাপোৰ পিন্ধি কিছুমান "ফুঙ্গি" গৈছিল। ফুঙ্গি মানহঁতৰ বৌদ্ধ পুৰোহিত। ফুঙ্গিবিলাকৰ মূৰবিলাক খুৰুৱা জগন্নাথৰ পাণ্ডাবিলাকে যেনেকুৱা নাল-লগা

জাপি লয়, ফুঙ্গিবিলাকেও তেনেকুৱা জাপিলৈ ফুৰায়। ফুঙ্গিবিলাকে বৌদ্ধধৰ্ম্মৰ শাস্ত্ৰ জানে, আৰু নিজে পৰিশ্ৰম কৰি আৰ্জ্জি নেখায়, আমাৰ দেশৰ বাপু সকলৰ দৰে সৰ্ব্বসাধাৰণৰ ওপৰত জীবিকা নিৰ্ভৰ কৰে। কিন্তু ইয়াৰ ভিতৰত অলপ প্ৰভেদ আছে। আমাৰ বাপু সকলে ফুলৰ নিৰ্ম্মালি এপাহ বা আশীৰ্ব্বাদ এজোলোকা দি, দক্ষিণা স্বৰূপে ধন-বিত, বা তদভাবে ভোজনা এটি বা কাপোৰ কানি এডোখৰ খুজিলয়, কিন্তু ফুঙ্গিবিলাকে কেতিয়াও কোন বস্তু খুজি নলয়, আন কি খাবলৈ আহাৰ পৰ্য্যন্ত খুজি নলয়, সিহঁতে গৈৰিক বস্ত্ৰ পিন্ধি বৌদ্ধধৰ্ম্মৰ শাস্ত্ৰলৈ তললৈ মূৰকৈ পঢ়ি থাকে, যাৰ ইচ্ছা হয় খাবলৈ আহাৰ আৰু পিন্ধিবলৈ কাপোৰ ইত্যাদি দি যায়। যেই সেই মানুহে ৰান্ধি দিয়া ভাতকে সিহঁতে খায়; আৰু সিহঁতৰ ভিতৰত শুনিছোঁ, তিৰুতাৰ মুখৰ ফালে চোৱাৰ নিয়ম নাই। মানহঁতৰ ধৰ্ম্মসম্পৰ্কীয় সকলো ক্ৰিয়াকে ফুঙ্গিহঁতেই সমাধা কৰেঁ। পাঠক, ক্ষমা কৰিব, ফুঙ্গিৰ কথা কবলৈ গৈ আচল শৱ সৎকাৰৰ কথা পাহৰিয়ে গৈছোঁ। চতুৰ্দ্দোলৰ ওপৰত নিয়া শৱটোৰ পাছত ঘোঁৰাৰ গাড়ীত উঠি ভদ্ৰশ্ৰেণীৰ মুনিহ আৰু তিৰুতাবিলাক গৈছিল। শৱৰ ওচৰে ওচৰে তাল আৰু পেঁপা বজাইছিল। বাজনা বৰ শোকোচ্ছ্বাসক। কিন্তু আচৰিত কথা এই যে, শৱৰ লগত যোৱা মানুহবিলাকৰ কাকো চকু-লো টোকা বা শোক কৰা নেদেখিলোঁ। মৰা-শৱ নিয়া চতুৰ্দ্দোল খন বৰ ধুনীয়া, ৰূপোৱালী আৰু সোণোৱালী বৰণৰ ওপৰত এটি কলাদিল আছে। মানহঁতে প্ৰায়েই শৱদাহ নকৰে; সিহঁতে মৈদাম সাজি পুতি থয়; কিন্তু বৰ ডাঙ্গৰ মানুহ-সকলৰ শৱদাহ কৰিবৰ নিয়ম আছে।

নাট্যশালা—কলিকতাৰ দৰে ৰেঙ্গুন নগৰতো নাট্যশালা আছে। দেশীয় মানুহৰ আমোদৰ নিমিত্তে "মুদেৰায় পিলেৰ হল" নামে প্ৰকাণ্ড ঘৰত প্ৰায়েই ৰাতি পাৰ্চি থিয়েটাৰ হয়। আজি ৰাতি এই নাট্যশালাত অভিনয় হবৰ কথা আছিল। মোৰ লগৰীয়া বন্ধুৰ শৰীৰ অসুস্থ থকাত আমি যাব নোৱাৰিলোঁ।

১৭ মাৰ্চ্চ ১৮৯৩।

ফয়া।

ৰেঙ্গুন নগৰ পেগডাৰ নিমিত্তে বিখ্যাত। "চুলে" পেগডাৰ কথা ইতিপূৰ্ব্বে কৈ আহিছোঁ। আজি প্ৰধান বৰ্ম্মিজ পেগডা বা "ফয়া" চাবলৈ গৈছিলোঁ। হিন্দুস্থানৰ ভিতৰত "তাজমহল" যেনে, ব্ৰহ্মদেশৰ ভিতৰত "ফয়া" তেনে এক অতি ৰমণীয় বস্তু। এই ফয়া নোচোৱাকৈ ৰেঙ্গুনৰ পৰা উলটি গলে ৰেঙ্গুনলৈ অহা

অসাৰ্থক বুলিব লাগে। এই ফয়াৰ প্ৰবেশ-দুৱাৰৰ দুপিনে দুটা শিলেৰে সজা প্ৰকাণ্ড সিংহমূৰ্ত্তি আছে; প্ৰথম মন্দিৰলৈ সোমাই দ্বিতীয় মন্দিৰলৈ সোমাব লাগে, দ্বিতীয় মন্দিৰৰ পৰা তৃতীয় মন্দিৰলৈ, তৃতীয়ৰ পৰা চতুৰ্থ; এই দৰে অনেক মন্দিৰ পাৰ হৈ ক্ৰমাগত ওপৰলৈ উঠি গৈ থাকিব লাগে; শেহত এখন বৰ ডাঙ্গৰ বৰ দীঘল, শিলৰ চোতাল পোৱা যায়; এই চোতালৰ চাৰিওফালে আকৌ সৰু সৰু মন্দিৰ; চোতালৰ ঠিক মাজত প্ৰধান পেগডাৰ স্থবৰ্ণময় ঘৰ; চোতালত ঠিয় হৈ আমি গোটেই খন ৰেঙ্গুন নগৰৰ দৃশ্য দেখিবলৈ পালোঁ, পূৰ্ব্বে কৈ অহা বাটৰ মন্দিৰবিলাকতো সোণ আৰু ৰূপৰ অনেক কাৰুকাৰ্য্য কৰা আছে; কিন্তু প্ৰধান পেগডাৰ প্ৰায় গোটেই ঘৰটো স্থবৰ্ণময়; এই ঘৰটিয়েই মানহঁতৰ প্ৰধান বৌদ্ধ মন্দিৰ। এই মন্দিৰৰ ভিতৰত বগা নিমজ শিলৰ আৰু ধাতুৰ অনেক প্ৰতিমূৰ্ত্তি আছে। আমি অনুসন্ধান কৰি জানিব পাৰিলোঁ সেইবিলাক বুদ্ধদেৱ আৰু তেওঁৰ প্ৰধান শিষ্য সকলৰ প্ৰতিমূৰ্ত্তি। ফুঙ্গিবিলাকে চাকি লগাই, ঘণ্টা কোবাই ফুল-নিৰ্ম্মালিৰে সৈতে এই প্ৰতিমূৰ্ত্তিবিলাকক পূজা কৰা দেখিলোঁ। কোনো কোনো ফুঙ্গিয়ে তাল পাতত লেখা পুথিবিলাক একান্ত মনে পাঠ কৰিছে; কোনোৱে ফুলবিলাক মূৰ্ত্তিবিলাকৰ গালৈ চতিয়াইছে, কোনোৱে মুখেদি কিবা গাইছে। চাৰিওফালৰ সৰু সৰু মন্দিৰবিলাকত নানাপ্ৰকাৰ গীত আৰু বাদ্য হব লাগিছে; মান-তিৰুতাবিলাকে সৰু সৰু দোকান মেলি বহি আছে; দৰ্শকৰ ভোক পিয়াহ লাগিলে সেই দোকানৰ পৰা বস্তু কিনি খাব পাৰে। কোনো ঠাইত কোনো মান-গাভৰুৱে বহি ফুলৰ দোকান দিছে; কোনো ঠাইত কোনো বুঢ়া ফুঙ্গিয়ে বৌদ্ধ-ধৰ্ম্মৰ শাস্ত্ৰ-তত্ত্বত বুৰ গৈ দহ বাৰ জনক গোটাই লৈ ধৰ্ম্মৰ কথাবাৰ্ত্তা কৈছে; প্ৰধান মন্দিৰলৈ উঠা বাটৰ মন্দিৰবিলাকতো নানা প্ৰকাৰ সুন্দৰ সুন্দৰ বস্তুৰ দোকান আছে; আৰু প্ৰায় বিলাক দোকানতেই মান-তিৰুতাবিলাকক বস্তু বেচা দেখিলোঁ। আমি যেতিয়া প্ৰধান পেগডাৰ ভিতৰ সোমাই গৌতম বুদ্ধৰ মূৰ্ত্তিৰ ওচৰত নমস্কাৰ কৰিলোঁ, তেতিয়া ফুঙ্গিবিলাকে বৰ ৰং পালে; এজন ফুঙ্গিয়ে এধাৰ ফুলৰ মলা আনি আমাৰ ডিঙ্গিত পিন্ধাই দিলেহি; আন এজনে এথোপা গোলাপ ফুল আনি দিলেহি; তাৰ পাছত আমাক দক্ষিণা খোজাত আমি কিছু দি সেই মন্দিৰৰ পৰা ওলাই আহিলোঁ। প্ৰধান পেগডাৰ স্থবৰ্ণমন্দিত চূড়া সূৰ্য্যৰ কিৰণত জিক্‌মিকাব লাগিছে; চূড়াৰ একেবাৰে ওপৰত এডোখৰ বহুমূল্য পাথৰ আছে; ঐৰাৱতীৰ জাহাজৰ পৰাই এই প্ৰকাণ্ড পেগডাৰ সোণৰ চূড়া দেখা পায়; এই পেগডা চাই থাকিলেও আমনি নেলাগে; বৰং যতবাৰ চোৱা যায়, ততবাৰ আকৌ চাবলৈহে

হেঁপাহ হয়, আৰু তাৰ লগে লগে মানহঁতৰ কাৰুকাৰ্য্যৰ শক্তি আৰু শিল্প-কৌশল দেখি স্তম্ভিত হব লাগে। আমি অতি সংক্ষেপে ফয়াৰ বিষয়ে কিঞ্চিত বৰ্ণনা কৰিলোঁ। আশা কৰোঁ, আমাৰ কোনো অসমীয়া ডাঙ্গৰীয়াই মানৰ দেশ চাবলৈ গলে যেন এই "ফয়া" নোচোৱাকৈ উলটি নাহে।

ৰেঙ্গুনত এটা কলেজ আছে; এই কলেজত "এফ এ" পৰ্য্যন্ত পঢ়োৱা হয়। আমেৰিকান বেপটিষ্ট্ মিশ্যনেৰি সকলে "Burmese Girls' School" নামে এখনি ছোৱালীৰ পঢ়াশালী পাতি মান-দেশৰ অনেক ছোৱালীক লিখা-পঢ়া শিকাইছে। এণ্ট্ৰেন্স পাছ কৰা বৰ্ম্মিজ ছোৱালী বহুতো আছে। Diocesan High Schoolত য়ুৰোপীয় লৰাক মাথোন শিক্ষা দিয়া হয়। মুদে-ৰায়-পিলে নামেৰে মান্দ্ৰাজ দেশীয় এজন ডাঙ্গৰ মানুহে যি হাই স্কুল পাতিছে তাৰ অৱস্থাও ভাল। বৰ্ম্মিজ ভাষা বিশ্ববিদ্যালয়ত চলে। এই ভাষাত অনেক সুন্দৰ সুন্দৰ পুথি আছে। "ৰেঙ্গুন হিৰেলড্" নামে এখন বৰ্ম্মিজ ভাষাৰ বাতৰি কাকত ৰেঙ্গুনৰ পৰা ওলায়।

ৰেঙ্গুন নগৰৰ ওচৰত "ৰয়েল হ্ৰদ" আৰু "ভিক্টোৰিয়া হ্ৰদ" নামেৰে দুটা সুন্দৰ সৰোবৰ আছে বুলি জানিবলৈ পালো। দুৰ্ভাগ্যবশতঃ আমি এই দুটি বস্তু চাব নোৱাৰিলোঁ।

মান-দেশৰ প্ৰায় সকলো মাটিত খেতি কৰিব পাৰি; তাত অৰ্জ্জা বস্তু, ধান কুঁহিয়াৰ, নীল, কপাহ, ধপাত ইত্যাদি। জাহাজ আদি সাজিবৰ নিমিত্তে নানাবিধৰ উত্তম কাঠ অপৰ্য্যাপ্তৰূপে মান-দেশত আছে। টিক্ নামে এবিধ গছ আছে সি বৰ টান; উঁয়ে কেতিয়াও তাক নেখায়।

মানবিলাক বৌদ্ধ ধৰ্ম্মত প্ৰৱৰ্ত্তে। সিহঁতৰ ভিতৰত জাতিভেদ নাই; কিন্তু মৰ্য্যাদাভেদ খুব আছে। মানৰ ধৰ্ম্ম মতে একো জীৱজন্তু বধ কৰিব নেপায়। "অহিংসা পৰমো ধৰ্ম্ম" এয়ে বৌদ্ধ ধৰ্ম্মৰ প্ৰধান নীতি। কিন্তু আন মানুহে জীয়াজন্তু মাৰি দিলে, মানহঁতে গৰু আদি সকলোকে খায়।

ফুঙ্গিবিলাকে দিনটোত এসাজ মাথোন খায়, সিবিলাকে তিৰুতামানুহৰ মুখলৈ চাবলৈ নেপায়, বস্তু বেচা-কিনা নকৰে, ধনো নলয়, আৰু অকল হালধীয়া কাপোৰহে লয়; আৰু ধৰ্ম্মৰ কথা কৈ থাকোতে মুখৰ আগত ডাঙ্গৰ বিচনী আঁৰ দি ধৰে।

মানহঁতে এজনীতকৈ বেছি তিৰুতা নেৰাখে; কিন্তু বেটী বুলি অনেকক ৰাখে। বিবাহৰ বন্ধনৰ নিয়ম শকত নহয়। ডেকা গাভৰু দুয়োৰো বিবাহৰ ইচ্ছা হলে ( কিন্তু মাক-বাপেকৰ অনিচ্ছা হলে ), দুয়ো পলাইগৈ কিছুদিন হাবিত থাকে; তাৰ পাছত ইফালে দৰা আৰু কন্যাৰ মাক-বাপেকৰ মাজত মিল হলেই, দুয়ো

হাবিৰ পৰা ওলাই আহি স্বামী-স্ত্রী ভাবে বাস কৰেহি আৰু বিবাহৰ বাবে এটি ভোজ দিয়েহি।

মানদেশৰ বিবাহৰ নিয়ম ইমান ঢিলা যে প্রায় সকলো বিদেশী মানুহেই সেই দেশত কাম বা বেপাৰ কৰিবলৈ গৈ এজনী বা দুজনী মান তিৰুতা ৰাখিছে। মান্দ্রাজৰ ফালৰ মছলমানবিলাক আৰু ইংৰাজবিলাক এই বিষয়ত অগ্রণী বুলি আমি শুনিবলৈ পালোঁ। বৰ দুখৰ বিষয় যে অনেক সুসভ্য ইংৰাজে গাইপতি এজনী বা দুজনীকৈ মান-তিৰুতা ৰাখি, সেই তিৰুতাৰ দুটি বা এটি লৰা ছোৱালী হলেই তাইক এৰি পেলায়। এইদৰে এৰা তিৰুতাৰ সংখ্যা অনেক বাঢ়িছে; তাৰ লগে লগে জহৰা লৰা মাউৰা সন্তান, 'বেওৱাৰিছি'' পুত্রকন্যাৰ সংখ্যাও অনেক বাঢ়িছে। দয়ালু ভাৰত গবর্ণমেণ্টে ইয়াৰ সোনকালে প্রতিকাৰ কৰা উচিত।

১৮ মার্চ্চ ১৮৯৩।

আজি আবেলি ৪ বজাৰ পাছত Letter Steet Wharf নামে ঠাইত পেণ্টাকটা ষ্টিমাৰত উঠোঁ। আমাক আগ বঢ়াই থবলৈ ৭জন মান বঙ্গালী বন্ধু আহিছিল। ৰাতি ২ বজাত জাহাজ খুলিবৰ কথা আছে। সুতৰাং জাহাজত মালবস্তু থৈ আমি আমাৰ বন্ধু সকলৰ লগত গোটখাই ''মিউনিসিপ্যেল বজাৰ'' চাবলৈ গলোঁ। বজাৰৰ প্রায়বিলাক ঘৰ কাঠেৰে সজা। প্রায় দোকানতে মান তিৰুতাবিলাকক বস্তু বাহানি বেচা দেখা পালোঁ। আমাৰ লগৰ বঙ্গালী বন্ধু কেইজনে কিছু বৰ্ম্মিজভাষা জানে; তেওঁলোকৰ সাহায্যত আমি কেইটিমান বস্তু কিনিললোঁ। এজন বন্ধুয়ে মোক "মৰিয়াম" নামে এবিধ ফল কিনি দিছিল, সেই ফলৰ আকৃতি কেঁচা শিলিখাৰ সমান হব; তাক খাবলৈ টেঙ্গা; এই ফলৰ এটা আচৰিত গুণ শুনিলোঁ, সি এই যে, যদি কোনো মানুহক বলীয়া কুকুৰে বা শিয়ালে কামোৰে তেন্তে এই বিষ ফল খালে তৎক্ষণাত আৰোগ্য হয়। এই কথা ব্রহ্মদেশৰ অনেক মানুহে কয়; কিন্তু ইয়াৰ প্রমান আমি এই পর্য্যন্ত পৰীক্ষা কৰি চোৱা নাই। ব্রহ্মদেশত আৰু এবিধ ফল আছে; তাক দেখিবলৈ কঁঠালৰ নিচিনা। কিন্তু কাঁঠালতকৈ তাৰ আকৃতি কিছু সৰু; সেই বিধ ফল খাবলৈ অতি উত্তম।

আমাৰ লগৰ বন্ধু সকলক বিদায় দি আমি আমাৰ জাহাজৰ কেবিনত সোমালোঁহি। ৰাতি ২ বজাত জাহাজে লঙ্গৰ তুলি ধীৰে ধীৰে সাগৰৰ ফাললৈ যাবলৈ ধৰিলে।

১৯ মাৰ্চ্চ ১৮৯৩।

পুৱা।—এতিয়াও আমাৰ জাহাজ ঐৰাৱতীৰ বুকুত। দুয়ো পাৰৰ গছ-গছনি বেছকৈ দেখা যায়। ৰেঙ্গুন বিদায়! ব্ৰহ্ম বিদায়! আকৌ দেখা হয় নে নহয় সন্দেহ।

আবেলি।—সমুদ্ৰ পালোঁহি। সমুদ্ৰৰ ঢৌত আমাৰ জাহাজ কঁপিবলৈ ধৰিলে। আকৌ সেই কলীয়া পানী, যেনিয়ে চাই পঠিয়াওঁ কেৱল নীল বৰণীয়া পানী। ব্ৰহ্মদেশৰ গছগছনিবিলাক এতিয়াও ৰিণিকি ৰিণিকি দেখি। লাহে লাহে সূৰ্য্যদেৱ সাগৰৰ বুকুত মাৰগল; তাৰ লগে লগে ব্ৰহ্মদেশৰ দৃশ্য আমাৰ চকুৰ পৰা অন্তৰ্হিত হল।

২০ মাৰ্চ্চ ১৮৯৩।

আজি আমি বঙ্গোপসাগৰত। নিশা আকাশত অলেখ তৰা জ্বলিছে। অসীম তৰাৰ মাজত বহি জোনে ৰাণীৰ দৰে সুবিমল কিৰণ সুধা বাকি দিছে। নীল সাগৰত কিৰণ-মালা প্ৰতিবিম্বিত হৈছে। স্বভাৱৰ এই অপুৰ্ব্ব শোভা দেখি পৰম পিতা পৰমেশ্বৰলৈ ভক্তিৰ সঞ্চাৰ নহৈ থাকিব নোৱাৰে।

২১ মাৰ্চ্চ ১৮৯৩।

পুৱা।—আজি পুৱাৰ পৰা বৰ বতাহ মাৰিছে; বঙ্গোপসাগৰত ভয়ানক ঢৌ উঠিছে; পৰ্ব্বতাকাৰ ঢৌবিলাকে আহি ভয়ানক গৰ্জ্জন কৰি আমাৰ জাহাজক খুন্দা মাৰিছেহি। জাহাজৰ হেন্দোলনিত অধিকাংশ যাত্ৰীৰেই মূৰ ফুৰণিয়ে ধৰিলে। আমি আধা মৰাৰ দৰে পৰি আছিলোঁ। সন্ধ্যাৰ পৰা অলপ ঢৌৰ কোব কমিছে। অলেখ সামুদ্ৰিক চৰাইবোৰ আহি জাহাজৰ কাষত কোঢ়াল কৰিছে। আমি "সাগৰ পইণ্ট" পালোঁহি। পানীৰ বৰণ নীলা গুচি সবুজ হৈছে।

নিশা।—ধুমুহা বতাহ হৈছিল আৰু শিল বৰষিছিল, মেঘে বৰকৈ গাজিছিল আৰু বিজুলীয়াইছিল।

২২ মাৰ্চ্চ ১৮৯৩।

আজি শুই উঠিয়েই দেখিলোঁ আমাৰ জাহাজ ভাগীৰথী নৈত সোমাই ক্ৰমে উজাইছে। ২টা বজাত গাৰ্ডেন্‌ৰিচ্ পালোঁহি। ভাটাৰ নিমিত্তে কলিকতাৰ ঘাটলৈ জাহাজ আহিব নোৱাৰিলে। Swift নামে এখন সৰু জাহাজে আমাক কয়লাঘাটত নমাই দিলে। ৫টা বজাত ৩নং অল্‌ড বৈঠকখানা দ্বিতীয় লেনত থকা স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ ঘৰলৈ আহিলোঁ।

## সামৰণি।

ওপৰত উল্লেখকৰা স্বৰ্গীয় ৰায়বাহাদুৰে মোক অসীম স্নেহ কৰিছিল ; এতিয়া তেওঁ স্বৰ্গলোকত। তেওঁৰ কৃপাতে মোৰ ৰেঙ্গুন দেখা হল। এতেকে মোৰ ক্ষুদ্ৰ ডায়েৰি তেওঁৰ পৱিত্ৰ নামে উৎসৰ্গ কৰিলোঁ।

---

## জীৱন-সঙ্গীত।

শোকৰ কবিতা ৰচি, দুধাৰি চকু-লো মচি,
নকবা জীৱন মিছা নিশাৰ সপোন।
অসাৰ সংসাৰ ভাই, ইয়াত সকাম নাই,
মোহময় মায়াময় সকলো মাথোন॥
পুত্ৰ কন্যা পৰিবাৰ, কোন তৱ তুমি কাৰ,
বুলি হেৰা, অকাৰ্য্যত নকৰা বেজাৰ।
কলাঘুমটীয়া হই, আতমা যে আছে ৰই,
জানিবা মৰণ নাই এই আতমাৰ॥
অস্থায়ী মানৱ দেহা, কৰিম দু'দিন বেহা,
ফুৰিম দুদিন মাথোঁ সংসাৰ হাটত।
দুদিনৰ অন্ত হলে, আয়ুষ ঢুকাই গলে,
সুন্দৰ দেহাৰ ঠাই শেষ শ্মশানত॥
চকু, কাণ, নাক যাব, হাড়, ছাল সাং হব,
মাটিৰ মানুহ তুমি মাটিত মিলিবা।
অবিনাশী নিত্য ধন, অমৰণ, অভগণ,
অনন্ত উন্নতিশীল আতমা জানিবা॥
সদায় চকু-লো টোকা, দুখত মগন থকা,
ভোগ, সুখ, জীৱনৰ উদ্দেশ্য নহয়।
এনে ভাৱে কাম কৰা, দিনে যেন আগ বাঢ়া,
প্ৰতিদিনে খোজ যেন আগলৈহে যায়॥

পল পল দণ্ড কৰি, সময় গৈছে উড়ি,
পাখী-লগা কাঁড়ৰ নিচিনা অবিৰাম।
বহুদূৰ আছে গতি, সময় তাকৰ অতি,
—কৰিব লগীয়া আমি আছে বহু কাম॥

দিন যায় আহে ৰাতি, আয়ুষ গৈছে টুটি,
লাহে লাহে চমু চাপি আহিছে মৰণ।
সংসাৰ যুজৰ ঠাই শুৱৰ সকাম নাই,
কাছি-পাৰি যুজোঁ সবে কৰি প্ৰাণপণ॥

এলাহ-নিহালি থোৱাঁ, বীৰবেশ গাত লোৱাঁ,
নহবা মৰাৰ প্ৰায় মানুহ-সন্তান।
নহবা গৰুৰ দৰে, খুচিলেহে খোজ ধৰে,
ৰণত বীৰেন্দ্ৰ বুলি হোৱাঁ খ্যাতিমান॥

কল্পনা চকুৰে চোৱাঁ, যেনেকি সুন্দৰ পোৱাঁ,
নকৰিবা দূৰ ভবিষ্যক পতিয়ন।
অতিত মৰিল, গল, তাৰ কথা অন্ত হল,
মনৰ পৰাই তাক কৰা বিসৰ্জ্জন॥

যিহকে আগত পোৱা, ততালিকে কৰি যোৱা,
জীৱন্ত জাগ্ৰত বৰ্ত্তমান সময়ত।
সাহক সাৰথি কৰাঁ, 'কৰ্ত্তব্য'ৰ পাছে লৰাঁ,
ঈশ্বৰ করুণাময় আছে ওপৰত॥

মহা মহা পুৰুষৰ, চানেকিৰে জীৱনৰ
আমিও কৰিব পাৰো জীৱন গঢ়িত।
অভিনয় শেষ হলে, জীৱনৰ অন্তকালে,
থই যাব পৰোঁ খোজ সময় বালিত॥

কেতিয়াবা হব পাৰে, কোনো দুৰ্ভগীয়া নৰে
জীৱন-সমুদ্ৰ মাজে নাও বুৰ গই।
অঠাই পানীত পৰি, কক্ বক্ কৰি কৰি
ঢউৰ কোবত যদি আহি পাৰ পাই॥

দেখি সেই খোজবোৰ, হব তাৰ আশা ঘোৰ
সাহ কৰি খোজে খোজে খোজ লব পাৰে।
তেনে হলে বলা ভাই, শুবৰ সকাম নাই
অপূৰ্ব্ব জেউতি চোৱাঁ 'উন্নতি'ৰ শিৰে ॥
শিকাঁ সবে পৰিশ্ৰম, শিকাঁ হে নীতি ধৰম,
নেভাবিবা সুখ দুখ কিনো কপালত।
কৰ্ত্তব্যৰ পাছে লৰোঁ, ক্ৰমাগত কাম কৰোঁ,
ফলাফল ফলদাতা বিভুৰ হাতত ॥

---

## দেৱ-কন্যা মানৱী বেশেৰে।

চুলি তাঁৰ তোৰ ভোমৰা কলীয়া,
গাল গোলাপৰ পাহি।
দাঁত দুই পাৰি ডালিম-গুটীয়া,
মন-প্ৰাণহৰা হাঁহি।
হৰিণী-নয়ন তোৰ চকু দুটি
সদাই আনন্দময়।
চঁপাৰ বৰণ মুখৰ জেউতি
বিজুলী কোনোৱে কয়।
মুঠিতে লুকুৱা কঁকাল সুন্দৰ,
নখ মুকুতাৰ পান্তি।
এন্ধাৰ ঘৰত লখিমীৰ দৰে
জিলিকে সুবৰ্ণ-কান্তি।
মালতীৰ মলা তোৰ সাতসৰি
গুটিমালী তোৰ খাৰু।
খোপাত পিন্ধিছ বকুলৰ মলা,
হাতত গোলাপ আৰু।
স্নেহ, কোমলতা, হিয়াৰ দেৱতা,
মুখ তোৰ স্নেহে ভৰা,

পুৱঁতী নিশাৰ ফুলটিৰ দৰে,
সদাই লাজতে মৰা।
সকলো দেখিলোঁ, থৰ লাগি চালোঁ,
চাই চাই ভোল গলোঁ।
গভীৰ হিয়াৰ গম্ভীৰ তলিত
তোৰ ৰূপ সাঁচি থলোঁ।
হৃদয়ৰ বীণ বাজিল আকউ
তন্ত্ৰীত পৰিল তান।
তোৰ লগে মিলি ক্ষুদ্ৰ কণ্ঠ তুলি
কৰিলোঁ কতনো গান।
তই যে মাতিলে মইনাৰ মাত
কোকিলৰ ধ্বনি শুনো।
অনুপমা তোৰ ৰূপৰ মাধুৰী
দেখি কত কথা গুণো।
অমৰাৱতীৰ কোন দেৱকন্যা
বাট-পথ হেৰুৱাই।
মানৱ দেশত মানৱী বেশেৰে
মানৱ-গৃহ শুৱাই,
আছিলি দুদিন; তোৰ চৰণত
হিয়া মোৰ দিলোঁ সঁপি,
তোৰ প্ৰতিমাকে ঘনে ঘনে চাওঁ।
থাকোঁ তোৰ নাম জপি।
আছোঁ মই সুখে ৰূপ-মধু খাই,
এদিনা কলিহি "যাওঁ।"
"নেলাগে সংসাৰ" মিচিকাই হাঁহি,
মাৰিলি তই উৰাও।
কলৈ যাৱ সোণ, এখন্তেক ৰবি,
নহবি নিৰ্দ্দয় অতি।
যাৱ যদি মোকো লই যা লগতে,
থাকোঁ মই কাৰে সতি।

কান্দি-কাতি হায় ! হলোঁ হাৰাশাস্তি
নেপালোঁ সাক্ষাৎ আৰু।
গলি প্ৰাণাধিকে নেচালি উভতি
গলি সঁচাকৈ বাৰু।
দূৰ দূৰণিৰ উন্নত দেশত
বিহৰিছ তই সুখে।
আকাশৰ তলে সংসাৰ-মৰুত
দহি মৰোঁ মই দুখে।
ধৰমী জীৱন পৱিত্ৰৰ খনি
নিৰমল তোৰ দেহা !
নীচ মোৰ মন, পাপ-সংসাৰত
কৰিছোঁ পাপৰ বেহা।
তই দেৱ কন্যা, মই ক্ষুদ্ৰ নৰ !
কিন্তু এটি কথা কওঁ,
তই মোৰ ধ্যান তই মোৰ জ্ঞান,
তোৰেহে নামক লওঁ,
তোৰেহে নামকে ৰাতি দিনে জপোঁ,
তোকে ভাবি ভাবি থাকোঁ।
জীম যত দিন তোকেহে ভাবিম
হৃদয়ত কাকো নাকোঁ।
মহানিদ্ৰা আহি ধৰিব যেতিয়া
চকু মোৰ মুদ খাব।
তেতিয়াও দেবি, তোৰ নাম লই
মোৰ প্ৰাণ বাজ হব।

# পাণেসই।

ভৰ ডুপৰীয়া, নিমাত সকলো, নিমাত গছৰ পক্ষী।
ডুছাতি এছাতি, বতাহ বইছে, উড়াই কেতকী সখী।
পাণেসই গাভৰু, ওলাই আহিছে, উলাহে নধৰে হিয়া
মাহ সৰিয়হ, মেলি জুলি দিছে, ককাইদেৱৰ বিয়া।
লাহৰী ভনীটী, সাদৰী ককাই, কতনো মনত খেলা;
বিয়াৰ ৰঙ্গত, হিয়া বাকি দিব, শতেক ভাবৰ মেলা।
বিয়াৰ সকামে, ঘৰৰ সকলো, দিহাদিহি গুচি গল,
ঘৰৰ ৰখীয়া, চোতাল কাষত, পাণেসই আইটী ৰল।
কৰ বুঢ়ী জনী, আহিলি মাগনী, মাহৰ একঠা খুজি,
আইসু পাণেসই, দিব নো কেনেকই, বিয়াৰ বাতৰা বুজি;
হায়! হায়! বুঢ়ী, কিনো তই কলি, উলাহ ভাঙ্গিলি কিয়?
নুফুলোঁতে ফুল, কলিতে ছিঙ্গিলি, কিয়নো হলিহি থিয়?
"ককাইদেৱৰ, গোটাই হৃদয়, তোৰ ভাৱে ভোল হল,
জগৎ বিয়াপি, তোকেহে দেখিছে, সকলো পাহৰি গল।"
হায়! হায়! বুঢ়ী, কিনো তই কলি, সুখৰ সপোন হৰি!
ইকৰা বঠাৰে, সাগৰ ফুৰোঁগৈ, কলমৌ পাতৰ তৰি।
মানুহৰ আও, মানুহৰ ভাও, নুবুজোঁ মানুহৰ নীতি,
নিয়ম পাতিলে, ভাঙ্গিব আকউ, ই কোন দেশৰ ৰীতি!
বাপেকি স্নেহৰ, হবহি শহুৰ, ই কোন দেশৰ কথা,
প্ৰাণাধিকা আই, হব শাহু আই, কিমান সহিম ব্যথা।
ককাইদেৱৰে, সৰুৰে পৰাই, উমলি হলোঁহি বৰ।
মানুহ-সমাজ, কোনটো সতেৰে, তাকেই স্বোৱামী কৰ।
নিঠুৰ মানুহ, নেথাকোঁ লগত, নিজান ঠাইলৈ যাওঁ,
নীল-সাগৰত, নীলাকাশ তলে, বাই বাই ফুৰোঁ নাও।
পুৰঁতী নিশাতে, আপোন মনেৰে ধৰিম গীতৰ তান,
ফুলনি-বাড়ীৰ, গোন্ধ উৰুৱাই, মলয়া তুষিব প্ৰাণ।
হেজাৰে হেজাৰে, নাচি নাচি ঢউ, আহিব কাষলৈ মোৰ,
নাও বাই বাই, ঢউ গণি গণি, ঢউৰ কৰিম ওৰ।

প্ৰতি ঢৌ মুখে, হেঙ্গুলি বেলিয়ে, এটি এটি চুমা দিব,
তাতে বগা মেঘে, ৰঙ্গা দাঁত মেলি, দূৰতে হাঁহি মাৰিব।
তৰাৰ মাজত, ৰূপহী জোনায়ে, ভুবন পোহৰ কৰি,
অমীয়াৰ ধাৰ, বাকি দিব মুখে, মনৰ বিষাদ হৰি।"
এইবোৰ ভাবি, ৰূপহী পাণেসই, ঘৰক এন্ধাৰ কৰি,
নীল সাগৰলৈ, বেগে গুচিগল,—কল্‌মৌ পাতৰ তৰি!
ইফালে ঘৰত, মাক বাপেকীয়ে নেদেখি চেনেহী জী,
বিয়াকুল মনে, আক তাক সোধে, আইটীৰ হলনো কি?
লৰা কি ছোৱালী, সাগৰ-পৰীয়া সকলোৱে দেখি বোলে,
"চোৱাঁহি জগৎ, নীল সাগৰত, সোণালী প্ৰতিমা খেলে।
আথে বেথে গই, দেখি জীয়েকক, ইমান বিনাই কলে, :—
"ঐ আই পাণেসই,
"মোৰ ঘাটে চপাই দিয়াঁ নাও,
"দুহাতে দুমুঠি, দি যাওঁ চাৰি মুঠি, গলত দি যাম হাৰ;
"খাটলি পিৰাতে, বহি ভাতে খাবা, বেটীয়ে ধৰিব আল্।
"ঐ আই পাণেসই।"
"খাটলি পিৰাতে, বহি ভাতে নেখাওঁ, বেটীয়ে নধৰক আল্,
উলটি যোৱাঁগৈ, নাহিবা কাষলৈ, মোৰ ই দশাই ভাল।
আজলী ছোৱালী, পাই ভাল কৰিলা, নেথাকো মানুহ-মাজে,
আঁতৰে আঁতৰে, থাকিম ঐ নিলগে, যাম্ নো কোনটো লাজে।"
পূৰ্ণিমাৰ জোন, চাওঁতে চাওঁতে, মাৰিলে পানীত বুৰ,
ঢৌ ঢৌ মিলি, ধৰাধৰি কৰি, ধৰিলে গানৰ সুৰ।
শ হাত দুৰৈত, নীলিমাৰ মাজে, সোণালী পদুম পাহি,
ওলাল আকউ, ভুবন উজলি, পাণেসই আইটী ভাহি।
আপোন মনেৰে আপোনাৰে ভাৱে, আপুনি সদাই ভোল,
গুন্ গুন্ কৰি, কত গান গায়, কোনেনো বুজিব মোল।
কত দিনা গই, সাগৰ-পাৰত, সাদৰী বাপেক মাকে,
কত নো বিনায়, পাণেসই নেচায়, খুন্দামাৰি ধৰে শোকে।
এদিনা পুৱাতে, সাগৰ-পাৰৰ, এজোপা গছৰ মূলে,
দেখিলে মানুহে, পাণেসই আই, অনন্ত কাললৈ শুলে।

ডুই তাঁৰ কেশ, পৰিছে ডুফালে; নীয়ৰেৰে তিতি আছে,
কোমল মুখত, জিকি মিকি কৰি, কণক কিৰণ নাচে।
নপৰে নিশাহ, কপালত চোৱাঁ, মৃত্যুৰ কলীয়া ৰেখ্,
নিঠুৰ মানুহ, শেষ হল আজি, জীৱন দিবৰ লেখ্।
ৰূপহী আইটী, অকালত হায়! বেজাৰত গল মৰি,
সুগন্ধি গোলাপ, নিজানত ফুলি, নিজানতে গল সৰি!

---

## সুখৰ ঠাই।

Mrs. Hemans ৰ "Better Land" নামে কবিতাৰ ভাঙনি।

শুনিছোঁ সুখৰ ঠাই তোমাৰ মুখত,
কোৱাঁ আই, কোৱাঁ সেই ঠাই আছে ক'ত?
কোৱাঁ সি জেউতি-ভৰা দেশ ক'ত বাৰু,
আমি নো বিচাৰি তাক নেপাম নে আৰু?
কমলাৰ ফুল য'ত অলেখ ফুটিছে,
গছৰ ডালৰ মাজে জোনাকী নাচিছে;
তাতে নে সুখৰ ঠাই কোৱা মোক আই?
—নহয়, নহয় তাত সাদৰী সোণাই।

দীঘল পাতেৰে য'ত আছে বহু তাল,
ৰ'দৰ তাপত পকে খেজুৰ ৰসাল;
নীল সাগৰত থকা মাজুলীৰ মাজে,
সুন্দৰ সুগন্ধি নানা গছ য'ত ৰাজে;
ফুলাম পাখীৰে য'ত পখীবোৰ উড়ে,
শুৱলা মাতেৰে গীত গাই গাই ফুৰে;
তাতে নে সুখৰ ঠাই কোৱা মোক আই?
—নহয়, নহয় তাত সাদৰী সোণাই।

তেন্তে কি সি ঠাই আই, দূৰ অতিশয়,
সোণালী বালিৰ মাজে নই য'ত বয়;

চৰিছে জেউতি য'ত পদ্মৰাগ মণি,
পোহৰে হীৰাই য'ত নিৰজন খনি ;
পোৱালে বন্ধোৱা পাৰ নীল সাগৰৰ,
আছে য'ত শোভা কৰি মুকুতা আকৰ ;
তাতে নে সুখৰ ঠাই, কোৱাঁ মোক আই ?
—নহয়, নহয় তাত সাদৰী সোণাই।

চকুৰে নে দেখি সোণ, সি সুখৰ স্থান,
কাণেৰে নুশুনি তাৰ আনন্দৰ গান ॥
স্বপ্নত বৰ্ণোৱা টান সি সুখৰ ঠাই,
ৰোগ, শোক, জৰা, মৃত্যু সি দেশত নাই ,
ধ্বংশকাৰী সময়ৰ তাত হাত নাই,
মেঘৰ ওপৰে আছে সি সুখৰ ঠাই,
অমৰ সৌন্দৰ্য্য তাত বিৰাজে সদাই,
চিৰ সুখ, চিৰ শান্তি; সাদৰী সোণাই।

---

## তই।

১

নীল আকাশলৈ চাই, কিনো নাম গালি তই,
—কিনো বীণা বজালি চিকোণ !
নিজম কদম তলে যমুনাৰ উপকূলে,
যেন বাঁহী গোপিনী মোহন।

২

নেজানো যে কি কাৰণে, তোৰ প্ৰিয় পৰশনে,
প্ৰাণ মোৰ কৰে উচাটন।
তই পাৰিজাত ফুল, ফুলি কৰ বিয়াকুল,
ধৰা যেন নন্দন কানন।

৩

মই যেন পূঁৱতীৰ, নীলিম গগণ থিৰ,
শোভাকৰ তই ভোটা তৰা।
নিশাৰ সপোনে সখি থাকো তোক সদা দেখি,
হিয়া মোৰ তোৰ ভাবে ভৰা।

৪

নিলগে নিলগে থাক, নিলগতে ভাল পাৱ,
নিলগতে হাঁহি যাৱ তই।
নেজান অন্তৰ মোৰ, কেনে কৰে হেতু তোৰ,
—ভাবি মৰোঁ তোৰ কথা মই।

৫

ফুলনি পোহৰ কৰি, লাখে লাখে ফুল ফুলি,
একেটি জোনলৈ মাথোঁ চায়,
তৰাৰ কোলাত বহি, ৰূপহী জোনায়ে হাঁহি,
সকলোকে অমৃত বিলায়।

৬

ৰূপৰ ভঁড়াল এই সংসাৰ-ফুলনি চাই,
তই কত পাৱ তিৰপিতি!
শান্ত ভেটপাহি দৰে, মই কিন্তু একে থৰে,
তোক চাই পাওঁ মহা প্ৰীতি।

---

# বেণুধৰ ৰাজখোৱা।

---

## সেউতী কিৰণ।

( নাটক। )

### প্ৰথম অঙ্ক।

প্ৰথম দৰ্শন—নীলকমলৰ ঘৰৰ এটা কোঠা :

কিৰণৰ প্ৰবেশ।

কিৰণ। সৌন্দৰ্য্যৰ জন্মভূমি স্বৰ্গৰ নিজৰা তাৰ অন্তঃসোঁত কেৱল যথাৰ্থ প্ৰেমিকে দেখিবলৈ পায়। কিন্তু তেতিয়া পৃথিৱীৰ বিৰোধী সোঁতে তেওঁৰ উৎসাহ ভাঙিবলৈ যত্ন কৰে। সেই সৌন্দৰ্য্য এই পৃথিৱীৰ নিমিত্তে নহয়। ইয়াত মাথোন তাৰ লাঞ্ছনা হয়। স্বৰ্গৰ পদুম নিৰ্ব্বিঘ্নে সদাই বিকশিত হৈ থাকে; কিন্তু মৰ্ত্ত্যভূমিত তেনে পদুমেই সূৰ্য্যৰ উদয়লৈ বাট চায়; কোনো পিনৰ পৰা ডাঠ মেঘ আহি সূৰ্য্যক আবৰি ধৰে, আৰু তেতিয়া পদুমৰ শোভা নষ্ট হয়। আকৌ, নিয়মিত ভাৱে নিলাজ ক'লা ৰাতিৰ আবিৰ্ভাৱ হয়; তাই শৰীৰৰ পৰা ইমানকৈ এন্ধাৰ ঘাম উলিয়াই আকাশ ব্যাপে যে, সেইবোৰ ঘামে উজ্জ্বল স্বৰ্গজেউতীয়া চকুৰো ৰশ্মি কাঢ়ি নিয়ে---পদুমৰো ম্লান অৱস্থা কৰে। কিন্তু মোৰ সেউতীৰ কেতিয়াও মোৰ ওচৰত ম্লান অৱস্থা নহয়। মোৰ ৰাতি চকুৰেও মই দিনে দিনে তেওঁৰ লাৱণ্য বাঢ়ি যোৱা দেখোঁ। মই তেওঁৰ স্বভাৱৰ ওপৰত সন্দেহ কৰোঁ আৰু ভাবোঁ, মই তেওঁক ঘিণ কৰিম। কিন্তু কোনোমতে মই তেওঁক ঘিণ কৰিব নোৱাৰোঁ।—যিমান তেওঁৰ পৰা চকু আঁতৰাওঁ, সিমান তেওঁক আৰু ওচৰত দেখোঁ। হায়! যদি এই দূৰতা দুয়ো জনৰ পক্ষে সমান হলহেঁতেন! মই তেওঁক যিমান ওচৰত দেখোঁ, তেওঁ মোক সিমান নেদেখে। মোৰ আৰু তেওঁৰ মাজত আন এজন আছে, তেওঁ প্ৰধান চকুৰে সেই জনকহে চায়—মই তেওঁৰ দৃষ্টিৰ দ্বিতীয় বিষয় মাথোন। তেওঁৰ আৰ্চি বুকুত মই মোৰ নিজৰ

প্ৰতিকৃতি নেদেখোঁ। মোৰ জীৱন জাহাজৰ আগত যি পথ-আলো আছিল, সি নিস্প্ৰভ হৈছেহি। বিপদৰ বন্ধু তুমি মদ! তুমি এইবাৰ বন্ধুৰ কৰ্ত্তব্য আচৰাঁ। মোৰ গধুৰ ভাগৰ তোমাৰ বুৰবুৰণিত লুকাওক। ( মদ পিয়ে। )

নন্দনৰ প্ৰবেশ।

নন্দন! তুমি অহাত সন্তোষ পাইছোঁ।

নন্দন। মই তোমাক বিচাৰি সেউতীৰ ঘৰলৈ গৈছিলোঁ। তাত নেপাইহে ইয়ালৈ উভতিলোঁ।

কিৰণ। সুহৃদয়! মোৰ আগত আৰু 'সেউতী' নাম নুলিয়াবা। মোৰ চকুৰ মণি সেউতীক দূৰ কৰাঁ, চকুৱে জগতক এন্ধাৰ দেখোক। মোৰ প্ৰাণৰ ঢোকা সেউতীক আজি আঁতৰোঁৱা, প্ৰাণ নিঃসহায় হৈ হলি পৰোক।

নন্দন। মই বুঝিব পাৰিছোঁ, তুমি সেউতীৰ চৰিত্ৰৰ প্ৰতি সন্দিহান হৈছা। কাতৰ নহবা, সেউতী অতি সচ্চৰিত্ৰৱতী।

কিৰণ। আপ্ত! মই সেউতীৰ স্বভাৱৰ পৰিমাণ কৰিলোঁ।

নন্দন। তেওঁৰ স্বভাৱ অনিন্দনীয়। তেওঁ তোমাক অন্তৰেৰেসৈতে ভাল পাই। তেওঁ সকলোকে সাদৰ সম্ভাষণ কৰে। এইটি বৰং তেওঁৰ এটি মহৎ গুণ। এইবাবে তেওঁৰ চৰিত্ৰ কলুষিত বুলি ভাবিলে তেওঁৰ প্ৰতি অন্যায় কৰা হব। গাখীৰক তুমি বিষ এঠা বুলি বিবেচনা নকৰিবা। তেওঁ নিঃসঙ্কোচে সকলোৰে সৈতে আলাপ কৰে; কিন্তু তোমাক তেওঁ ভাল পায়। প্ৰিয় বন্ধু! এতিয়া আশ্বস্ত হোৱাঁ, মই আহোঁ। [স্বগত] শোক মেঘৰ সঞ্চালন কৰি তাক আৰু বিস্তাৰিত নকৰোঁ। [ প্ৰস্থান। ]

কিৰণ। 'তেওঁ নিঃসঙ্কোচে সকলোৰ সৈতে আলাপ কৰে; কিন্তু মোক তেওঁ ভাল পায়'! নন্দন সৰল লোক; তেওঁৰ মন আৰু মুখৰ মাজত শত্ৰুতা নাই; দুয়ো একেধাৰেৰে কাম কৰে। ঈৰ্ষাৰ খন্তেক স্তব্ধ-জড় বাজনাত আজি নন্দনে, আকৌ বাজিবলৈ চাবি দিলে। [ প্ৰস্থান। ]

দ্বিতীয় দৰ্শন।—হৰদত্তৰ ফুল-বাগিচা।

সুৰথ আৰু সেউতীৰ প্ৰবেশ।

সুৰথ। সেউতি! চোৱাচোন, গোলাপ ফুলটি কেনে সুন্দৰ! নীয়ৰত পাহিবিলাক প্ৰফুল্লিত হৈছে, থাকি থাকি নীয়ৰ কণিকাবিলাক গছটিৰ পাইদি লাহে লাহে বাগৰি পৰিছে।

সেউতী। ফুলনীৰ শোভাচাই মই বৰ তৃপ্তি পাওঁ। নিতৌ মই ৰাতি পুৱা অকলেই ইয়াত টহলি থাকোঁ। ফুলবিলাক দেখিলে, স্বভাৱতঃ মনত অপূৰ্ব্ব প্ৰীতিৰ আবিৰ্ভাৱ হয়। ফুলৰ সৌন্দৰ্য্যে ঈশ্বৰৰ মহিমা সৌন্দৰ্য্যৰ আভাস দিয়ে।

সুৰথ। ফুল প্ৰাকৃতিক সৌন্দৰ্য্যৰ সমষ্টি। এই সৌন্দৰ্য্য জীৱন্ত গুণ। ইয়াৰ কাৰ্য্যভৰত উচ্চতৰ, সৌন্দৰ্য্যৰ উপলব্ধি কৰিবলৈ মন আকুলিত হয়।

সেউতী। কিন্তু ফুলে স্বতঃ যথাৰ্থ ঈশ্বৰ-প্ৰেম শিকাব নোৱাৰে। প্ৰকৃতিৰ অস্ফুট সৌন্দৰ্য্য-ঘৰৰ ই দুৱাৰদলি মাথোন। সেই গূঢ় জ্যোতি মৰ্ত্ত্য চকুৱে প্ৰথমে দেখা টান ; সেই কাৰণে পৰিস্ফুট ফুল-সৌন্দৰ্য্যৰ সৃষ্টি।

আন এচুকে দি কিৰণৰ প্ৰৱেশ।

( কিৰণৰ ওচৰলৈ আহি ) আমাৰ ঘৰলৈ গৈছিল নে কি ?

কিৰণ। সেউতি ! তুমি ইয়াতে !

সেউতী। হয়, ফুৰিবলৈ আহিছিলোঁ। চাওকচোন, আজি ফুলবিলাকৰ শোভা আনদিনাতকৈ চৰিছে। মোৰ দেখি বৰ সুখ লাগিছে। আপোনাক সৌ ফুলটি লাগে নে ? এতিয়া থাওক, ছিঙিলে দেখিবলৈ বেয়া হব, নহয় নে ? আমাৰ ঘৰলৈ যাব জানো ?

কিৰণ। সুৰথ ! মোৰ এই পিনে কাম এটা আছে, মই এতিয়া আহোঁ।

সুৰথ। অলপ পৰ ৰোৱাঁচোন, ফুৰোঁ। আহিয়েই যোৱাঁ নে আৰু ?

কিৰণ। ( বিমৰ্ষভাৱে ) এৰা।

[ প্ৰস্থান। ]

সেউতী। আহাঁ যাওঁগৈ। ৰদ উঠিল।

[ প্ৰথমে সেউতীৰ, পাছে সুৰথৰ প্ৰস্থান। ]

তৃতীয় দৰ্শন।—হৰদত্তৰ ক্ৰীড়া-পুখুৰীৰ পাৰ।

কিৰণ আৰু সেউতীৰ প্ৰৱেশ।

কিৰণ। মই এতিয়া সুন্দৰকৈ বুজিলোঁ, মোৰ প্ৰতি তোমাৰ গাঢ় স্নেহ কেৱল তোমাৰ পাপৰ ঢাকনী ; তোমাৰ কোমল মাতে, বাঁহীয়ে যেনেকৈ সাপক, সেইদৰে মোক মুগ্ধ কৰি থয়, আৰু সেই অৱসৰত তুমি তোমাৰ দুষ্ট অভিপ্ৰায়ৰ সাধন কৰাঁ।

সেউতী। আপুনি কি কৈছে, মই একো বুজিব পৰা নাই।

কিৰণ। তোমাৰ পাপ-চৰিত্ৰ ইমান দিন লুকাই থৈছিলা, মই গম ধৰিব নোৱাৰিছিলোঁ। তোমাৰ লাৱণ্য চন্দ্ৰৰ ৰশ্মি।

( সেউতীয়ে কিৰণৰ কোলাত হাত থয় )।

মোৰ কোলাৰ পৰা হাত আঁতৰোৱাঁ। চন্দ্ৰত কলঙ্ক আছে, তোমাত দোষ আছে। তুমি অবিশ্বাসী; তোমাৰ কপট আচাৰ। তুমি সুৰথৰ নিমিত্তে প্ৰাণ উছৰ্গি দিলা; এতিয়া সেই প্ৰাণ ওলটাই নানিবা তুমি পুনৰ্ অবিশ্বাসী নহবা।

সেউতী। সুৰথৰ—

কিৰণ। মই সকলো স্পষ্টকৈ দেখিছোঁ। এতিয়া আৰু মই তোমাৰ কপট সৌন্দৰ্য্যক চাকি কৰি থোৱা নাই। প্ৰথমে ভাবিছোঁল, যদিও তুমি মোক বাসনাযুক্ত ভাবেৰে চাব নোৱাৰাঁ, তথাপি তোমাৰ মৰম অতি গাঢ়। যদি সেয়ে হয়, তেন্তে সি বৰ ভাল কথা, ইয়াকে ভাবি মই ৰাগীৰ বশীভূত নহলোঁ।— বিশুদ্ধ প্ৰেমত গা ঢালি দিলোঁ। প্ৰকৃতি অদম্য।—তোমাৰ প্ৰকৃতি সজাৰ বাজ হল। বিমল অনন্ত প্ৰেম-সাগৰৰ পৰা তুমি বহুত নিলগত।

সেউতী। মই সুৰথৰ—

কিৰণ। সেউতী! আৰু নকবা, আৰু নকবা। মই তোমাৰ কথা বহুত শুনিলোঁ। ( সেউতীৰ চকুলো ওলায় ) মই তোমাৰ নিমিত্তে বহুত দিন কান্দিলোঁ আৰু মই নেকান্দোঁ, এতিয়া তুমি কান্দাঁ। পাপৰ সোঁৱৰণীত এতিয়া তোমাৰ আত্মাত ঘাত-প্ৰতিঘাত হৈছে; আৰু তোমাৰ উপায় নাই। মই তোমাক দেবী বুলি জ্ঞান কৰিছিলোঁ। মোৰ নিজক মই তোমাৰ দ্বাৰা চিনাকি দিছিলোঁ; মোৰ ভিন্ন অস্তিত্ব নাছিল। ভাবিছিলোঁ, মোৰ সুখ নিৰৱচ্ছিন্ন হব; এবাৰ নেভাবিলোঁ, বিধাতাৰ ৰাজ্যত তেনে সুখৰ ঠাই নাই। তুমি যদি মোৰ হলাহেঁতেন, মোৰ এই নিৰতিশয় দুখময় জীৱনতকৈ আৰু সুখী জীৱন নেথাকিলহেঁতেন। মই দেউতাৰ একেটি লৰা; মোক তেওঁ বৰ মৰম কৰে। তোমাৰ নিমিত্তে তেনেকুৱা দেউতাৰ আদেশ প্ৰতিপালন নকৰা হৈছোঁ; আইতাৰ মনত শোক দিছোঁ; বন্ধুবান্ধৱেৰে সৈতে আঁতাৰি হৈছোঁ। যেতিয়াই মোক টকাকড়ি লাগে বুলিছিলোঁ, দেউতাই মোক তেতিয়াই দিছিল। অশিক্ষিত হাতত টকা-কড়ি পৰাত, সৰু কালতে মই মদপানত অনুৰক্ত হলোঁ। এই দৰে মোৰ জীৱন অনাদৰত অতিবাহিত হল। কিন্তু সেই কুশিক্ষা আজি মোৰ শিক্ষা হল। তেনেকুৱা অযত্ন জীৱন নিয়াবলৈ নিশিকা হলে, আজি মোৰ হৃদয় ভাগি গলহেতেন। ( সেউতীৰ হাতৰ

তলুৱা নিজৰ গালত লগাই, আৰু পাছে তাত চুমাখাই, ) সেউতি! তুমি সুখেৰে কালযাপন কৰাঁ, আৰু মোৰ নিমিত্তে চিন্তা নকৰিবা।

[ উভয়ৰ প্ৰস্থান।

দ্বিতীয় অঙ্ক।

প্ৰথম দৰ্শন।

সুৰথৰ প্ৰবেশ।

সুৰথ। সেউতীৰ ৰূপত মই মোহিত হৈছোঁ। তেওঁক এখনন্তক নেদেখিলে, মোৰ জীৱন-তৰা অস্পষ্ট হয়। তেওঁ মোক আগেয়ে মৰম কৰিছিল, এতিয়া মোৰ প্ৰতি সেই ব্যৱহাৰ নাই। পূৰ্ব্বে মোৰে সৈতে তেওঁ স্বচ্ছন্দৰূপে কথাবাৰ্ত্তা কৰিছিল; মোৰ ওচৰত হাঁহিছিল মাতিছিল। এতিয়া তেওঁ সদায় চকিতভাবে থাকে। যি হাঁহিৰে ফুল বিকশিত হৈছিল, তেওঁৰ মুখত এতিয়া সেই হাঁহি নাই। তেওঁৰ স্বৰ শুনি, গীতকণ্ঠ কুলি লাজত নীৰৱ হৈছিল; এতিয়া তাত পূৰ্ব্ব শক্তি নাই। তেওঁৰ সেই চঞ্চল, সুখচল গতি বয়সিয়াল গৃহিনীৰ দৰে স্থিৰ, গাম্ভীৰ্য্যৱন্ত হৈছে। এই বিলাক দেখি মোৰ মনৰ স্থৈৰ্য্য নোহোৱা হৈছে। তেওঁ যদিও মোক নিৰ্দ্দোষ ভাৱে চায়, তত্ৰাচ ভাবিছিলোঁ, মই তেওঁৰ মন ফিৰাব পাৰিম। তিৰোতাৰ মন যদিও মণিৰ নিচিনা দৃঢ় হয়, তত্ৰাচ সি চন্দ্ৰকান্ত মণি-চন্দ্ৰৰ খোচামোদী কিৰণৰ সংস্পৰ্শত তাৰ কঠিন শৰীৰ দ্ৰৱীভূত হয়। কিৰণৰ সংস্পৰ্শত যথাৰ্থত তেওঁতো দ্ৰৱীভূতা হল; কিন্তু হায়! সেই কিৰণ মোৰ সম্বন্ধীয় নহয়। সেউতী কুমলীয়া লতা, তেওঁৰ নিজৰ স্বাধীনতা নাই, নানা প্ৰকাৰ বুদ্ধি সাজি কিৰণ তেওঁৰ আশ্ৰয়-বৃক্ষ হৈছে। কিন্তু মই যদি সেই বৃক্ষ আঁতৰাব পাৰোঁ, তেনেহলে স্বধৰ্ম্মতঃ লতা আহি মোত আশ্ৰয় লব। সেউতীয়ে মোক নিশ্চয় ভাল পায় কেৱল কিৰণৰ ভয়ত ভালপোৱা দেখাব নোৱাৰে।

[ প্ৰস্থান।

দ্বিতীয় দৰ্শন।—হৰদত্তৰ ফুল-বাগিচা।

সেউতীৰ প্ৰবেশ।

সেউতী। মই কিৰণক যিমান ভাল পাওঁ, মোৰ হৃদয়ৰ দেৱতাত বাজে তাক আনে নেজানে। মই তেওঁৰ ৰূপত কি মাধুৰ্য্য দেখোঁ, মোৰ চকুৰ মণিত বাজে আনে তাৰ বুজ নেপায়। তেওঁত মোৰ আসক্তি বৰ্ণনাতীত। মই কব

নোবাৰোঁ, কি অপাৰ্থিৱ পদাৰ্থেৰে তেওঁ সৃষ্ট হৈছে। মই যত বাৰ তেওঁলৈ চাওঁ, মোৰ একে জোৰ চকুৰেই মই তেওঁৰ ৰূপৰ বিভিন্নতা দেখোঁ। কিন্তু যি মূৰ্ত্তিৰ পৰা এনেকুৱা সুশীতল লাৱণ্য বিনিঃসৃত হয়, সেই মূৰ্ত্তিয়েই ঈৰ্ষ্যাগ্নিৰ উৎপত্তিস্থান হৈছে; তাৰ প্ৰভাৱত আজি মোৰ এই শৰীৰ ধাতু শুহিছে। তেওঁ মোত অকাৰণত কোপ কৰিছে। ওপজাৰে পৰা দেখাদেখিকৈ দুয়ো একেলগে বাঢ়িছোঁ; সদাই এক ক্ৰীড়াভূমিত উমলিছিলোঁ, সাবটাসাবটি কৰি ককাইভনীৰ দৰে একে হাঁহি হাঁহিছিলোঁ। সেই স্নেহ এতিয়া স্নেহ-ভক্তিত পৰিণত হৈছে। মই তেওঁক ককাইক যেনে, তেনে স্নেহ দেখাওঁ গুৰুক যেনে তেনে ভক্তি দেখাওঁ; কিন্তু স্বামীক যেনে, তেনে ভালপোৱা দেখাব নোৱাৰোঁ। তেওঁৰ প্ৰতি মোৰ স্নেহ প্ৰভূত, মোৰ ভক্তি অগাধ। মই কেতিয়াও অবিশ্বাসী হোৱা নাই। কিন্তু তেওঁৰ ঈৰ্ষা হিমাচলৰ নিচিনা অটল। আজি কালি তেওঁ মোৰ কথাত উত্তৰ নিদিয়ে। এতিয়া মোৰ জীৱন-ভূমি কণ্টকাকীৰ্ণ যেন লাগিছে; মই বহুত কষ্টেৰে তাত ভৰি পাৰি আছোঁ। এই ঈৰ্ষা, মোৰ প্ৰতি তেওঁৰ অতুল মৰমৰ প্ৰসূতি মাথোন, এই কথা নজনা হলে, মই কেতিয়াবাই দুখসঙ্কুল জীৱনৰ ধ্বংস কৰিলোঁহেঁতেন। এই ঠাইতে এখনি নৈ বওক, তাৰ কুল্‌কুল্‌ শোকধ্বনিৰে মিলাই, পাৰত বহি মই কান্দিবলৈ ধৰোঁ। ইয়াতে এটি কুঞ্জ হওক, অভ্যন্তৰত নীৰলে চকুলো উলিয়াই সুখলাভ কৰোঁ।

সুৰথৰ প্ৰবেশ।

সুৰথ। সেউতি! তোমাৰ মুখত চন্দ্ৰৰ জ্যোৎস্না নেখেলা হৈছে কিয়?

সেউতী। আহাঁ, উপবেশন কৰাঁ।

সুৰথ। তোমাৰ শাৰীত বহিবলৈ মোৰ অধিকাৰ জন্মিছে, মোৰ মন তোমাৰ অৱস্থাপন্ন হৈছে; তোমাৰ মন বিষন্ন যেন দেখিছোঁ, মোৰো আজি তদ্ৰুপ। সেউতি! আজি মই বন্ধুশোকত কাতৰ হৈছোঁ, কিৰণৰ স্বভাৱ নষ্টপ্ৰায়। তেওঁ দিনে দিনে স্বেচ্ছাচাৰী হৈ উঠিছে; মদপানত উচ্ছৃত্ৰ ভাবে আসক্ত হৈছে; বেশ্যালয়ত কালাতিপাত কৰে; অপ্ৰতিপালিত জীৱন ধৰিব লাগিছে।

সেউতী। মোক আইতাই সোনকালে মাতিছে। তোমাৰ যদি কিবা কবলগীয়া আছে, আন সময়ত কবা। এতিয়া যাব লাগিল।

[ উভয়ৰ প্ৰস্থান।

---

## আত্মসংযম ।

আত্মসংযম সাহসৰ এটী ৰূপান্তৰ মাথোন। ইয়াক স্বভাৱৰ এটী প্ৰধান অঙ্গ বুলিলেও বুলিব পাৰি। এই কথা লৈয়েই মহাকবি শ্বেক্সপিয়েৰে কৈছে "আগ পিছ গুনি যি কাৰ্য্য কৰে, তেওঁকেই মানুহ বোলে।" এই গুণটিৰ দ্বাৰাই মানুহ আৰু জন্তুৰ বিভিন্নতা জনা যায়। এই গুণ নেথাকিলে কতো যথাৰ্থ মনুষ্যত্ব থাকিব নোৱাৰে।

আত্মসংযম সকলো ধৰ্ম্মৰে মূল-স্বৰূপ। কোনো কাৰ্য্যলৈ ঢাল খাব খোজা মনৰ গতিক যদি ভেটা মোকোলাই দিয়া যায়, তেন্তে সেই দিনাৰে পৰা মানুহে ভাল বেয়া কামৰ স্বাধীনতা লাভ কৰিবলৈ অসমৰ্থ হব। তেনে মানুহ জীৱনৰ সোঁতত উঠি যায় আৰু তেতিয়াই মনৰ একেবাৰে গোলাম হৈ পৰে।

ন্যায়-অন্যায় বচা বিবেকৰ অধীন হৈ মানুহে পশু গুচি মানুহ হব খুজিলে মনৰ বেগক বাধা দিব পাৰিব লাগে। ইয়াক কেৱল "আত্মসংযম" গুণৰ দ্বাৰাইহে সাধিব পাৰি। আত্মসংযম গুণে শাৰীৰিক আৰু নৈতিক জীৱনক বেলেগ বেলেগ কৰি দিয়ে আৰু ইয়েই মানুহৰ স্বভাৱ-গঠনৰ প্ৰধান উপায়।

"যি বলীয়ে ৰাজ্য দখল কৰে, তেওঁ প্ৰশংসনীয় নহয়, কিন্তু যি নিজৰ মনক দমন কৰিব পাৰে, তেওঁৱেইহে প্ৰশংসাৰ যোগ্য।" এইবিধৰ বলী মানুহে, শিক্ষাৰ বলত নিজৰ ভাব, আৰু কাৰ্য্যক সদাই দমন কৰিব পাৰে। যিবিলাক ইচ্ছাই সমাজক তললৈ নিয়ে আৰু যাক নদমালে পাপৰ সংখ্যা বাঢ়ি, সমাজ কলুষিত হয়, তাক মানুহে পুৰুষাৰ্থ কৰি এৰিব লাগে। "আত্মশিক্ষা, আত্মসম্মান, আত্মসংযমেইহে" মানুহক মনুষ্যত্ব শিকায়। সদাই এই বিলাক গুণলৈ চকুৰাখি কাম কৰিলে অন্তঃকৰণ আৰু মন বিশুদ্ধ হয়, আৰু স্বভাৱ পৰিমিতাচাৰৰ ওপৰত লাহে লাহে থিয় হয়।

স্বভাৱৰ আচল ধৰণি অভ্যাস, আৰু মনটোক ভাল পিনে যাবলৈ দিলে মন দয়াশীল ৰজা হয় আৰু বেয়া পিনে যাবলৈ দিলে অত্যাচাৰী ৰজা হৈ পৰে। ইচ্ছা কৰিলেই আমি সুচৰিত্ৰৰ উপৰীয়া ৰজা আৰু প্ৰলোভনৰ তলতীয়া গোলাম হব পাৰোঁ। মনেই আমাক ভাল বাটলৈ নিবও পাৰে, বেয়া বাটৰ খালত পেলাবও পাৰে। সাৱধানেৰে শিক্ষা কৰিলেই 'অভ্যাস' গঠিত হয়। বিবেকৰ অধীন হবলৈ শিক্ষা কৰিলে কিমান ভাল কাম কৰিব পাৰি, তাক শুনি আচৰিত হব লাগে। সকলো কথাৰে মূল শিক্ষা, ইয়াৰ বলত মানুহে যে কেনে সাহসী ধৈৰ্য্যশীল আৰু

পৰোপকাৰৰ নিমিত্তে নিজ প্ৰাণ পৰ্য্যন্ত দিবলৈও কুণ্ঠিত নোহোৱা হয়, এনেকুৱা উদাহৰণ বহুত আছে। যুদ্ধৰ সময়ত, কিম্বা সাগৰত যাওঁতে, কোনো কোনো মহাবিপদৰ সময়ত তেনেকুৱা শিক্ষিত মানুহে যথাৰ্থ সাহস আৰু বিৰত্বৰ শলাগ লব লগীয়া উদাহৰণ দেখুৱাই।

নৈতিক শিক্ষা স্বভাৱ গঠনৰ সম্পৰ্কে কম পৰাক্ৰমী নহয়। ই নহলে জীৱন সুচাৰুৰূপে অতিবাহিত কৰিবলৈ আৰু একো উপায় নাই। আত্মসম্মান, বিবেকিতা আৰু কৰ্ত্তব্য-পালন এই কেইটি গুণ ইয়াৰ ওপৰতে নিৰ্ভৰ কৰে। আত্মাবলম্বী, আত্মদমনকাৰী মানুহ শিক্ষাৰ অধীনত থাকে। শিক্ষা যিমান সুচাৰুৰূপে সম্পন্ন হয়, তেওঁৰ নৈতিক স্বভাৱও তিমান ভাল হয়। তেওঁ নিজৰ আকাঙ্খাকো শিক্ষা দিব লাগে। আৰু এই পৃথিবীৰ লোভক সৰ্ব্বোত্তম শক্তিৰ তলতীয়া কৰিব লাগে। আকাঙ্খাক বিবেকৰ কথা শুনা কৰিব লাগে। নহলে সেইবিলাক মনোগতিৰ বশবৰ্ত্তী হৈ পৰিব।

হাৰবাৰ্ট স্পেন্চাৰে কৈছে "আত্মসংযম কৰিব পৰা মানুহেইহে সুআহিঁ মানুহ। মনৰ বা প্ৰৱল ইচ্ছাৰ বলত লৰচৰ নোহোৱা আত্ম-শাসনকাৰী মানুহে নিজক তুলাচনিৰে জুখিব পাৰে।

নৈতিক শিক্ষাৰ প্ৰথম আৰু আচল ঠাই হইছে নিজৰ ঘৰ, তাৰ পাছত পঢ়াশালি, শেহত এই জগৎ। কামেই জীৱনৰ প্ৰধান বিদ্যালয়। আৰু মানুহে যিহকে কৰোক নকৰোক অভ্যাসৰে সৈতে কামৰ সম্বন্ধ আছেই আছে।

আদিতে নিজৰ ঘৰত শিক্ষা নহলে ভাল শিক্ষাৰ আশা কোনোমতে কৰিব নোৱাৰি। যি বিলাক অভিভাবকে লৰা অশিক্ষিত ভাৱেৰে ডাঙ্গৰ হবলৈ দিয়ে তেওঁবিলাকৰ প্ৰতি ধিক্কাৰ আৰু তেওঁবিলাকৰ কুলৰো ধিক্কাৰ।

যতে শিক্ষা অতি ভাল হয়, আৰু যতে শিকিলেও শিকাৰ গুণ ধৰে সেইয়েই শিক্ষাৰ উত্তম ঠাই বা ঘৰ। নৈতিক শিক্ষাই প্ৰকৃতিৰ নিয়মৰ অনুবৰ্ত্তী হৈ কাৰ্য্য কৰে। এই শিক্ষাৰ দ্বাৰাই যি বিলাক মানুহে জীৱনক কু-অভ্যাসৰ তলতীয়া নকৰাকৈ কাম কৰিব পাৰে তেওঁৰ পৰাইহে নিজৰ, সমাজৰ আৰু দেশৰ উপকাৰ সাধন হয়।

গৃহস্থালী শিক্ষাৰ গুৰুত্ব বিষয়ে চিস্পেল পেন্নিংক্স্ চাহাবৰ ঘৈনীয়েকৰ "জীৱন-চৰিতত" এটী প্ৰকৃত ঘটনা সুন্দৰৰূপে তলত লেখা দৰে বৰ্ণিত আছে; কোনো এজনা ভদ্ৰ মানুহৰ তিৰুতাই গিৰিয়েকৰ সৈতে ইংলণ্ড আৰু আন মহাপ্ৰদেশৰ বহুত পগলাফাটক চাই ইয়াকে জানিব পাৰিলে যে, যিবিলাকে সৰুতে

শিক্ষা নেপাইছিল আৰু মনৰ প্ৰৱল গতিত কোনো বন্ধুৰ বাধা নেপাইছিল, প্ৰায় তেনেকুৱা মানুহহে ফাটেকত আছিল। কিন্তু যিবিলাক সৰহীয়া পৰিয়াল থকা ঘৰৰ মানুহ আৰু যিবিলাকক সৰুৰে পৰা সুশিক্ষিত কৰা হৈছিল, তেনেকুৱা মানুহ অতি কম পৰিমাণেহে পগলা হোৱা দেখা গৈছিল। যদিও নৈতিক স্বভাৱ বহুত পৰিমাণে গৃহস্থালী শিক্ষা ও বাল্য শিক্ষাৰ ওপৰতে নিৰ্ভৰ কৰে, আত্মসংযমৰ সহায়েৰে প্ৰত্যেক মানুহে ইচ্ছানুসাৰে মনুষ্যত্ব লাভ কৰিব পাৰে। এজন পাৰদৰ্শী পণ্ডিতে কৈছে যে লাটীন আৰু গ্ৰীক্ ভাষা যেনেকৈ শিকিব পাৰি, অভ্যাস আৰু ইচ্ছাকো সেই দৰেই পাৰি।

বিদ্যোত্তম জন্‌চন্ চাহাবে, যদিও সৰুৰে পৰা নিজে সদাই আমনজিমনকৈ বেজাৰ মনেৰে থাকে, তথাপি কৈ গৈছে যে, "মানুহৰ মন বেয়া লগা ভাল লগা তেওঁৰ নিজৰ ইচ্ছাৰ ওপৰতে বহুত পৰিমাণে নিৰ্ভৰ কৰে।" আমি নিজক ধৈৰ্য্যশীল আৰু সন্তোষী হবলৈ শিকাব পাৰোঁ, আৰু অসুখী হবলৈও শিকাব পাৰোঁ। আমি যত্ন কৰি মহাবিপদৰ বাটত টানভেটা মাৰিবও পাৰোঁ, আৰু বাট মোকোলাই দি সৰুসুৰা বিপদকো আনি গিলিধৰা কৰিব পাৰোঁ। এতিয়া জানিব পাৰিছোঁ যে, আমি নিজক ভাললৈও ঢালখুৱাব পাৰোঁ আৰু বেয়ালৈও কতীয়া কৰিব পাৰোঁ। সকলোকে আনন্দ মনেৰে চোৱা আৰু জীৱনক আশান্বিত কৰা অভ্যাসকো, আন আন অভ্যাসৰ দৰে আমি চিৰকলীয়া কৰিব পাৰোঁ। "কোনো ঘটনাৰ ভাল ফাললৈহে চোৱা অভ্যাসটি বছৰি লাখ টকাতকৈও মূল্যবান" জ্ঞানী জন্‌চন্ চাহাবে কোৱা এই কথাটিক আমি নহয় বুলিব নোৱাৰোঁ।

প্ৰকৃত আত্মশিক্ষা আৰু আত্মদমন, এই গুণ দুটিয়েই ধাৰ্ম্মিক মানুহৰ জীৱনৰ প্ৰধান অঙ্গ। মানুহ ধীৰ আৰু চাৰিওপিনে চকুফুৰুৱা হব লাগে। বেয়াক উকলিয়াই ভালক গিলিব লাগে। জীৱনৰ সজবাটত আগ বাঢ়ি যাব লাগে। বিবেকৰ বশিভূত হব লাগে, বিপদক হেচাঁ দিব লাগে, আৰু আপদত সাহ আৰু ধৈৰ্য্যৰে থিয় হৈ থাকিব লাগে। আধ্যাত্মিক বলেৰে পাৰ্থিব পাপ অসুৰক যুদ্ধত জিনিব লাগে। হৃদয়ত ধৰ্ম্মগছ জুপিক তললৈ শিপা মেলিবলৈ দিব লাগে। আৰু কৰ্ত্তব্য কাৰ্য্যত ভাগৰ লগা হব নেলাগে। এই বিলাক উপদেশ মতে চলিব পাৰিলে নিজৰ জীৱনত পৃথিবীকেই স্বৰ্গ বুলি ভাবিবা!

---

## অনুতাপ।

কি কাম কৰিলোঁ মই, দেখিছোঁ কণ্টকময়,
এই যে পৃথিবী, হায়, সমূলঞ্চে মৰিলোঁ।
সাধু-সঙ্গ পৰিহৰি পাপীৰ লগত পৰি,
পাপৰ বান্ধেৰে মই দুটি পাৱ বান্ধিলোঁ॥

লভি জ্ঞান-জ্যোতি-কণা বিবেচিলোঁ শুদ্ধমনা,
হৰিত থাপিম ভক্তি, কিন্তু পাপ কৰিলোঁ।
মায়াদেবী মিঠামাতে মৰীচিকাময় হাতে
আবৰিলে চকু, যেবে পৃথিবীত জন্মিলোঁ॥

হলোঁ হি মদত মত্ত, পৰি পাচে যৌৱনত,
সাধু-সঙ্গ পৰিহৰি, দুষ্ট সঙ্গে মিলিলোঁ।
মদান্ধ হৰিণ যেনে, আগপাচ মনে মনে,
নুশুনি সাধুৰ কথা বহুদূৰে তেজিলোঁ॥
দেখিলোঁ কণ্টক আগে যেন জন্মেজয়-যাগে
আকৰ্ষণী মন্ত্ৰে নাগ, মৃত্যুকুণ্ডে পৰিলোঁ।

গভীৰ দীৰ্ঘিকা-বাৰি, চিন্তি মনে মলহাৰী
নেভাবি কি পৰিণাম, মহোল্লাসে জাঁপিলোঁ।
কিন্তু কি কৰিম হায় নৰকৰ কুণ্ড প্ৰায়
—উঠিবৰ চেষ্টা মিছা, হায় মই বুৰিলোঁ॥

এবে ময় নাৰায়ণ যেন পক্ষী পক্ষ হীন
কৰা ৰক্ষা এইবাৰ, মিছা প্ৰাণ ধৰিলোঁ।
অন্ধকূপে আছোঁ মই, তুমি বিনে ৰক্ষা নাই
পতিত-পাৱন, ৰাখা, সমূলঞ্চে মৰিলোঁ॥

---

( ১ )

প্ৰকৃতি।

আহা, কি শুৱনী শোভা প্ৰকৃতিৰ গাত !
যেনিয়ে চকুৰে চাওঁ, মনত তৃপিত পাওঁ
লতা তৃণ আদি কৰি, কাৰো নাই মাত,
সকলো নিস্তব্ধ, বন একেবাৰে সাঁত।

ভূচৰ খেচৰ সবো নিমাত হইছে,
কিনো শোভা বিতোপন, শীতল হইছে মন,
সুস্নিগ্ধতা অন্তৰত ক্ৰমে বিয়লিছে,
ক্ৰমে আনন্দত যেন মন উথলিছে।

দেখোঁতে দেখোঁতে ক্ৰমে হইছে গধূলি,
—আহা ভানু কি সুন্দৰ, কিবা বৰ্ণ শোভাকৰ,
হালধীয়া ৰঙাবৰ্ণ কোনে থৈছে ঘুলি !
কিন্তু, ৰবি অন্তৰ্হিত হইব সমূলি !

সি জন বা আছে কত গুপুত ভাৱেৰে,
যি জন সবাৰ পূজ্য, নিৰমিছে হেন সূৰ্য্য,
যি সূৰ্য্য এন্ধাৰ হৰি সৃষ্টি আলো কৰে,
জীৱ জন্তু ৰঙ্গ কৰে যাহাৰ পোহৰে।

এইদৰে যি সূকুযে চলাইছে বসুধা,
ভূমণ্ডল-লোক-ভৰ্ত্তা, ৰবি নিৰমান-কৰ্ত্তা,
আছে ক'ত, ক'লৈ গ'লে দূৰ হ'ব ক্ষুধা,
অন্তৰ হ'ইব শুদ্ধ, পিম ভক্তি-সুধা।

( ২ )

গৰু খেদি ঘৰ-ফালে আহে গৰখীয়া,
গৰুৰ খুড়াত উঠি, ধূলি গৈ মুঠি মুঠি
পৰিছেগৈ বিৰিখত শুৱনি-পতীয়া,
হ'ইছে সকলো পাত বগা বৰণীয়া।

তাৰ পাছে লাহে লাহে পড়িছে নিয়ৰ,
ধূলি গুচি বোকা হ'ল আগৰ শুৱনি গ'ল,
ন ন শোভা ছুটা হৈছে গছৰ পাতৰ,
আনন্দ-দায়ক আৰু মন-তৃপ্তিকৰ।
সূৰুয-সন্তপ্ত পাত আগে কুচিছিল,
এতিয়া নিয়ৰ পাই, আনন্দৰ সীমা নাই,
জেকি জেকি সকলোটি ক্ৰমে মুকলিল ;
পানী পাই শুকান পাতো আকৌ উঠিল।
নিয়ৰৰ পানী ক্ৰমে বাঢ়িব লাগিছে,
টপ্ টপ্ কৰি পাছে, টোপালৰ শব্দ হইছে,
সেই শব্দ কৰ্ণে পশি অমৃত ঢালিছে।
দেহ মন একেবাৰে শীতল লাগিছে॥
পৰম পুৰুষ সিতো অতি জ্ঞানবান্,
যাৰ গুণ দিন ৰাতি, প্ৰকৃতি কৰে আৰতি,
ইচ্ছা হয় দেখোঁ—কেনে পুৰুষ মহান্,
যি জনে কৰিলে এই প্ৰকৃতি নিৰ্ম্মান!

# পদ্মনাথ বৰুৱা।

## ভানুমতী।

### ১ম অধ্যা।

### আপোন চিনাকী।

মোৰ নাম ভানুমতী। মই দেউতাৰ বহু সাধনাৰ ফল একেটি ৰত্ন। মোৰ জীৱনৰ আদি ছোৱাৰ কথা একোকে মনত নপৰে। যি অলপ-অচৰপ কব পাৰোঁ, সি কেৱল এনাই-দেউতাৰ মুখৰ পৰা শুনা কথা হে। মোৰ দেউতাৰ চাৰি ভাই-ককাই। দেউতাই সবাতকৈ সৰু। পুঠাও দেউতা ধুকুৱাৰ পাচৰ পৰা তেওঁ ককাইদেউসকলৰ আদৰত উলাহৰ মাদলী আছিল। পিছে যেতিয়া সিবিলাক তিনিওটিয়ে এজন এজনকৈ বিয়া কৰাই উঠি, আপদেউসকলৰ হাতত ঘূৰা উঘাৰ নিচিনা হল, তেতিয়াৰ পৰা সেই উলাহৰ মাদলী লাহে-লাহে বেজাৰৰ কেৰোণ যেন হবলৈ ধৰিলে। তাৰ পিছত আকৌ আপদেউসকলৰ লেখ লাহেকৈ তিনি গৰাকীৰ পৰা ছগৰাকীলৈ উঠিল। আৰু তেতিয়াৰে পৰা হে ঘৰত দিনে ৰাতিয়ে কছাৰি ৰণ লাগিব লৈ ধৰিলে। ঘৰত কাৰো সুখ-শান্তি নোহোৱাত পৰিল। দেউতাৰ দুৰ্গতিৰ সীমা নেথাকিল, আৰু লাহে লাহে এইবোৰ কথা ৰজাৰ কাণত পৰিলেগৈ। স্বৰ্গ-দেৱে মন্ত্ৰী আৰু বিষয়াসকলেৰে সৈতে পৰামৰ্শ কৰি দেউতাক মতাই নিয়ালে। আৰু চৰাৰ বিচাৰ মতে নিচাও দেওক ভাঙ্গি পুঠাও-দেউতাৰ মৰাণ-ডেকাবৰুৱাৰ বিষয়ৰ বাব দেউতাক দিলে। দেউতাৰ স্বভাৱ চৰিত্ৰ আৰু কথাবাৰ্ত্তাত স্বৰ্গদেৱ বৰ সন্তুষ্ট হৈছিল। গতিকে ৰাজ অনুগ্ৰহৰ বলত দেউতাৰ প্ৰতিপত্তি আৰু ক্ষমতা সোনকালে বাঢ়িবলৈ ধৰিলে। তাৰ লগে-লগে তেওঁৰ ঘৰ-গৃহস্থী, সুখ-সম্পদ, ধন-গৌৰৱ আদিও বাঢ়ি আহিল। কিন্তু ইমানবিলাক বাহিৰৰ সৌভাগ্যৰ কাৰণেও তেওঁৰ অন্তৰত সুখ-শান্তি দিব নোৱাৰিলে, —তেওঁৰ সদায় বিষাদ, সদায় মন-মৰা। ইয়াৰ কাৰণ হৈছিল, বহুকাললৈকে তেওঁৰ সতি-সন্তান নাছিল। কিমান যাগ-যজ্ঞ পূজা সেৱা আদি কৰালে সকলো মিছা হল। বন্ধুবান্ধৱে

দেউতাক আৰু এগৰাকী বিয়া কৰাবলৈ পৰামৰ্শ দিছিল, কিন্তু ককাইদেৱেক সকলৰ দশালৈ চাই তেওঁ তেনে হিত উপদেশ নললে। অন্তত তেওঁ সন্তানৰ আশা এৰি দি নিশ্চিত হৈছিল। এনেতে ঈশ্বৰৰ ইচ্ছাত এই অভাগিনীৰ জন্ম হয়। দেউতাৰ আনন্দৰ পাৰ নোহোৱা হল। পণ্ডিতে পুথি-পাঁজি চাই মোৰ নাম ভানুমতী ৰাখিলে।

কথমপি মোৰ তিনি বছৰ হওঁতেই ঈশ্বৰে মোক মাউৰী কৰিলে। মাকৰ চেনেহৰ—যি পবিত্ৰ স্নেহৰ তুলনা নাই—তাৰ সোৱাদ মই ভালকৈ নুবুজিলোঁ। কিন্তু কেতিয়াবা সুঁৱৰি চালে মোৰ স্বৰ্গীয়া আইতাৰ মুখখানিলৈ মনত পৰে। আৰু সেই চালুকীয়া বয়সত আইতাৰ আঁচলত ধৰি ডেও দি ফুৰা, কেতিয়াবা কোনোবাই ধৰ বুলিলে লৰ মাৰি আইতাৰ গাত গবা মাৰি ধৰা, আইতাৰ মূৰ মেলাই দিয়া আৰু কেতিয়াবা ওকণী চাওঁতে আমনি পাই কান্দি বলিয়া হোৱা এইবোৰ কথা এতিয়া ৰিণিকি ৰিণিকি মনত পৰে। আইতা ধুকাবৰ পৰা মই দেউতাৰ মানত আলাসৰ লাৰু যেন হলোঁ। তেওঁ সততে মোক ওচৰৰ পৰা নেৰা হল। ময়ো দেউতাক এক্ষন্তেক নেদেখিলে আন্ধাৰ দেখোঁ।

এই দৰেই মোৰ জীৱনৰ চালুকীয়া কাল পাৰ হল। তাৰ পাচত মই যিমানেই বুজন হৈ আহিলোঁ সিমানেই দেউতাৰ লগ ধৰা অভ্যাস পাতল হৈ আহিল। এই নিয়মে লাহে লাহে মোৰ বয়স চৈধ্য বছৰত সোমালহি। তেতিয়াৰে পৰা আল-পৈচান ধৰাত বাজে দেউতাৰ ওচৰ চাপিবলৈ মোৰ কাৰণ নোহোৱা হল। আৰু লাহে লাহে পিচলৈ অকলৈ থাকিহে ভাল লগা হল। কিন্তু অকলৈ থাকোঁ বুলি চিন্তাই মোৰ লগ নেৰে। ধৰিবলৈ গলে, পাচলৈ চিন্তা মোৰ লগৰীয়া সখী হেন হৈ উঠিল। কেতিয়াবা এই চিন্তাতে ভোল গৈ আপোন-পাহৰা হওঁ। এনে কি, পাচলৈ মোৰ ভাব-গতি দেখি দেউতা চিন্তাযুক্ত হবলৈ ধৰিলে।

লাহে লাহে চিন্তা মোৰ লগৰ লগৰী, মৰমৰ সখী আৰু সুখৰ কাৰণ হৈ উঠিল। দেউতা ৰজাৰ চৰালৈ ওলাই গলেই মই আগফালৰ ফুলনিত, নাইবা পাচফালৰ পুখুৰী পাৰত বহি চিন্তাৰ লগৰী হওঁ। তেতিয়া জগৎ-সংসাৰ নিতাল মৰা যেন পাওঁ। গছৰ পাত এখিলা সৰি পৰিলেও সাৰ পাওঁ। এই অৱস্থাতে এদিন দুপৰীয়া। জেঠৰ ৰাব খৰৰ তৃতীয় খৰ। ৰদে খাওঁ খাওঁ মূৰ্ত্তি ধৰিছে। আকাশত মৰল দিছে। গছৰ পাত লেৰেলি পাতত দিয়া টেঙেচিৰ দৰে হৈছে। বাহিৰত ধানলুভীয়া কাউৰী আৰু বোৱাৰীত বাজে দেউ—মনিচ কাকো দেখিবলৈ নাই। সকলোৱে ভিতৰত বহি শাঁত হৈছে। কিন্তু বোৱাৰী বেটীৰ শান্তি নাই, ধান হাত দিওঁতে হাইৰাণ। ঘামে জুকলি

বৈছে। কপালৰ ঘাম বৈ আহি চকু ঢাকি পেলাইছে। তথাপি এফেৰি জিৰাবৰ সাধ্য নাই। ছাঁত বহি অলপ শাঁত হবলৈ গলেই ইফালে ধান খৰি যায়,— নাচনী শাহু-আই নাচি আহিব! নিৰুপায়! মনৰ খং মনতে মাৰ গৈছে। মনে মনে একোবাৰ বাঢ়নীৰে খুচি কণা মেঘৰ ইওটো চকু ফুটাবলৈকে বাঢ়নী তুলিছে। একোবাৰ আকৌ বেটীৰ খং বাঢ়নীতে মাৰিছে। এনে ক্ষণত এনে উৎপতীয়া ক্ষণত এজন ডেকা আমাৰ পুখুৰীপাৰেলৈকে পোনাই আহিছে। মই মূৰ দাঙ্গি হঠাৎ তেওঁক দেখি চঁক খাই উঠিলোঁ। কিয় চঁক খালোঁ কব নোৱাৰোঁ। কিন্তু পিচ মুহূৰ্ত্ততে তেওঁক চিনি পালোঁ। তেওঁ আমাৰ চুবুৰীয়া। ডেকাজন ৰদত পকি পকা-থেকেৰাটিৰ দৰে হৈ আহিছে। দেখাতে বুজা যায় যে, তেওঁ কিবা আপদত পৰি উধাতু খাই ফুৰিছে। মুখখানি বেজাৰত আমোলাই আছে। কিন্তু মোৰ ওচৰ চাপিলত সেই চিন ক্ষন্তেকলৈ মুখৰ পৰা অঁাতৰ হল। আৰু তেওঁ লাহেকৈ হাঁহি এটি মাৰি মোক মাত লগালে, "ভানু, তুমি ইয়াত অকলৈ বহি আছাঁ?" মই হৰিষ মনেৰে উত্তৰ দিলোঁ,—"এৰা, ঘামত তৰণি নেপাই ইয়াতে বহি জুৰ লৈছোঁহি। তুমিনো ইমান ৰদত অকলৈ কলৈ গৈছিলাঁ?" তেওঁ জিকাৰি উঠি কলে, "অ মই যাওঁ! মই বহুত পলম কৰি আছোঁ, মই ৰব নোৱাৰোঁ। দেউতাৰ সন্নিপাত জ্বৰত্ তত্ নাই। কি হয় গৈ ঈশ্বৰেহে জানে। মই বেজবৰুৱাৰ তালৈ গৈছিলোঁ। তেওঁ ৰাজবাটেদি গৈছেগৈ। মই এই পোনেই পোনাই আহিছোঁ। ভানু! থাকিবাঁ এতিয়া দেই!" এই কেই আষাৰ কথা কৈ তেওঁ বেগাবেগিকৈ ঘৰৰ ফালে খোজ ললে। আমাৰ ভঁাৰাল-ঘৰৰ আঁৰ নোহোৱালৈকে মই তেওঁক চাই চাই চাই চাইয়ে ৰলোঁ। তেওঁৰো মোলৈ উলটি চাই গৈছেগৈ।

## ২ আধ্যা।

## দুপতীয়া পুলি।

মোৰ আৰু সেই দিন নাই। সেই পুখুৰী-পাৰত বহি চিন্তাৰ লগৰী হোৱা দিন মোৰ পাৰ হল। আগৰ চিন্তা আছে কিন্তু আগৰ সুখ নাই। লগৰ চিন্তা লগতে ফুৰিছে, কিন্তু আগৰ দৰে লগ লোৱা ঠাইৰ ঠিকনা নাই। চিন্তাৰ লগ আগতকৈ বাঢ়িছে, কিন্তু সেই দৰে লগ লোৱা সময়ৰ ঠিক নোহোৱাত পৰিছে। শোওঁতে খাওঁতে উঠোঁতে বহোঁতে মনত সদায় কি এটা চিন্তাৰ সোঁত আছেই। আৰু সেই

সোঁতত উটি কেতিয়া কি ভাবে কলৈ যাওঁ কব নোৱাৰোঁ। কৰোঁ কি, কওঁ কি, কেতিয়াবা তাকো বুজিব নোৱাৰোঁ। আচলতে ভাবোঁ কি চিন্তা, কিহৰ তাৰ আদি-অন্ত নাই। এনে ভাবে ভালেমান দিন গল। এনে এদিনে-এবছৰ ভালেমান পাৰ হল। আগলৈ এদিনে-এযুগ আৰু কতনা আছে!

চাৰু গোহাঁইদেৱক মই সেই দিনাই যে প্ৰথম দেখিছিলোঁ এনে নহয়, মোৰ মনতপৰাৰেপৰা তেওঁ মোৰ লগৰীয়া। দুয়ো হাতত ধৰাধৰিকৈ ডঠা। দুয়ো সৰুতে কিমান উমলিছিলোঁ! দুইৰো একালত কিমান হঁহা-কন্দা গল। দুইয়ো দুইৰো বাল্য প্ৰেমত কিমান মজিছিলোঁ! আৰু দুইৰো মনৰ মিল দেখি চাকুলী বাইহঁতে আমাক দৰা-কন্যা বোলা এতিয়াও মনত পৰে। এতিয়া আগৰ দৰে অহা-যোৱা ঘন নহয় বুলিও গোহাঁইদেৱ আমাৰ ঘৰলৈ দিনটোত এবাৰ নহাকৈ নেথাকে। আগৰ নিচিনাকৈ ধেমালিৰ মেল পতা নহয় বুলিও দুইৰো ভিতৰত এতিয়াও মতা-বোলা চলে। দুইৰো ভিতৰত এতিয়াও দেখাদেখি মিলা প্ৰীতি ৰৈছে। তথাপি সিদিনা তেওঁক ন চিনাকী যেন লাগি গল কিয়? সেইদিনা মই পুখুৰীপাৰত বহি থাকোঁতে গোহাঁইদেৱ ঘৰলৈ যাবলৈ পোনাই আহিছিল। সেই দৰে আগেয়েও তেওঁ কেতিয়াবা আহে। পিচে সেই দিনা নো মই তেওঁক নেদেখাই দেখাৰ দৰে, দেখি চঁক খাই উঠিছিলোঁ কিয়? সেই দিনাৰ নিচিনাকৈ আগেয়েও কিমান বাৰ দেখাদেখি হয়, আৰু দুই চাইটা কথাৰে আকৌ এৰা এৰি, হওঁ, কিন্তু সেই দিনাৰ দেখাদেখি আৰু কথা কেই অষাৰত নো কি মোহনী শক্তি আছিল? আগেয়েও এৰাএৰিত চকুৰ আৰ নোহোৱালৈকে দুইকো দুয়ো সেইদৰেই চাওঁ; কিন্তু সেইদিনাৰ চাওনিত নো কি সুৰগা মিহলি আছিল? এই বিলাক প্ৰশ্নৰ মই উত্তৰ কাটিব নোৱাৰোঁ। ভাবোঁ কিন্তু তাৰ অন্ত নেপাওঁ। সেই দিনাৰ সেই মুহুৰ্ত্তকৰ কথা মোৰ মনত নতুন হৈয়ে আছে; কিন্তু তাৰ মহিমা মই বুজিব পৰা নাই!

সেই দিনাৰপৰা তিন দিনৰ পাচত চাৰুচন্দ্ৰ গোহাঁইদেৱৰ দেউতাক বৰ-গোহাঁই ডাঙ্গৰীয়া সেই নৰিয়াতে ধুকাল। বৰগোহাঁই ডাঙ্গৰীয়া এজন বৰ লাগতিয়াল আৰু ৰজাৰ বিশ্বাসী মন্ত্ৰী আছিল। তেওঁ স্বৰ্গী হোৱাত স্বৰ্গদেৱৰ সোঁ-হাত ছিগাৰ দৰে হল। গতিকে, ডাঙ্গৰীয়াৰ অকাল বিয়োগত স্বৰ্গদেৱে বৰ সন্তাপ পালে। চাৰু গোহাঁইদেৱ মোৰে নিচিনা সৰুতে মাউৰা, তেওঁ এতিয়া ঘাট মাউৰা হল! সেই কাৰণে ৰজা আৰু ডাঙ্গৰীয়া বিষয়া সকলোৱে গোহাঁইদেৱক বৰ মৰম কৰিবলৈ ধৰিলে। আৰু সকলোৱে ভাবি চিন্তি চাই তেওঁক পিতৃ-বন্ধু মোৰ দেউতাৰ সাৱধানত থবলৈকে স্থিৰ কৰিলে।

গোহাঁইদেৱে দেউতাকৰ আসন লব পৰা বয়স নোপোৱালৈকে তেওঁক আমাৰ ঘৰত ৰখাটোকে স্বৰ্গদেৱেও স্থিৰ কৰিলে।

স্থিৰ হল, ভাল হল, মোৰ হল কি ? মোৰ সেই কথালৈ উলহ-মালহ কিয় ? সেই কথাই মোৰ মনত উগুল-থুগুল লগাই কিয় ? গোহাঁইদেৱ আহিব, লগত লিগিৰা-লিগিৰীও আনিব; তেওঁক আল-পৈচান ধৰিবলৈ মোৰ ইমান ভাৱনা কিহৰ ? গোহাঁইদেৱ আহিব, আহিলে তেওঁক কি দিম, কি থম, কি কম, কি লম, এইবোৰ ভাৱনা আপোনা-আপুনি মোৰ মনত আহে যায় কিয় ? কিয়, কব নোৱাৰোঁ। মোৰ মন যেন দুৱাৰ-মেলা উদং ঘৰ। গোহাঁইদেৱৰ ভাবনাই তালৈ আহিছে গৈছে, সোমাইছে ওলাইছে, আপোন মনে যি ইচ্ছা তাকে কৰিবলৈ এক্তিয়াৰ পাইছে। মই মাথোন নিলগৰ পৰা চাই আছোঁ। চাই চাই চাই ভাল পাইছোঁ, মনে-মনে প্ৰাণে-প্ৰাণে কিবা এটি ফুটাই কব নোৱৰা সুখ অনুভৱ কৰিছোঁ।

এই ভাৱেই কেইবাদিনো গল। গোহাঁইদেৱক আমাৰ ঘৰলৈ অনাৰ কথা ওলাবৰ আজি তিনদিন। এই তিনটা দিন মোৰ মনত তিনটা বছৰ পাৰ হল। কিন্তু, গোহাঁইদেৱৰ অহা নহল ! আহিব কাহানিকৈ তাৰো ঠিক বতৰা নেপালোঁ। নিতৌ আহিব আহিব বুলি আশা পালোঁ, নিতৌ হতাশ হওঁ। পুৱাৰপৰা আশাত মন ঠন্ ধৰি উঠে, আবেলি হলে নিৰাশাত লেৰেলি পৰে। ৰাতিটো নেযায়-নুপুৱায়। এই দৰেই তিনি চাৰিকৈ পাঁচ দিন নেযায়-নেযায়কৈ গল, গোহাঁইদেৱৰ অহা নহল। নহা কেইদিন যেনে-তেনেকৈ পাৰ হল, আহিব বোলা আৰু কেই দিন আগলৈ আছে তাক ভাবি অন্ত নোপোৱা হলোঁ। ইফালে পলম হোৱাত, নহাৰ আশঙ্কাই তাৰ লগতে উৎপাত লগাইছে। এই দৰেই আৰু দুইদিন পাৰ হল, তথাপি গোহাঁইদেৱ অহাৰ ঠিৰাং বাতৰি পোৱা নহল। মন হতাশৰ খুন্দাত ক্ৰমাৎ অৱশ হৈ আহিল। বাহিৰৰ আৱ-ভাৱ দেখি, মানুহে মোৰ মনৰ ভিতৰলৈ মন কৰা হল। এনে অৱস্থাত এদিন দুপৰীয়া এইবোৰ কথাকে গুণি-গাঁথি, পাচ চোতালত বহি আছোঁ, এনেতে ৰজাৰ চৰালৈ ওলাই যোৱাৰ সময়ত দেউতাই লিগিৰীহঁতক দিহা দিয়া শুনিলোঁ, "আজি চাৰু গোহাঁইদেৱ আহিব। তেওঁৰ বই-বস্তু আহিলা-পাতি সকলো দিহা লগাই থবিহঁক। আৰু, গোহাঁইদেৱৰ শোৱা খোৱাৰ বিষয়েও মই দিহা দিয়া মতে চলিবিহঁক, মই চৰাৰপৰা আহোঁতে লৰাক লগতে লৈ আহিম।" এই কেই আষাৰ আদেশ দি দেউতা ওলাই গল।

দেউতা ওলাই গল। মই একেচাবে উঠি ভিতৰ সোমালোঁ। কিয় সোমালোঁ কব নোৱাৰোঁ, পোনেই চাকুলী বাইৰ ওচৰত থিয় দিলোঁগৈ। চাকুলীয়ে আথেবেথে

সুধিলে, "কি আইদেও ?" মোৰ উত্তৰ নাই! মই অলপ লাজ পাই তাৰপৰা আঁতৰি লাহে লাহে লিগিৰাহঁতৰ ওচৰ চাপিলোঁগৈ। সিহঁতেও লৰালৰিকৈ কি কৰিব লাগিব বুলি সুধিলে। মই সিহঁতলৈকো একো উত্তৰ নেপাই লাহে লাহে তাৰ পৰাও আঁতৰিব লগাত পৰিলোঁ। কিন্তু উলটি কৈ গলোঁ যে, দেউতাই দিহা দি যোৱাৰ দৰে সিহঁতে কাম সোনকালে কৰিব লাগে। লিগিৰাহঁত তেতিয়াই দিহাদিহি কামলৈ ওলাল। মই সিহঁতক এৰি, চাংমাইৰ ওচৰ পালোঁগৈ। বুঢ়া চাংমায়ে খাই উঠি মুহুদি কৰিছিল। মোক দেখি সি লৰালৰিকৈ সুধিলেহি, "আইদেও! আজি ৰন্ধা বা কেনে হৈছিল ?" মই উত্তৰ দিলোঁ, "ভাল হৈছিল। আজিৰ-পৰা তাতোকৈ ভাল হব লাগিব। আজি আমাৰ ঘৰত আলহী চাপিবহি, বুজ পাইছানে ?" চাংমায়ে কলে, "হৈছে আইদেও! ডাঙৰীয়া দেউতাই মোক সকলো বুজাই কৈছে ?" মই "বাৰু" বুলি ভিতৰ সোমালোঁহি।

ভিতৰ নিজপ্পাল। বুলনীঘৰ একেবাৰে নিজম পৰিছে। মোৰ মন-প্ৰাণ উৰলীকৃত হৈ কলৈ উৰিছে মই কব নোৱাৰোঁ। কি কৰিম কি মেলিম একো উৱাদিহ পোৱা নাই। এই দৰে অলপ পৰ থাকি বটাটোকে আগতলৈ বহিলোঁ। তামোল কাটিবলৈ ধৰিলোঁ। এটা তামোল কাটি তিনিখন থুৰিয়াই থৈ এখন খালোঁ। আকৌ এটা গুচাই লৈ ফঁহিয়াবলৈ ধৰিছো, এনেতে তামোল এৰি এবাৰ আঙ্গুলিতে ৰেপ দিলোঁ! পাণ, তামোল, বটা তেজেৰে ৰাঙলী হল! ভাগ্যে থুৰিৱা তামোল তিনিখনিত তেজ নেলাগিল। সেই কেখনি ইহাতে লাহেকৈ তুলি নি কৰণিত থলোঁগৈ। আৰু, চাকুলী বায়ে দেখে বুলি, তেজ লগা পাণ তামোল বোৰ লৰালৰিকৈ বকৰাণিত পেলাই দি বটাটো চিন মাৰি ধুই পেলালোঁ। তাৰ পাচত, কটা-আঙ্গুলিত চূণ পাণ বান্ধি, বাহিৰলৈ ওলাই আহি দেখোঁ যে, গোহাঁইদেৱক পাচে-পাচে লৈ দেউতা বাট-চৰা পাইছেহি। মই লৰমাৰি আকৌ ভিতৰ সোমালোঁগৈ কটা আঙ্গুলিৰ বিষ লাহে লাহে গম নোপোৱা হলোঁ।

---

৩ আধ্যা।

## কুঁহিত পোক।

মোৰ মনত পৰাৰে পৰা দেউতাক ৰজাঘৰলৈ অসময়ত যোৱা দেখা নাই। আৰু ডাঙ্গৰীয়া-বিষয়াসকল সেই দৰে ৰজা ঘৰলৈ যোৱাৰ বিধি নাই। সিদিনা সন্ধিয়া পৰত স্বৰ্গদেৱে দেউতাক কিয় মতাই নিছিল, আৰু দেউতাৰে সৈতে গুপুতে কি আলচ পাতিলে তাৰ একো সম্ভেদ নেপালোঁ। ইয়াৰ তত্ত্ব লবলৈ কিমান যে যত্ন কৰিলোঁ, সকলো মিছা হল। এদিন বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰে সৈতে কথাবাৰ্ত্তা হওঁতে দেউতাই হঠাৎ ৰজাঘৰলৈ যোৱা কথাটো ওলাইছিল। পিচে দেউতাই ঠাইতে পাক লগাই কথাৰ ধাৰ অইন পাকে বোৱাই নিলে। ডাঙ্গৰীয়াই টলকিব নোৱাৰিলে; কিন্তু মই কথাটোলৈ বেচকৈ মন কৰিলোঁ।

দেউতা ৰজাঘৰলৈ যোৱাৰ পিচদিনাৰপৰা মই গোহাঁইদেৱৰ আগত নোলাবলৈ আদেশ পৰিল। ডাঙ্গৰ হবৰ পৰা ভাল মানুহৰ আগত ওলাবলৈ মোৰ স্বভাৱতে লাজ লগা হৈ আহিছিল। গোহাঁইদেৱে সৰুৰে পৰা দেখা কাৰণেহে তেওঁৰ আগত ওলাওঁ নোলাওঁকৈ ওলাইছিলোঁ। এতিয়া, চাকুলী বাইৰ মুখে দেউতাৰ সেই হাক-বচন শুনিবৰ পৰা গোহাঁইদেৱৰ নাম লবলৈকো মোৰ লাজ লগা হল। দেউতাৰ হাক-বচনত মোৰ বেজাৰ পাবৰ কাৰণ নাই, কিয়োনো সেইটো সকলো ভাল মানুহৰ ঘৰৰ দস্তুৰ। কিন্তু সেই সময়ত ৰজাঘৰলৈ যোৱাৰ পিচদিনাই এই হাক-বচন কিয় শুনিব লগা হল? এয়ে মোৰ ডুপতীয়া আশা-লতাৰ কুঁহিত বিঘিনি-পোক লাগিলহি নে কি?

সেই ৰজাঘৰলৈ যোৱা দিনৰ পৰা এটা পক্ষ পাৰ হল। এই পক্ষটো আনলৈ শুক্ল; মোলৈ কৃষ্ণ। ইয়াৰ ভিতৰত গোহাঁইদেৱে মোৰ ছাঁটোও দেখিবলৈ পোৱা নাই। আৰু মই কাৰো আগত তেওঁৰ নাম পৰ্য্যন্ত লোৱা নাই। গোহাঁইদেৱে মোক দেখা নাই, কিন্তু মই তেওঁক সদায় দেখোঁ। কিয়নো, মোৰ চাবলৈ বহুত সুবিধা আছে। মই বাৰ-জলঙাইদি জুমি চাব পাৰোঁ, চকোৱাৰ আঁৰত লুকাই চাব পাৰোঁ। গতিকে সেই পক্ষত গোহাঁইদেৱ মোতকৈও দুৰ্ভগীয়া, সেই পক্ষটো গোহাঁইদেৱলৈ অমাবস্যা ৰাতি।

এই ভাৱে আৰু এটা পক্ষ গল। গোহাঁইদেৱৰ অন্তৰৰ বিষাদ ভাৱ মুখত বিৰিঙ্গি ওলাবলৈ ধৰিলে। আনে কিমান মন কৰে কব নোৱাৰোঁ।

মই সদায় তেওঁৰ মনটি মৰা যেন দেখোঁ। খোৱা-লোৱাতো তৃপ্তি নোপোৱা যেন দেখোঁ। দেখি দেখি দিনে দিনে মোৰ মন প্ৰাণ হুত হুৱলৈ ধৰিলে। খোৱা-লোৱাত মোৰ তৃপ্তি নলগা হল। আগতকৈও মোৰ মন বেজাৰ-অশান্তিত বেছি দকৈ বুৰিবলৈ ধৰিলে। নিলগত থাকোঁতে গোহাঁইদেৱৰ সুখ শান্তিৰ নিমিত্তে যিবোৰ কথা আলচিছিলোঁ সি মনতে মাৰ যাব লগা হল। আকাশৰ ফুল আকাশতে মাৰ যায় যেন লাগিল। আৰু, ময়ে তেওঁৰ নতুন বিষাদৰ কাৰণ হলোঁ, এই কথাই মোৰ অন্তৰ দহিবলৈ ধৰিলে। কিন্তু কি কৰিম! মোৰ মনৰ কথা মই হে বুজিছোঁ, আনক বুজাবলৈ মোৰ উপাই নাই; আৰু বুজিবলৈকো কোনো নাই। পৃথিবীত আন কোনোবাই মোৰ অন্তৰ ঢুকি পাইছে যদি, তেওঁ গোহাঁইদেও, এয়ে মোৰ সৰল বিশ্বাস। এই বিশ্বাসতে মই এফেৰি শান্তি পাওঁ।

মোৰ যেই হওক, গোহাঁইদেৱৰ চিন্তাই মোৰ অন্তৰ পুৰিদেই ছাই কৰিবলৈ ধৰিলে। ঘাট-মাউৰা গোহাঁইদেৱক আমাৰ ঘৰত সুখে-সন্তোষে ৰাখিবলৈ আনি এতিয়া জানিবা তেওঁক ভাল সুখ-সন্তোষ দিয়া হৈছে। আৰু ময়ে তাৰ কাৰণ হলোঁ! গোহাঁইদেৱৰ শোক-বেজাৰৰ মূল কাৰণ মই! এনে কথা মোৰ প্ৰাণে যে এক্ষন্তেকলৈকো নসহে। যাৰ সুখ-শান্তিৰ নিমিত্তে দিনে ৰাতিয়ে মোৰ ভাবনাৰ অন্ত নাছিল, যাৰ শোক-বেজাৰ পাহৰাবলৈ মই নানা কথা জুকিয়াই লৈছিলোঁ, আজি সেই জনৰ দুখৰ কাৰণ হলোঁ মই! ইয়াতকৈ আৰু হিয়া-বিদৰোৱা কথা মোলৈ কি হব পাৰে! হায়, এতিয়াও গোহাঁইদেৱৰ বিষাদৰ আচল কাৰণ মই হে বুজিছোঁ। তেওঁনো আজি কেই দিন মানৰ পৰা মনটি কিয় আমোলাই ফুৰে, তাৰ গূঢ় অৰ্থ মই ঢুকি পাইছোঁ। আনে ভাবিছে, গোহাঁইদেৱে তেওঁৰ মাউৰা অৱস্থাৰ কথা ভাবিহে বেজাৰ মনেৰে ফুৰে। এদিন দেউতাতে তাৰ প্ৰমাণ পালোঁ। গোহাঁইদেৱক মন মাৰি থাকিবৰ দেখি, এদিন দেউতাই তেওঁক ওচৰলৈ মাতি আনি এইদৰে বুজনি দিছিল, "দেউটি! কিয়নো বেজাৰ কৰি থাকাঁ? মৰা মৰি গল, এতিয়া সেই সকলে জীয়ালৈ পিঠিহে দিছে গৈ। এতিয়া তেওঁ দেৱতা, মনুষ্যৰ মৰম-ধৰম তেওঁত নাই। এই মৰতত যাৰ পৰাই পিতৃৰ মৰম চেনেহ পোৱা যায়, তেওঁৱেঁই পিতৃস্থানীয়। সংসাৰত তৰিবলৈ পিতৃৰ সহায় যি লাগিব, তাৰ অভাৱ তোমাৰ নাই। মই জীয়াই থকা কেইটা দিনত তুমি তেনে অভাৱত পৰিব নেলাগিব। ইয়াকে কৈ দেউতা নীৰব হল। গোহাঁইদেৱে নিতাল মাৰিয়ে ৰল। দেউতা নীৰৱ হৈছিল, গোহাঁইদেৱৰ পৰা কিবা উত্তৰ পাবলৈ বুলি, কিন্তু গোহাঁইদেৱে ফুটাই এটি কথাও নকলে। কিন্তু হায়, দেউতাই যি বুজনি দিলে সি গোহাঁইদেৱৰ মনৰ

ব্যথা ঢুকি নেপালগৈ। দেউতাই যি ভাবি সেই কেই আষাৰ জ্ঞান দিলে, সেই ভাবত গোহাঁইদেৱ আচলতে নাই। তেওঁ যি ভাবত, সেই ভাব মই হে বুজিছোঁ। মই হে তেওঁৰ মনৰ আচল ভাৱ বুজি উচিত বুজনি দিব পাৰিলোঁহেঁতেন। দেউতাই বুজাওঁতে মই বাৰ-জলঙাই জুমি চাই আছিলোঁ। চাই চাই আৰু শুনি শুনি মোৰ মনে উচ্পিচাবলৈ ধৰিলে। মনতে এনে লাগিছিল, যেন দেউতাই আধা কোৱা কৰোঁতেই ইফালৰ পৰা আচল কাৰণটো মই কৈ দিম! যি হওক, দেউতাই বুজনি দিলে, গোহাঁইদেৱে শুনিলে। শুনিলে আৰু শুনিলে, তেওঁ একো এটি উত্তৰ নিদি দেউতাৰ কাষৰ-পৰা ভক্তিভাৱে আঁতৰি তেওঁৰ কোঠাত সোমালগৈ।

এই ভাৱেই আপদীয়া দিন আৰু কেইবাটাও পাৰা হল। গোহাঁইদেৱৰ মনৰ বিকাৰ গুচাবলৈ মই একো এটা উপায় কৰিব নোৱাৰিলোঁ। গোহাঁইদেৱে ভাবিছে চাগৈ মই একেবাৰে তেওঁলৈ পাহৰিলোঁ বুলি। তেওঁ ভাবি লৈছে জানো, মই আঁপোন মনে মহা সুখে আছোঁ, তেওঁৰ ভাৱনা ভাবিবলৈ মোৰ দৰ্কাৰ কি? তেওঁ জানিছে জানো, তেওঁৰ অন্তৰৰ বেদনা বুজোঁতা জগতত আৰু কেও নাই। এনে নিষ্ঠুৰ ধাৰণাত জানো গোহাঁইদেৱৰ শোক দিনে বাঢ়িছে। কিন্তু মোলৈ তেওঁৰ তেনে ভাব নিতান্ত অসহনীয়। মোক তেনে ভাবি যদি তেওঁৰ বেজাৰ বাঢ়িছে, তেন্তে মোত পৰ অভাগিনী আৰু জগতত নাই। ময়ে তেওঁৰ বেজাৰৰ ঘাই কাৰণ। ময়ে তেওঁৰ সেই বেজাৰ বঢ়াওঁতা, ইয়াতকৈ আৰু ডাঙৰ বেজাৰৰ কথা মোলৈ কি হব পাৰে। যি হওক, কি উপায়ে নো গোহাঁইদেৱৰ মনৰ পৰা এই ভুল ধাৰণা গুচাব পাৰি, তাৰ চিন্তাত ধৰিলোঁ। ভাবি ভাবি একো উপায়-বুদ্ধি নেপাওঁ। কত পাঙোঁ কত ভাঙোঁ, একো এটা স্থিৰ কৰিব নোৱাৰোঁ। মোৰ উদ্দেশ্য হৈছে যে, মই গোহাঁইদেৱলৈ পাহৰা নাই বুলি কেনেকৈ তেওঁক জানিবলৈ দিয়া হয়। তেওঁ কেনেকৈ বুজিব পাৰে যে, মই সদায় তেওঁৰ ভাবনাতে আছোঁ। কি উপায়ে তেওঁক গম পোৱাওঁ যে, মই তেওঁক মোৰ প্ৰাণতকৈও ভাল পাওঁ। দুপৰীয়া নীৰলে সদায় এই চিন্তাত বহোঁ। দেউতা আৰু গোহাঁইদেৱ ৰজাঘৰলৈ ওলাই গলেই, ইফালে মোৰ এই চিন্তা। চিন্তো হয়, কিন্তু এদিনো তাৰ অন্ত নেপাওঁ। এই দৰেই কেইবা দিনো গল। এদিন দুপৰীয়া এই চিন্তাত ভাগৰি ফুলনি-বাৰীত সোমালোঁগৈ। দেখিলোঁ, মোৰ গোলাপ কেইজুপি ফুলি জক্মকাই আছে। তাৰে ভালকৈ ফুলা এপাহি আৰু ঢোপাকলি এটি তুলি ললোঁ। কি ভাবি কব নোৱাৰোঁ কোনোবা এপাকে, গোহাঁইদেৱৰ শোৱাকোঠাত সোমালোঁহি। সোমাই ইফালে

সিফালে চালোঁ, কোনো নাই। লাহেকৈ কলিটিয়ে ফুলপাহিয়ে জোৰ পাতি গোহাঁইদেৱৰ গাৰুটিৰ ওপৰতে সজাই থৈ লৰালৰিকৈ বাহিৰ হলোঁ। গুপুতে এই কামফেৰি কৰি আহি, মোৰ মনত কিবা এটা অসাধ্য সাধিলোঁ যেন লাগিল। কিন্তু এই কামৰ ফলাফল ভাবি, মন আকৌ অস্থিৰ হবলৈ ধৰিলে। গোহাঁইদেৱে ভাল পোৱা এটি কাম সাধি আহিছোঁ, এনে ভাবে আনন্দত মোৰ মন ফুলাই তুলিলে। আকৌ চালোঁ, জানোবা তেওঁ আহি ইয়াৰ আচল তত্ত্ব নোপাৱাকৈ এই কথা লৈ জনজনাই দিয়েহি! তেতিয়া ভিতৰে-বাহিৰে হুল-স্থুল লাগি উঠিব। দেউতাই পোনেই মোকহে ভাবিব। নেভাবিবলৈ, মোত বাজে এনে কাম কৰিবলৈ আমাৰ ঘৰত আৰু আছে কোন? এই আশঙ্কাত মন আকৌ কলা পৰি আহিল। এই দৰেই এবাৰ এটা ভাবে মন ফুলাই তোলে, আকৌ আন এটাই মুদাই নিয়ে। এনে উগুল-থুগুল ভাবে মনৰ ভিতৰত উৎপাত লগাই থাকোঁতেই দেখিলোঁ, গোহাঁইদেৱ আহি পদূলিমূৰ পালেহিয়েই! এতিয়াই ভিতৰ সোমাবহি! দেখি নো বুলিব কি! এই উতলা ভাবত মই তৰণি নোপোৱা হৈ উঠিলোঁ। সেই মুহুৰ্ত্তটো মোৰ নিমিত্তে সাংঘাতিক যেন লাগিল। গোহাঁইদেৱ সোমালহি। ওলাই অহালৈ আৰু মোৰ বাট চাবৰ শক্তি নহল!

---

৪ আধ্যা।

## চিঠি-পত্ৰ।

কেইদিন মানৰ পৰা দেউতাৰ মনটিত ৰং। পুৱা গধূলি জিৰণিৰ সময়ত তেওঁৰ মনটি ফুলি থকা যেন দেখি। আৰু মই মন কৰিছোঁ, মানুহৰ লগত কথা-বাৰ্ত্তা হওঁতে অলপ মন ভাল লগা কথা ওলালেই দেউতাৰ মুখত হাঁহি বিৰিঙ্গিবলৈ ধৰে। ইয়াৰ গূঢ়াৰ্থ কি তাকহে বুজিব পৰা নাই।

ৰজাঘৰৰ পৰা মানুহ অহাও কেইদিন মানৰ পৰা ঘন হৈছে। সেই দিনা দেউতাক অসময়ত ৰজাই মতাই নিয়াৰ পাচৰপৰা ৰজাঘৰীয়া মানুহ কেইবা জোৰাও লালিকৈ আহিছিল। তাৰ পাচতো নিতৌ আহিবই লাগিছে। আহে মানে যেন দেউতাই ভাল পায়। মানুহ উঠি যাবৰ সময়ত তেওঁ এনে ভাৱে বিদায় দিয়ে, যেন সিবিলাক আকৌ আহিবগৈ। মোৰ হলে, কি এটা কথা, ৰজাঘৰৰ মানুহ

বুলিলে দেখিবৰ মন নেযায়! আমনি কৰিবলৈ অহা যেনহে লাগে। দেউতাই ভিতৰলৈ তামোল খুজি পঠিয়ালে মনে-মনে মোৰ বৰ খং উঠে। নোৱাৰাতহে কাটি দি পঠিয়াওঁ। এই মানুহবিলাক আহে কিয়, আৰু কেই দিন মানৰ পৰা অহা ঘন হৈছে কিয়, বুজিব পৰা নাই।

দেউতাৰ মনত ৰং লগাৰ আৰু এটি কাৰণ আছে। অৰ্থাৎ, কেইদিন মানৰ পৰা গোহাঁইদেৱৰ মনটি মুকলি। আগৰ দৰে তেওঁ আমনজিমনকৈ নেথাকে। কাম-কাজ কথা-বাৰ্ত্তা সকলোতে তেওঁৰ সন্তোষ আৰু উৎসাহ লগা যেন দেখা যায়, দেউতাই ভাবিছে যে, তেওঁৰ সেই দিনাৰ সাকুৰা বুজনিয়ে এই ফেৰা গুণ ধৰাইছে। এই বিশ্বাসতে তেওঁ এতিয়া গোহাঁইদেৱলৈকো বৰ সন্তোষেৰে চায়। অপুত্ৰক দেউতাৰ গোহাঁইদেৱেই যেন একেটি পুত্ৰ, তেওঁৰ ভাবত এনে বুজা যায়। আৰু দেউতাৰ তেনে ভাব দেখি মোৰ বুকু শাঁত লাগি আহে। এনে ভাব দেউতাৰ মনত যিমান ডাঠ হয়, সিমানেই মই ৰং পাওঁ। সি যি হওঁক, কিন্তু দেউতাই গোহাঁইদেৱৰ মন মুকলি হোৱাৰ আচল অৰ্থ এতিয়াও পোৱাগৈ নাই। দেউতাৰ সাকুৰা বুজনিয়ে গোহাঁইদেৱক জ্ঞান দিলে হয়, কিন্তু এই অভাগিনীয়ে নেজানি কৰা একেৰি কামেহে তাৰ গুটি ধৰালে।

সেই দিনৰ পৰা মই দিনৌ এজুৰি ফুল গোহাঁইদেৱৰ গাৰুৰ ওপৰত সজাই থবলৈ ধৰিলোঁ। আৰু পাচলৈ সি মোৰ দিনে কৰিব লগীয়া কামৰ দৰে হৈ উঠিল। আগ দিনা ফুল জুৰি সজাই থৈ আহোঁগৈ, পিচ দিনা কৰণিত তুলি থোৱা পাই, তাক উলিয়াই পেলাওঁগৈ। এই কামটিৰ বিষয়ে গোহাঁইদেৱ আৰু মোত বাজে আন কেৱে নেজানে। আৰু, এই কাৰ্য্যৰ মূলত কোন, গোহাঁইদেৱেও সেইটো জানো বুলি টানি কব নোৱাৰে। সেইদৰেই ভালেমান দিন পাৰ হৈ গল। পিচে, সেই কামটি কৰোঁতা কোন, তাক জানিবৰ কাৰণে কেইদিনমানৰ পৰা গোহাঁইদেৱৰ মনত উগুল-থুগুল লাগিল। সেই অৰ্থেই এদিন তেওঁ ফুল কেই পাহি কৰণিত তুলি থওঁতে, লগতে এডুখৰি তুলাপাতত "কোন্ ইটি মনচোৰ" এই কেইটি কথা লিখি থৈছিল। পিচ দিনা মই নতুন থৈ পুৰণি পেলাবলৈ যাওঁতে, তুলাপাত ডুখৰিত লিখা কথা কিটি পঢ়ি চাই, আপোনা আপুনি লাজে ভয়ে সুখে দুখে বিভোল হৈ পৰিলোঁ। কিছুমান পৰ এই ভাৱে ঠৰ লাগি ৰৈ আছোঁ, এনেতে মাৰল-ঘৰেদি যাওঁতে কোনোবাই "কোন্ সিটি" বুলি মাত লগাই গল। মই সেই পোনেই মূছকঁছ যোৱাৰ দৰে হলোঁ। তাৰ অলপ পাছত, হাতৰ সাৰে ভৰিৰ সাৰে মই গোহাঁইদেৱৰ শোৱা কোঠাৰ পৰা ওলাই পোনচাতে পিচ-চোতাল

পালোঁগৈ। সেই দিনাৰ পালি সেই দৰেই অন্ত পৰিল। পিচদিনা ফুল থবলৈ সোমাইগৈ, ময়ো সেই তুলাপাত ডুখৰিৰ পিঠিত "চোৰ নহওঁ," এইদৰে লিখি ফুলজুৰিৰ তলত পাৰি থৈ আহিলোঁগৈ। ইয়াকে পাই গোহাঁইদেৱে বা আকৌ মনত কি ভাব লয়, আৰু তাৰ চিন আকৌ কি হয়, তাক জানিবৰ নিমিত্তে মনত উগুল-থুগুল লাগিব ধৰিলে। সেই দিনা সন্ধিয়ালৈকে বাৰ-জলভাৰ পৰা চকু তুলিব নোৱাৰিলোঁ। গোহাঁইদেৱ ওলাওঁতে-সোমাওঁতে তেওঁৰ ভাব-গতিত সেই বিষয়ৰ কিবা তথ্য পাওঁ বুলি চাওঁতেই গল। ৰাতিলৈ টোপনিৰো টানত পৰিলোঁ। পাটিত পৰিবৰ কত পৰ হল, আনবিলাক সকলো শুই নিৰ্পালি দিলে, তেতিয়াও মোৰ চকুত টোপনি নাই। শেহ-ৰাতি মাথোন চিল্-মিল্কৈ এঘুমটি টোপনি আহিছিল। পিচদিনা কেতিয়া দুপৰ হয়, কেতিয়া দেউতা আৰু গোহাঁই-দেৱ ওলায় যায় তাকৈ বাট চাই আমনি লাগিছিল। পিচে সিবিলাক গৈ বাটচৰা পাৰ নৌ হওঁতেই মই গোহাঁইদেৱৰ শোৱা-কোঠা পালোঁগৈ। পাই দেখোঁ যে, কৰ্ণিত ফুল দুটি এখন তুলাপাতত যতনেৰে তুলি থোৱা আছে। মই লৰালৰিকৈ তুলাপাতখন টানমাৰি আনি পঢ়ি চাওঁ, এই কেফাঁকি কথা লিখা আছে, "যিয়ে বা নোহোৱাঁ 'মই', ভা-ভা-ভাবত ভানুদয়"। পঢ়ি যাওঁতেই মোৰ হাঁহি উঠিল; বোলোঁ গোহাঁইদেৱ খোনা হলেনে কি, ভা-ভা-ভাখন কিহৰ! কিন্তু পিচ মুহূৰ্ত্ততে লাজত তলমুৰ কৰিলোঁ; বুজিলোঁ মোক ধৰা পেলাইছে। মই সেই সময়ত ভিতৰি কি যে হৈছিলোঁ, কব নোৱাৰোঁ।

এই দৰেই গল দিনচেৰেক। তেৱোঁ কিবা এফাকি লিখি থৈ যায়, ময়ো কিবা এটি উত্তৰ লিখি থৈ আহোঁগৈ। এনে ব্যৱস্থাই গোহাঁইদেৱক কিমান সুখ দিছিল কব নোৱাৰোঁ, মই হলে আনন্দত উথলি পৰিছিলোঁ, মোৰ আগৰ চিন্তা ভাবনা সকলো পাহৰিছিলোঁ। এনে ব্যৱস্থা যেন চিৰকাল চলিব, এনে সুখৰ যেন অন্ত নপৰিব, এনে ভাবিছিলোঁ! পিচে এদিন এই সুখ উপচি পৰা যেন পালোঁ। আবেলি এদিন মই মূৰ মেলাই আছোঁ, এনেতে চাকুলী বাইৰ পুতেক আঘণাই চুচুক-চামাককৈ মোৰ ওচৰ চাপি, মোৰ কোচতে বিযোগ নিদিয়া লেফেফা এটা পেলাই দি ভিৰাই লৰ ধৰিলে। মই তাক 'কি, বুলি সুধিবলৈকে নেপালোঁ। লৰালৰিকৈ লেফেফাটো মেলি চাওঁ দেখোন ভিতৰত এখন চিঠি। আখৰ গোহাঁইদেৱৰ। কথা এই কেই আষাৰ:—"ভানু! তোমাক নো মই কি সম্বোধন ধৰিব পাওঁ ভাবি-চিন্তি পাইছিলোঁ, কাৰ্য্যত দেখাবলৈ সাহ নহল। আৰু কপালত নেথাকিলে সি কাৰ্য্যত কেনেকৈ ফলিয়াব। সম্প্ৰতি সৰহ কবলৈ মোৰ

চল নাই ; কিন্তু মোৰ এই শোক চেপা হিয়াত যে তোমাৰ মোহিনী মূৰ্ত্তি কেতিয়া-বাৰে পৰা স্থাপন কৰা হৈছে, সেই সঁচা কথা কবলৈ সঙ্কোচ নকৰোঁ। মন পালে মনোভাব আৰু প্ৰকাশিব পাৰি। কিন্তু, ইয়াতে কিবা জানি বহুত দোষ কৰিছোঁ ! ভানু ক্ষমা কৰিবাঁ।” চিঠিখনি ঘূৰাই ঘূৰাই তিনিবাৰ পঢ়িলোঁ। পঢ়ি হেঁপাহ নুগুচিল, আকৌ পঢ়িম বুলি ৰিহাৰ আঁচলত বান্ধি ললোঁ।

---

## লীলা।

নেজানো পূজাৰ বিধি, বন্দনাৰ ৰীতি,
বীনাপাণি বাগেদবি ! চৰণ তোমাৰ
কিৰূপে পূজিম হায়, বন্দিম কিমতে !
বজোৱাঁ অনন্ত কাল সঞ্জীবনি বীণা,
গহীন জোঁকাৰে তাৰ কঁপাই বননি,
সৰায় কতনা ফুল কবি-ফুলনিত।
সুৰ-বুজা আদি গুৰু স্বৰ্গী কবিগণে
সুৰ-সূতা বাচি লই গাঁথিলে কতনা
সঞ্জীবনি মালা। অনুপম শোভা তাৰ,
জিলিকে চৌপাশে আহা, কাব্য কাননত।
সি দীপ্তিৰ প্ৰভাৱত হয় দীপ্তিমান,
আধ্য কবি সৰে, গুৰু পদ অনুসৰি,
ৰচিলে কতনা আৰু দীপ্তিময়ী মালা,
মনে ধৰা চেৱে বান্ধি। হাঁহে মাতৃভাষা
উলাহত আজি, পিন্ধি পুত্ৰে ৰচা হাৰ।
নুবুজোঁ বীণাৰ সুৰ, মূৰুখ-সন্তান,—
নকঁপে ফুলৰ ঠাৰি, নসৰে এপাহি
বাজী ফুল ! অভাগাৰ কল্পনা চকুত।
তথাপি হৃদয়-তন্ত্ৰী বাজি উঠে ঘনে,
মৰ্ম্মাহত চেপা খাই প্ৰিয়া বিৰহত !

গুৰু দীপ্তি আগ কৰি, অন্ধৰ চকুত
যেনে প্ৰদীপৰ তাপ,—উমানে উমানে,
দুটি ফুল, এৰি যোৱা, পাইছোঁ বিচাৰি ;
গাথোঁ তাৰে এটি ধাৰ, গৰখীয়া মালা !
নোশোভে ই মাতৃ কণ্ঠ ; নুজুৰায় হিয়া ;
থাকোক এপাশে পৰি, পাদ-পদ্ম দুই ;—
ধৰা সুৰ দেবি ! গাথোঁ দুখীয়াৰ মালা।
কি হাৰ ৰচিম হায়, কি সম্বল মোৰ,—
দুদিনীয়া সাংসাৰিক লীলাৰ কাহিনী।
নহয় নতুন দেখা, অপূৰ্ব্ব ঘটনা ;
তোলাপৰা কৰি কত দিনে উঠে পৰে,
সৃষ্টিৰ চকৰি-যোঁতা। তথাপি, নতুন
দিনকে সূৰয, নিতে নৱ দিন দিয়ে ;
নতুন জোনায়ে নৱচন্দ্ৰ নাম পায়,
প্ৰতি মোহেকৰ পাচে। বছৰ নতুন,
বতৰ নতুন, নতুন চলতি ঋতু ;
সি দৰে নতুন, মোৰ লীলাৰ কাহিনী,
ঘূৰিছে যদিবা এনে ঘটনা চকৰি।
জানাতো সৃষ্টিৰ লীলা বিধিৰ হাতত,
প্ৰকৃতি পুৰুষ, কিবা মানব মানবী।
সৃষ্টিৰ পাতনিৰূপে মায়াৰ বিকাশ
জগতৰ সৃষ্টি পাচে, আৰু জীৱগণ।
স্বৰগ, মৰত আৰু পাতাল নামত,
ত্ৰিজগত নিৰমাণ ; ব্ৰহ্মাণ্ডৰ ভাগ।
স্বৰগত দেৱগণ, উচ্চতম জীৱ,
উচ্চতম ভোগ অধিকাৰী, সেই মতে
আবিৰ্ভাব, দেৱলোকে প্ৰকৃতি পুৰুষ ;
মৰতত একাকাৰ মানৱ সমাজ।
বহুকাল ভুঞ্জি পাচে প্ৰকৃতি-বিলাস,
বাঢ়িল সংসাৰ মায়া দেৱ সমাজত।

একাকাৰ মানৱৰ ধাৰেবোৱা সুখ,
দেখি হিংসা উপজিল দেৱতা প্ৰাণত।
দেৱতা-সেৱক নৰ। তাৰ সুখ শান্তি,
অমৰ বাঞ্ছিত! দেখি হিংসা দ্বেষ যত
লাজ অপমানে দহিলে দেৱতা প্ৰাণ।
আৰোপিলে বিধাতাত পক্ষপাত দোষ।
চলিলা ত্বৰিতে পাচে, দেৱকুলমণি;
নিবেদিলা মনোদুখ বিধাতাৰ থানে।
দেৱতা স্তুতিত হল, সুপ্ৰসন্ন বিধি,
প্ৰতিশ্ৰুত সৃষ্টিকৰ্ত্তা দেৱৰাজ পাশে,
ঘটাব সৃষ্টিৰ পুনু সংস্কাৰ যুগুত।
প্ৰণমি প্ৰভুৰ পদ, হৰিষ অন্তৰে,
উভতিল দেৱৰাজ, পূৰ্ণ মনোৰথ।
নামিলা বিধাতা পাচে হেমকুট গিৰি;
ললেহি আসন, জুৰি সৃষ্টি গুণ গান,
প্ৰকাশিলে দিব্য জ্যোতি, নৰলোক মাজে।
উন্মত্ত মানৱকুল, উত্ৰাৱল চিতে,
চিটিকি চলিল হায়, ঈশ-জ্যোতি পাশে,
উতলা ফৰিং যেনে প্ৰদীপৰ ফালে।
চাপিল যেতিয়া কাষ, নৰ সৃষ্টি বেৰি,
সম্বোধি বুলিলা প্ৰভু সকৰুণ বাণী।
"জানা পুত্ৰ নৰগণ! সৃষ্টিৰ মহিমা,
উদ্দেশ্য ইয়াৰ এক নিগূঢ় কাৰণ।
বহুৰূপে তুষ্ট মই, বহু নামধাৰী,
বহুৰূপী সৃষ্টি মোৰ ব্ৰহ্মাণ্ড বিয়াপি।
মানৱৰ একাকাৰ, নেলাগে মনত
দেৱতাৰ অনুৰূপ বাঞ্ছো নৰলোক।
প্ৰত্যেক মানৱ দ্বিধা হোৱাঁ, আজ্ঞা মোৰ;
এক হস্তে দুই যেবে, প্ৰকৃতি পুৰুষ।"

আজ্ঞা মাত্রে হল দুই, প্রত্যেক মানৱ,
প্রকৃতি পুরুষ সৃষ্টি, মানৱ মানবী।
সেই হন্তে অৰ্দ্ধাঙ্গিনী প্রথম স্রজন।
ইৰূপে সৃজিলে যেবে মানৱ সংসাৰ,
আবৰিলে দুটি চকু মায়াৰ ঢাকোনে।
অপূৰব লীলা এক, সংসাৰ মহিমা,
থিতাপিল প্রতি প্রাণে অভেদ্য কৌশলে।
অনন্ত মায়াৰ মাজে লীলাবান নৰ,
লীলাৱতী নাৰী সতে কৰি সানমিল,
সমুদায় অৰ্দ্ধ-অৰ্দ্ধাঙ্গিনী, নৰ-নাৰী,
সিঁচিলে চৌপাশে বিধি, আদেশি পুনৰ।—
"যেৱেঁা ঘুৰি অৰ্দ্ধ অঙ্গ; নিজ অৰ্দ্ধাঙ্গিনী
বিচাৰি মিলিবঁা সৱে। মিলনৰ ফলে
পাবা এক অতৃপ্ত সুখক। অন্ত তাৰ
নেপাবা জীৱনে। পোহৰ-জেউতি যেনে
বঢ়ায় এন্ধাৰে; ৰূপহীৰ চৰে ৰূপ,
কৃষ্ণ কেশপাশে। সেইৰূপ দুখ-তাপ,
ৰোগ-শোক, ভয়-ভ্ৰম, বিৰহ-সন্তাপে
চৰাব নিতকে সেই সুখৰ জেউতি।
ভাগ্যে যাৰ মিলে ঠিক নিজ অৰ্দ্ধাঙ্গিনী
সুখ-শান্তি বন্ধা তাৰ পূৰ্ণ মিলনত;
নতুবা অমিল ভাৱে অসুখী সংসাৰ।
পালিবঁা আজিৰ হন্তে সংসাৰ ধৰম;
চলিব এই সৃষ্টি-ৰীতি যুগ যুগান্তৰে।"
অন্তৰ্দ্ধান মহাপ্রভু। চলিলা বৈকুণ্ঠে।
মায়াৰ ঢাকনি তলে, বিভোল মানৱে
আৰম্ভিলে মহামেলা; সাংসাৰিক লীলা।

জনমি কালত পাচে, অৰ্দ্ধঅঙ্গ এই,
আৰম্ভিলোঁ মনুলীলা, বিধিৰ বিধানে।

মায়াৰ পৰশে পাহৰিলোঁ অৰ্দ্ধাঙ্গিনী,
নপৰে মনত আৰু পূৰ্ব্ব জন্ম কথা।
মাতৃ অঙ্গ শোভা কৰিং কল্পনা সঙ্গতি,
কটালোঁ শিশুৰ কাল; পূৰ্ব্ব সুখ ভোগী।
বাল্যকাল আঁতৰিল, বাল্যবন্ধু সতে,
হাঁহি, নাচি, কান্দি, কিবা অৰ্থশূন্য ভাৱে।
যৌৱন জোঁৱাৰে ক্ৰমে দিলে দেখা আহি;
ব্ৰহ্মপুত্ৰ ওভতনি! হৃদয় নিঝৰা
উপচি পৰিল ফুটি, হিয়াৰ ওপৰে,
কত ভাব, কত কথা, কত উচ্চ আশা!
পৰ্ব্বতীয়া জুৰি প্ৰায় প্ৰেমৰ আবেগ,
বিৰিঙ্গি বিয়াপি গল অৰ্দ্ধাঙ্গক জুৰি!
চৈধ্য বৰ্ষ পাচে মোৰ লভিল জনম,
সংসাৰ-বান্ধনি-লীলা, পুণ্য লীলাৱতী।
কুমলীয়া অৰ্দ্ধাঙ্গিনী কোমল জ্যোতিৰে,
জিলিকালে পিতৃগৃহ; জিলিকি আপুনি,
বহুকাল অপুত্ৰকা জননী কোলাত।
পৰিল চকুত হায়, মায়াৰ ঢাকোন;
পাহৰিল পূৰ্ব্ব দশা, অৰ্দ্ধাঙ্গৰ কথা।
সৰল কোমল যত সৌন্দৰ্য্য-জেউতি,
স্বভাৱৰ গাত সনা; সুগন্ধি ৰহণ,
প্ৰতি প্ৰাণে প্ৰতিভাত, পৰিয়াল জুৰি।
চৰিল জেউতি তাৰ; বয়সৰ লগে,
বিৰিঙ্গি অকণি ফোঁট, আবেগ লীলাৰ,
বিয়পি শীতল যেবে কৰিলে সংসাৰ।
অনূঢ়া কলিটি পাচে, হল বিকসিত,
মধুৰ সৌৰভে তাৰ মৃদু বতাহত,
বিচাৰি উৰিল নিজ পৰিমল ভাগী।

শিক্ষাভাগ সাঙ্গ কৰি স্বতন্তৰ ভাৱে,
জীৱন যাপন হেতু, দাসত্ব শিকলি
পিন্ধিলোঁ গৌৰৱ মানি; ৰাজ কৰ্ম্মচাৰী।
এৰিলোঁ জনম ঘৰ; পৰমূৰে খোৱা,
নহয় পুৰুষ ৰীতি, পূর্ণ হৃদয়ত।
পিতৃ-মাতৃ গুৰুজন, বৃদ্ধ বয়সত,
আশ্রিত পালিত হব যত্ন ফলে মোৰ;
সাধন সমাজ হিত, স্বদেশ মঙ্গল;
আৰু যত উচ্চ আশা; দান, ধৰ্ম্ম, দয়া,
দুখিতৰ সেৱা, কৰি ব্রত জীৱনৰ,
হলোঁ বাজ সংসাৰৰ বাৱেঁ ধৰি গতি।
শুনিছিলোঁ পর্ব্বত বর্ণনা, নদী-গুৰি,
গুহা, বনভাগ, গহীন প্রকৃতি কথা,
ছাতৰ জীৱন কালে গুৰুদেৱ মুখে।
আঁকিছিলোঁ মনে মনে চিত্রপট তাৰ,
কল্পনা তুলিৰে। কিয়ে শান্তি উপভোগ,
মনে পাতি চাই, নিতাল প্রকৃতি ৰূপ।
বাগৰি শিলনি বুকে পাকনীয়া জুৰি,
বিশাল প্রকৃতি মাজে কত ৰাজ্য ঘূৰে;
পাকে পাকে ঘুৰি তাৰ মনমোহা ভাগ,
কল্পনা ৰথত চৰি চাওঁ প্রাণ ভৰি।
প্রকৃতে পৰিল যেবে, মানবী চকুত,
মনে পতা মনমোহা, প্রকৃত পাহাৰ,
জীৱন পথত মোৰ, উদ্দেশ্য গতিত;
কি যে ভাব, বর্ণনা অতীত, বিৰিঙ্গিল
হৃদয় তলিত! সেই ক্ষণ হন্তে হায়,
উথলিল প্রাণে প্রাণে কি যে এটি ভাব,
আতিকে মহান; স্থষ্টিৰ মাহাত্ম্য তাত
উঠিল উগাৰি। শুনিছিলোঁ হায়,
বহুকাল আগে, ঈশ্বৰ মহিমা লীলা,

পিতৃদের মুখে। পশা নাই ভাব তাৰ,
অতকাল হৃদয় তলিত, সংসাৰৰ
আৰ্ত্তৰাৱ ভেদি। উস্তাসিল এই বেলা,
গহীন প্ৰকৃতি মাজে, গহীন সি ভাব।
প্ৰকাশিল ঈশ-জ্যোতি প্ৰকৃতি বুকত,
অপূৰ্ব্ব জেউতি তাৰ প্ৰতি স্তৰে স্তৰে,
প্ৰতিভাত হল হায়, ব্ৰহ্মাণ্ড বিয়াপি।
পাহৰিলোঁ কৰ্ম্মজ্ঞান, সংসাৰ খেতৰ,
ৰিণিকি জিলিকে মাথোঁ, উদ্দেশ্য মহান
হৃদয় পূৰণ কিযে পৱিত্ৰ ভাবত,
বিভোল পৰাণ পমে ঈশ-গুণ-গানে।
সলালোঁ মনৰ গতি। ভবিষ্য সংসাৰ
মনে প্ৰাণে দিলোঁ বাদ, জীৱনৰ পৰা।
কৰ্ত্তব্য পালন, পূজি সৃষ্টিৰ মহিমা,
কৰি ব্ৰত হলোঁ প্ৰতিশ্ৰুত। আচৰিত,
হৃদয়ৰ গুপ্তভাব, হল প্ৰতিভাত,
নিজম প্ৰকৃতি বুকে! তটিনী বুকত
শুনো শলাগনি, গুপুত মহান ভাব।
সেই এটি মহাদিন, ক্ষুদ্ৰ জীৱনৰ।
আৰম্ভিলোঁ ৰাজকাৰ্য্য, জীবিকাৰ হেতু,
জীৱন উদ্দেশ্য আৰু সাধন কাৰণ।
সাহিত্য সেৱাত পাচে উছৰ্গিলোঁ প্ৰাণ,
সাৰ কৰি সমুদায় উদ্দেশ্য মূলৰ।
সুন্দৰ সি নাগৰাজ্য, শ্যাম পাহাৰত,
কহিমা নামেৰে ঠাই, বৃটিচ্ নগৰ।
একে নামে নগাচাঙ্গ ধৰে শিতানত।
আতিকে সৰল তাৰ নিজাপি সজন,
উলঙ্গ সন্ন্যাসী হায়, উদাৰ ভাবত;
ঘিণায় কৃত্ৰিম শোভা, সভ্যতাৰ সাজ।

বনৰ হৰিণা আৰু সবল মানৱে,
সমানে বিহাৰ কৰে বিশাল প্ৰকৃতি।
নিঝৰা-নিস্থত পানী, অমৃত সমান,
সুখ-খাদ্য ফলমূল, প্ৰকৃতি বিভৱ,
দুয়োৰে সমান ভাগী, দুয়ে বনচৰ।
গভীৰ গহ্বৰ ভেদি অত্যুচ্চ বিৰিখে
সমথল সমানত হই একাকাৰ,
ধৰে শোভা বিতোপন। আবেলি বেলিকা
যেবে, হেঙ্গুলি ৰহনে, তিৰবিৰ কৰি,
শোভা চেঁচনি পাটীটি, চেঁচা বৰণীয়া,
ইচ্ছা যেন, লভোঁ শান্তি খন্তেক বাগৰি,
অতৃপ্ত সুখৰ ভাগ, প্ৰাণ-জুৰ-কৰা।
আলাসত উৰি ফুৰা মেঘৰ চকলা
সমানে সামানে ফুৰে, যেনে 'হাৱা-খোৱা'
বন্ধুগণ আবেলি পৰত। হাঁহি মাৰি
নিলগতে, কৰে মোৰ প্ৰাণ মতলীয়া;
চাপিলে ওচৰ হায়, কুমলীয়া হিয়া,
যায় পমি আবেগত ৰহস্য অপাৰ;
দুৰণিৰ দৃষ্টি হায় মন-চুৰ-কৰা;
চাওঁতে চাওঁতে দীৰ্ঘ শ্যামাঙ্গী প্ৰকৃতি,
নিশ্বাস নিৰোধি যেন, প্ৰাণ কাঢ়ি লয়।
আৰু যত সৌন্দৰ্য্যৰ গুপুত ভঁৰাল,
উদঙ্গাই শাৰী শাৰী পাতিছে পোহাৰ,
কিনোতা মানৱ প্ৰাণ, বেচোঁতা প্ৰকৃতি।
ই হেন সৌন্দৰ্য্য-হাট সমুখত লই,
সৰু এটি পজা তলে কৰিলোঁ বসতি,
অৰ্দ্ধাঙ্গ মানৱ এই, মুকলি প্ৰাণেৰে।
অৰম্ভিলোঁ নিজ ব্ৰত উদ্দেশ্য সুঁৱৰি।
এইৰূপে গল কিছুকাল মনে মনে
সঁপি মন প্ৰাণ, কৰ্ত্তব্য চৰণ তলে।

ভাবিছিলোঁ, সৃষ্টিৰ মহিমা, আৰু যিবা
প্ৰকৃতিৰ শোভা, কৰি প্ৰাণে সাৰ-পূজা,
উদ্দেশ্যৰ পাচে লৰোঁ। উন্নতিৰ বাটে,
চিৰকাল অৰ্দ্ধাঙ্গৰ পালোঁ মহাব্ৰত।
সংসাৰ জঞ্জাল শূন্য, মুকলি মূৰীয়া;
শোক-তাপ, দুঃখ ভয় বিৰহ-সন্তাপ,
নাছিল সমূলি তাৰ অশান্তিৰ ছঁয়া।
ভাবিছিলোঁ, চিৰদিন যাপিম ইদৰে।
অৰ্দ্ধাঙ্গ বৈৰাগী জন চাপিলে ওচৰ,
উদঙ্গাই হিয়া মোৰ, মিলাও কামনা;
আনন্দ নধৰে প্ৰাণে, দেখি মিল ভাব,
মনে মনে প্ৰাণে প্ৰাণে, হিয়াত হিয়াৰ।
সংসাৰী বান্ধৱে তেবে অশান্তি জোলোঙা,
মেলেহি আগত মোৰ সান্তনাৰে আশে;
মুখেৰে বুজনি মাথোঁ, বান্ধৱ ধৰম,
নকৰে সি শোক-তাপ প্ৰাণে অনুভৱ।
ইদৰে বৈৰাগ্য ভাৱে থাকোঁতে পাহৰি
অৰ্দ্ধাঙ্গিনী কথা মোৰ, কোনোবা যুগত;
সুগন্ধি সৌৰভ তাৰ পৰিল বিয়াপি
প্ৰকৃতিৰ কাম্য কাননত। বিয়াপিল
পৰিমল, চউপাশে এই অৰ্দ্ধাঙ্গৰ।
পৰ্ব্বতীয়া জুৰি প্ৰায়, এৰি হৃদ-গুহা,
প্ৰবাহিল প্ৰেমনদী, প্ৰতি শিৰে শিৰে,
উতলি ভিতৰি এক আবেগ হিয়াৰ।
শিয়ৰি উঠিল প্ৰাণ, কি জানো কি ভাবে,
নীৰৱে বিনালে হায়, নিফুঁট সুৰত।
শুনালোঁ প্ৰবোধ বাণী উদ্দেশ্য প্ৰাণৰ,
জীৱনৰ মহাব্ৰত কৰালোঁ স্মৰণ।

নিৰলে পাতিলে কাণ, কান্দিলে নিৰৱে,
মনে মনে অৰ্দ্ধাঙ্গৰ অৰ্দ্ধেক পৰাণে
উত্ৰাৱল হৈয়া ৰল, অৰ্দ্ধাঙ্গিনী ধ্যানে।
কল্পনা চকুৰে চালোঁ প্ৰিয়া অনুকৃতি
পূৰ্ব্ব প্ৰকৃতিত, অপূৰ্ব্ব জেউতি চৰা।
সৃষ্টি-লীলা প্ৰতি স্তৰে সাংসাৰিক লীলা,
বিৰিঙ্গি উঠিল হায়, ব্ৰহ্মাণ্ড বিয়াপি।
এই ভাৱে কিছুকাল যাপিলোঁ জীৱন,
পিতৃ-আজ্ঞা বিবাহৰ পালেহি ওচৰ।
প্ৰবাহিত নদে যেন পালে ভেটা-ভঙ্গা;
উলাহত পিতৃ-আজ্ঞা ধৰিলোঁ শিৰত।
শিৰে-বোৱা আবেগৰ শতধাৰা সোঁত,
বাগৰিল দুটি ধাৰে, দুগালে ঢৌৱাই!
মুহূৰ্ত্তে ভাবনাযুত। দেখা নাই আগে,
কিৰূপ ধৰিছে প্ৰিয়া। চিনিম কি মতে।
অৰ্দ্ধাঙ্গিনী বুলি মোৰ; মায়া যুত চকু।
কি আছে উপায়, পাত্ৰীৰ বাচনি ভাৰ
পিতৃ-দেৱতাত। সাঙ্গ কৰি সেই কাৰ্য্য
পাচিলে আদেশ পাচে পুত্ৰ শিৰলই।
সাধ্য কি অৱজ্ঞা কৰোঁ, জন্মগুৰু ডাক।
ল্ললোঁ খোজ ধীৰে ধীৰে, ভবিষ্য নেভাবি,
চিন্তি মাথোঁ মনে প্ৰাণে, বিধিৰ বিধান;
যি বিধি সৃজিলে হায়, অৰ্দ্ধাঙ্গিনী নাৰী।
পাহাৰৰ প্ৰান্ত এৰি নামিলোঁ ভৈয়াম;
নতুন উদ্দেশ্য আগে, নৱ উছাহত।
ভিতৰি আশঙ্কা জুই, জ্বলে চতুৰ্গুণে,
অঘটন ঘটে জানো অন্য অৰ্দ্ধাঙ্গিনী।
আচৰিত! বাচনিত পৰিল সঁচাকে,
অন্য এক অৰ্দ্ধনাৰী, মানৱ চকুত।
সাধ্য কি প্ৰকৃত ধৰে নৰ চকু-জালে।

ভাগ্যে মোৰ কিন্তু হায়, বিধিৰ লিখন,
লৰিল যতেক মানে মানৱ ব্যৱস্থা ।
ললেহি আপুনি যেন, পোত্ৰীৰ আসন,
অৰ্দ্ধাঙ্গিনী লীলা মোৰ, আচৰিত ভাৱে ।
পুণ্য প্ৰেম লীলা-খেলা, ধন্য লীলাৱতী !
জনমত দেখা নাই ; তথাপি প্ৰাণত
অদৃশ্য ধাৰেৰে বলে মিলনৰ সোঁত ;
চিনিলে আত্মাই মোৰ, অৰ্দ্ধ আত্মা তাৰ ।
দেখিছিলোঁ বিবাহৰ কত ৰীতি নীতি,
বৰ-ব্ৰত ধৰা কত বন্ধু প্ৰণয়ৰ ।
নুবুজিলোঁ মন-প্ৰাণ কি যে কৰে তাৰ,
কি ভাবে নচায় হিয়া, সেই মহাদিনে ।
সুখ-দুখ, লাজ-মান, আনন্দ-বেজাৰে,
একাকাৰে উলাহঁত কৰি তিৰবিৰ,
কঁপালে হৃদয় মোৰ কঁপিল শৰীৰ,
মাতৃয়ে যেতিয়া হায়, ধৰিলে আঁচল
বেই ঘূৰনিত ; নাৰীৰ শাসনতলে ।
সুমধুৰ গীত-বাদ্য, ৰাগিনী পঞ্চম,
কোকিলৰ কুহু ৰাৱ কবিতাৰ সুৰ,
বাজিছিল প্ৰাণে মোৰ, অমৃত সমান ।
কামিনীৰ কণ্ঠে কিন্তু, ঢালিলে যি সুৰ,
উল্লাসিত প্ৰাণে ; নেপাও উপমা তাৰ,
গীত, ৰাগ, কুহুৰাৱ, কবিতা সুৰত ।
সুন্দৰ মুখনি হায়, মঙ্গল উৰুলি ।
এইৰূপে দুই ৰাতি, গল তিনি দিন,
পৱিত্ৰ বৰৰ ব্ৰত কৰি আচৰণ,
দেৱতা সমান হায়, মানৱ জীৱনে ।
বুজিলোঁ, এদিন মানৱে দেৱত্ব পায় !
আগে পাচে হাঁহে নাচে, আনন্দ নধৰে ;

অদ্ভুত কি বস্তু হলোঁ।   বেৰি বেৰি হায়,
জোমা-জুমি, চোৱা-চুই, মন্তব্য প্ৰকাশ।
স্বপ্নৱত অনুভৱ, দিঠকৰ প্ৰাণে।
ভিতৰি আবেগ এটি, জীৱন্ত জাগ্ৰত,
উগুল থুগুল কৰি, কি যে কৰে হিয়া!
অৰ্থশূন্য ভাব তাৰ, নেদেখা উদ্দেশ্য,
বাহ্যিক চকুত তাৰ, নেদেখা ছঁয়াটি,
অব্যক্ত ভাবৰ সুৰ; নিৰৱে বিনায়!
মুখত নুফুটে কথা; হিয়াৰ আবেগ
কপালে বিৰিঙ্গি হায়, পৰিল বাগৰি,
প্ৰিয়তমা অৰ্দ্ধাঙ্গিনী, অৰ্দ্ধাঙ্গৰ বাৱেঁ,
ললেহি আসন যেবে সমাজৰ মাজে।
দীৰ্ঘ ওৰণীক ভেদি জিলিকণিটিয়ে,
উদঙ্গালে হিয়া মোৰ!   হল প্ৰতিভাত
প্ৰিয়তমা অনুকৃতি, হৃদয়-ফলিত।
শান্তিৰ শীতল তেজ বঁলে প্ৰতি শিৰে;
অঙ্গে অঙ্গে পৰশন, যেবে হাতে হাত;
পুলকিত মন-প্ৰাণ, অস্থিৰ শৰীৰ;
আবেগৰ উলাহত দুয়ো অঙ্গ কঁপে,
টলবল প্ৰাণ হায়, হাত থৰবৰ!
বিদ্ৰূপ চাহনি হানে, সমুখৰ পৰা,
সমনীয়া বন্ধু জনে, পেলাই ঠেকত।
লাজে মূছকছ হায়, গুৰুজন আগে।
প্ৰাণে প্ৰাণে গল বন্ধা, দম্পতী বান্ধেৰে;
দেখালে বাহিৰে পুণ্য মিলনৰ চিন্;
পৱিত্ৰ সি লগ্ন-গাঁথি, পৱিত্ৰ ভাৱৰ।
   প্ৰথম মিলন দিন, পোনে দেখা দেখি,
সঙ্কুচিতা অৰ্দ্ধাঙ্গিনী অৰ্দ্ধাঙ্গৰ পাশে।

পাহৰিলে পূৰ্ব্বভাব, একাঙ্গ যেতিয়া,
কোনোবা যুগত। মায়াৰ ঢাকোনে আঋ
ধৰে নিলগাই, নিচিনা ভাবৰ ফালে।
নেচাওঁ যেতিয়া হায়, মুখলই মোৰ,
একে ঠৰে থাকে চাই, হেঁপাহ চকুৰে।
চকুত পৰিলে চকু, কৰে তলমূৰ,
ধৰা-পৰা চমকনি খাই। এটি হাত
আদৰেৰে চপাই বুকত, সোধোঁ কিবা।
আবেগ উগাৰি উঠে। নেমাতি উত্তৰ
দিয়ে কপালৰ ঘামে। বুকত মুখানি
ধৰি হেঁপাহ বান্ধেৰে, ঘনে সোধোঁ কিবা।
উছাহ, আবেগ, কিবা, কিজানো কিভাবে,
'ওঁ-হুঁ ওঁ' তানে এটি সুৰ, ঘন উশাহৰে,
নাকেদি বাহিৰ হল, তালু-ফুটা ৰাগি।
বুজিলোঁ হিয়াৰ ভাব, হিয়া ভিখাৰীয়ে।
কিবা, সুখ, কিবা শান্তি, কিবা অনুভৱ,
অৰ্দ্ধাঙ্গ মিলনে হায়, অৰ্দ্ধাঙ্গিনী সতে।
মুখে মুখে বুকে বুকে, প্ৰতি অঙ্গ ভাগে,
পৱিত্ৰ মিলন জ্যোতি প্ৰকাশি দেখালে,
একাঙ্গ শয়ন আহা। বিধিৰ বিধানে।

---

# হলিৰাম মহন্ত।

## বিশ্ব-দৰ্পন।

### বলিদান।

হিন্দুজাতি অতি প্ৰাচীন কালৰ সভ্যতাৰ সময়ত নিৰামিস ভোজী আছিল। প্ৰাণী হিংসা কৰা তেওঁলোকৰ স্বভাৱ নাছিল। সময়ৰ স্বাভাবিক পৰিবৰ্ত্তনত লাহে লাহে শিক্ষিত যোগী সকলৰ বাহিৰে সকলোৱে মাছ মাংস খাবলৈ ধৰিলে। আৰু মাংসৰ নিমিত্তে প্ৰাণী বধ ইমান বেচি হব ধৰিলে যে, এই অত্যাচাৰ ঋষি সকলৰ অসহ্য হৈ উঠিল। গতিকে তেওঁলোকে অনেক ৰকমে এই জীৱ বধৰ পাতেক গুচাবলৈ চেষ্টা কৰি, শেষত ইয়াক বাধা দিয়া অসম্ভৱ দেখি, যাতে প্ৰাণীবধ কম হয়, তাৰ নিমিত্তে ভাবি চিন্তি এই বলিদান বা পশু মেধৰ নিয়ম উলিয়ালে। এই বিধানত তেওঁলোকৰ উদ্দেশ্য আছিলঃ—পাশব বৃত্তি চৰিতাৰ্থৰ নিমিত্তে য'তে ত'তে যেতিয়াই তেতিয়াই যাতে নৃশংসৰূপ যাতনাঁদি পশুবধ অধিক পৰিমাণে নহয়। এই নিয়মৰ পৰা হল কি, যে কোনোৱে মাংস খাবৰ ইচ্ছা কৰিলে বলিদান দিব লাগিব। জানিবা এটি ছাগলি আনিলে, তাক বলিদান মতে খাবলৈ হলেই তাৰ লগত উপসৰ্গিক আৰু অলপ্ খৰচ লাগিব ২।৪ জন মানুহ গোটাব লাগিব। এভাগি পূজাৰ প্ৰয়োজন। ইয়াত তিনিটি উপকাৰ (১) লগৰুৱা খৰচৰ ভয়ত বা অভাৱত কেতিয়াবা পশু বধৰ ইচ্ছা হলেও বাধা জন্মে; (২) মনত এটা ধৰ্ম্ম ভাৱ; এই ভাৱৰ পৰা প্ৰাণী হিংসাৰ ইচ্ছা কম হয়; (৩) জনদিয়েক বন্ধু বান্ধৱৰ সৎসঙ্গ, আৰু তেওঁলোকেৰে মিলি আনন্দ উপভোগ কৰা। পশু মেধৰ মন্ত্ৰত আছেঃ—হে প্ৰভো সকলো জীৱ আপোনাত উৎপত্তি, আপোনাতে লয়, আপোনাৰ ওচৰত সকলো সমান; এনেস্থলত এই জীৱটি আমাৰ ইন্দ্ৰিয় লালসাৰ নিমিত্তে বধ্ কৰা নিতান্ত অন্যায়। কিন্তু অৱস্থাত পৰি, নকৰি নোৱাৰাত পৰিছোঁ। আপোনাৰ সংসাৰ চলিব লাগে, এতেকে বাধ্য হৈ এই পশুটি মাৰিবলৈ আগ বাঢ়িছোঁ। এই পাতকৰ পৰা যেন আমাক ৰক্ষা কৰা, আৰু জীৱটিৰো যেন সদ্গতি হয়। এই পশুটিয়ে এদিন নহয় এদিন এই শৰীৰ বিনষ্ট কৰিবই।

তেতিয়া পোক পৰুৱাৰ ও শৃগালাদিৰ ভোজ হলহেঁতেন। এতিয়া ই আমাৰ উপকাৰত আহিছে। প্ৰভো! আপোনাৰ জীৱ সমূহৰ মঙ্গল, বিধান আপোনাৰ ইচ্ছাধীন। এতেকে, আমাক এই নিশংসতা পাপৰ পৰা মুক্তি দিয়া ইত্যাদি।

হিন্দুমতে সৃষ্টিৰ আদিৰে পৰা অন্তলৈকে এই সময়টিক চাৰিভাগ কৰেঃ— (১) সত্যযুগ, এই কালত ভক্তিয়েই ঈশ্বৰ সেৱাৰ প্ৰধান উপায় (২) ত্ৰেতাযুগ; ইয়াত জ্ঞানেই মুক্তিৰ উপায়, (৩) দ্বাপৰযুগ; যজ্ঞ বলিদান আদি, (৪) কলিযুগ দান ও নাম। ইয়াৰ পৰাই দেখা যায় যে এই সময়ৰ ৩য় ভাগতে পশুমেধ বা বলিদানৰ প্ৰথা ওলায়, এই পশু মেধাদিৰ কথা ৰামায়ণ আৰু মহাভাৰতত ভালকৈ বৰ্ণনা কৰা আছে। তাত দেখা যায় যে ক্ষত্ৰিয় বিলাকেহে পশুবধ কৰিছিল। অৰ্থাৎ ক্ষত্ৰিয় বিলাক যুজাৰু আছিল, যুজাঁৰু বিলাকৰ আনতকৈ মাছ মাংসৰ আৱশ্যক বেচি আছিল।

আদিতে এই বলিদান বৈদিক মতে আছিল। সেই সময়ত এই বলিদান প্ৰথমতে নিয়ম মতে ঈশ্বৰক প্ৰাৰ্থনা স্তুতি কৰি পশুটি মৰা হয়, তাৰ পাচত তাক ৪ ভাগ কৰা হয়। ১ম, ভাগ ইন্দ্ৰাদি দেৱতা সকলক দিয়ে দেৱতা সকলৰ হৈ গলে, ২য় ভাগ ঋষি পুৰোহিত সকলক দিয়ে; ৩য়, ভাগ সমজুৱাৰ আৰু ৪ৰ্থ ভাগ গিৰিহঁতৰ। বৈদিক বলিদানৰ পৰা স্পষ্ট দেখা যায় যে সেই পশুটি আমাৰ আজি কালি ধাৰণাৰ মতে কোনো দেৱতাক উছৰ্গি দিয়া নহয়। মাত্ৰ বধৰ পাতকৰ পৰা ৰক্ষা পাবৰ কাৰণে ঈশ্বৰক স্তুতি মিনতি কৰি লয়। বধকৰাৰ পাছত হে ইন্দ্ৰাদি দেৱতাক ভাগদিয়া হয়, আৰু সেই বৈদিক মন্ত্ৰ বিলাকত আজিকালিৰ দুৰ্গা, কালি আদি দেৱতাৰো নাম পোৱা নেযায়। ইয়াত প্ৰথমতে অগ্নি দেৱতাক ভাগ দিয়ে। তাৰ মন্ত্ৰটিৰ অৰ্থ এই, "হে অগ্নি, মোৰ এই যজ্ঞলৈ তোমাক নিমন্ত্ৰণ কৰিছোঁ, নিমন্ত্ৰণ গ্ৰহণ কৰি তোমাৰ নিমিত্তে পাৰি থোৱা আসনত বহি অনুগ্ৰহ কৰি তৃপ্তি পূৰ্ব্বক ভোজন কৰি, মোৰ প্ৰতি যেন সুপ্ৰসন্ন হোৱা।" এই দৰেই ঋষি পুৰোহিত সকলক আৰু সমজুৱা সকলকো।

এই খিনিতে আৰু এটি কথা, কোনো কোনো ঋষিয়ে দেৱতাক শাপ দিয়া শুনিবলৈ পোৱা যায়; কিন্তু কোনো দেৱতাই ঋষিক শাপ দিয়া শুনিবলৈ পোৱা বৰ টান। দেৱতা সকলে যজ্ঞৰ ঠাইতে বহি তেওঁলোকৰ ভোগ খাইছিল। (মহাভাৰতত যুধিষ্ঠিৰৰ ৰাজসূয় ও বসুদেৱৰ দান যজ্ঞাদি চোৱা) ইয়াৰ পৰা এনে অনুমান হয় যে ইন্দ্ৰাদি দেৱতাসকল কোনো সেই নামৰ বিজ্ঞ মহাতেজস্বী মহা-পুৰুষ আছিল। তেওঁলোক সামান্য গুণত থাকি, সাধাৰণ জনতকৈ অত্যাধিক শ্ৰেষ্ঠ

আৰু তেওঁলোকৰ অলৌকিক ডাঙৰ ডাঙৰ কাৰ্য্যৰ বাবে পূজ্য বা পূজনীয়। হিন্দুজাতিৰ কৃতজ্ঞতা গুণ বৰ বেচি; আৰু এই জাতি কেতিয়াও অকৃতজ্ঞ হব নোখোজে; মই যাৰ ওচৰত কৃতজ্ঞ, যাক পূজা কৰোঁ, মোৰ সন্তান সন্ততিয়ে পুৰুষে পুৰুষে তেওঁক পূজাকৰিবই। এনেকৈয়ে ইয়াৰ পৰাই দেৱতা পূজাৰ উৎপত্তি যেন অনুমান হয়। আৰু এটি কথা দেখা যায় যে, মই ইন্দ্ৰক পূজোঁ, ইন্দ্ৰয় আকৌ তেওঁতকৈও ডঙৰ দেৱতা শিব-বিষ্ণুক পূজে, শিব-বিষ্ণুৱে ও আকৌ এজন ঈশ্বৰক পূজে। ইয়াৰ পৰায় অনুমান হয় যে দেৱতা আৰু মনুষ্যজাতিৰ পাৰ্থক্য, গুণৰ হীন-ডেঢ়িৰ ( বেচিৰ ) পৰা।

বৈদিক বলিদানৰ পৰা দেখা যায় যে পশুবধ ঈশ্বৰৰ সন্তুষ্টিৰ বাবে নহয়, নিজৰ সন্তুষ্টিলৈহে। ইয়াৰে পৰা লাহে লাহে মানসিক অৱনতিৰ লগে লগে পৌৰাণিক নিয়ম ওলায়। পুৰাণ মানেই পুৰণি কথাৰ ইতিহাস বা বৰ্ণনা। আলোচনা নথকাত বহুতে বেদ পাহৰিবলৈ ধৰিলে, এই সুবিধাতে জন দিয়েকে বেদৰ আশ্ৰয় লৈ পুৰাণ ৰচে। এই পুৰাণ বিলাকত আমি পতিয়াব নোৱাৰা বহুত কথাই অতি বাঞ্ছিত ৰূপে ঠাই পালে। ইয়াত আচল কথা এৰি দি, বেদৰ নাম পোৱা দেৱতা সকলৰ আৰু তাৰ লগে লগে সেই দেৱতাবিলাকৰ অঙ্গহি-বঙ্গহি ৰূপে অনেক দেৱতাৰ কীৰ্ত্তি কলাপ বৰ্ণনা আছে।

ইয়াত বলিদানৰ নিয়ম বেলেগ হয়। পশুটি একেবাৰেই এজন দেৱতাক উছৰ্গা কৰি দিয়ে। এই সময়ত যেই সেই দেৱতালৈ বলিদান কৰিব পাৰিছিল। পুৰাণত কিছুমান দেৱতা সত্ব গুণৰ; আৰু তেওঁলোকৰ কাৰ্য্যও শান্ত স্বভাৱৰ। গতিকে সেই দেৱতা সকলৰ উদ্দেশ্যত পশুবধ বৰ বেয়া হেন লগাত, যি সকলৰ কাৰ্য্য উগ্ৰস্বভাৱৰ সেই সকলৰ নামেহে বলি দিব পাৰি, পাচত এনে নিয়ম কৰা হয়। মাইকী দেৱতা বিলাক শক্তিৰূপিনী আৰু তামসিক স্বভাৱেৰে বৰ্ণনা কৰাত, দুৰ্গা কালি আদি দেবী সকলৰ নামে বলিদান বিধান হয়। মাইকী দেৱতা যে জাগৃত ইয়াৰ আচল মূল হৈছে সাংখ্যদৰ্শন। এই দৰ্শনৰ মতে পুৰুষ শান্ত আৰু নিস্কৰ্ম্মা, প্ৰকৃতি বা মাইকীয়েই সকলো কৰে; আৰু শক্তি স্বৰূপ; পুৰুষে মুঠে প্ৰকৃতিৰ আশ্ৰয় লৈ ভোগ কৰে।

দেৱী সকলৰ তেজলৈ যে বৰ হেপাঁহ, এনে কথা পুৰাণে বৰকৈ দেখুৱা নাই। বলি মানে অকল পশুৱেই নাছিল, কোঁমোৰা-কুঁহিয়াৰ আদিও বলি। তন্ত্ৰৰ আবিৰ্ভাবেহে আজি কালিৰ বলিদানৰ সোঁত ইমান বেছি কৰিলে। তন্ত্ৰৰ মতে এটা ছাগ দান কৰিলে ইমান বছৰ গোসাঁনী সন্তুষ্ট থাকে। ম'হত ইমান,

হাঁহত ইমান আদি সময় বিধান কৰে। ইয়াৰ পৰা দুৰ্গা পূজা, কালী পূজাত ইমান অসংখ্য পশুবধ হয়। কিন্তু সি যিকি নহওঁক, গুৰি আচলতে ঠিক আছে। পুৰাণত এটি গল্প আছে, তাক তন্ত্ৰয়ো সমৰ্থন কৰিছে। গল্পটি এই:— এজন ৰজাই বহুত বছৰ এজনা গোঁসানীক অনেক ৰকমে অসংখ্য পশু বলি দি পূজি আছিল। অন্তকালত যেতিয়া সেই ৰজা স্বৰ্গলৈ যায়, তেতিয়া বাটত অলপ দূৰৈত দেখিলে যে এঠাইত বহুত প্ৰাণীয়ে হাতত একো খনি দালৈ থিয় হৈ ৰৈ আছে। স্বৰ্গৰ দূতক কাৰণ সোধাত ৰজাক কলে, সেই প্ৰাণী বিলাকে আপোনালৈকে বাট চাই আছে। পৃথিবীত আপুনি ইহঁতক বলি দিছিলে। এতিয়া ইহঁতে আপোনাক বলি দিবলৈ সাজু হৈ আছে। ইহঁতে আপোনাক কাটিবই; ইয়াৰ পৰা হাত সাৰিবৰ একো উপায় নাই। ৰজাই এই কথা শুনি বিচূৰ্তি হৈ উপাসিত গোঁসানীক স্তুতি কৰিবলৈ ধৰিলে। গোঁসানী আহি কলে যে, তোমাৰ কৰ্ম্মফলৰ ভোগ কৰিবই লাগিব। ইয়াৰ পৰা মই তোমাক মুক্তি দিব নোৱাৰোঁ। ৰজাই কলে, মই তোমাৰ উদ্দেশ্যেহে বলি দিছিলোঁ? গোঁসানীয়ে কলে, তুমি মোক সংসাৰৰ বিষয় ভোগৰ নিমিত্তে পূজিছিলা, ময়ো তোমাক সংসাৰৰ যত ৰকম সুখ হব পাৰে, সকলো দিহিলোঁ। তুমি কেতিয়াও কোনো দুখত নপৰিছিলা। এই কথা শুনি বিবুদ্ধি হৈ ৰজাই বৰকৈ কাকুতি কৰিব ধৰাত, গোঁসানী নিৰুপায় হৈ মহাদেৱক মাতিলে। মহাদেৱে গোঁসানীৰ অনুৰোধত, অনুগ্ৰহ কৰি বিধান কৰিলে যে অতবোৰ প্ৰাণীয়ে প্ৰত্যেকে এবাৰ এবাৰকৈ নেকাটি একেখন দাত ধৰি ৰজাক একে কোবেই কাটক বাৰু। এটা প্ৰাণীয়ে কাটক, ৰজাই এই শৰীৰ এৰি অন্য শৰীৰ ধৰক, আকৌ এটাই কাটক নতুন শৰীৰ ধৰক, এনে হলে বাটতে যুগ-যুগান্তৰ যাব, স্বৰ্গলৈ যোৱা নহব। এই বিধানত জানিবা কোনো মতে ৰজাই আকৌ এবাৰ শৰীৰ এৰি নতুন শৰীৰ ধৰি স্বৰ্গলৈ গল।

এই গল্পটিৰ পৰা বুজা যায়, প্ৰাণী বধ কৰা পূজা বা ভক্তিৰে একো সম্পৰ্ক নাই। প্ৰাণীবধ নিজৰ পাৰ্থিব সুখৰ নিমিত্তে, ধৰ্ম্ম বা পূণ্যৰ নিমিত্তে নহয়।

---

# পূৰ্ণকান্ত, দেৱ শৰ্ম্মা।

## নলচৰিত্ৰ।

### দময়ন্তীৰ বিবাহ।

নলক বৰিলা পতি দেখি ৰাজাগণ।
যাৰ যেই দেশে গৈলা বিষাদিত মন ॥
ভীম নৰপতি ভৈলা আনন্দে মগন।
বিহাৰ কাৰণে ৰাজা আনে বন্ধুগণ ॥
বাদ্যকৰগণ ৰাজা ডাকিয়া আনিলা।
বিহাৰ সামগ্ৰী যত একত্ৰ কৰিলা ॥
নিৰ্ম্মাইলা সভাখন আনি খনিকৰ।
ফটিকৰ স্তম্ভ আনি দিলা থৰে থৰ ॥
একক্ৰোশ স্থান জুৰি ৰচে সভাখন।
কনক ৰজতে চিত্ৰ বিচিত্ৰ নিৰ্ম্মান ॥
নানা ৰত্নে বিৰচিলা যেন দেৱপুৰি।
ৰতনে মণ্ডিত তাহে গৃহে শাৰি শাৰি ॥
মণিময় দীপগণ জ্বলে থানে থান।
কোটী সূৰ্য্য জিনি আলো নযাই বৰ্ণন ॥
তাৰ পাশে হোমঘৰ কৰিলা নিৰ্ম্মান।
ফটিকৰ বেদী কৈলা হোমৰ কাৰণ ॥
বেইঘৰ নিৰ্ম্মাইলা কৰিয়া যতন।
দেখি আনন্দিতা ভৈলা যত নাৰীগণ ॥
শুভক্ষণ দিনে তেবে কন্যাক আনিলা।
গন্ধতৈল হৰিদ্ৰাক ঘঁসি নোঁৱাইলা ॥
আতি ৰঙ্গমনে ৰাণী চতুৰ্দ্দোলে চড়ি।
জল আনিবাক গৈলা তিৰীগণে বেঢ়ি ॥

নানা সুমঙ্গল কৰে যতেক কামিনী।
উৰুলি দিলেক মিলি দুই তিনি জনী ॥
ডুনৰী কান্ধত লৱে কতো নাৰীগণ।
দুৰ্ব্বাক্ষত সিঞ্চে কতো আতি ৰঙ্গমন ॥
বাদ্যকৰগণ সবে বাদ্যক বজাই।
ঢোল মৃদঙ্গৰ শব্দে কাণ ফাটি যাই ॥
গায়ন বায়ন আৰু কালীয়া নৰ্ত্তক।
ৰঙ্গে ঢঙ্গে চলে সবে পানী তুলিবাক ॥
হাতী ঘোড়া চলে সঙ্গে নযাই গণন।
মহানন্দে নাচে গাৱে যত প্ৰজাগণ ॥
শাৰি শাৰি কল আনি পথত ৰোপিল।
থৰে থৰে তাতে সব পুষ্প মালা দিল ॥
সুবৰ্ণ ভৃঙ্গাৰে ৰাণী জল তুলি আনি।
স্নান কৰাইলন্ত দময়ন্তী সুবদনী ॥
সাতপাক প্ৰদক্ষিণ কৰি বেইখান।
স্বৰ্ণপাটে তুলি কন্যা কৰাইলন্ত স্নান ॥
দশকুড়ি জনা মিলি সুললিত ৰাৱে ॥
আতি উত্ৰাৱল গাৱ, ৰঙ্গে নাম গাৱে ॥
মঙ্গল আচৰে কত কৰে নানামত।
বাজিছে শঙ্খৰ ধ্বনী আতি সুললিত ॥
যথা বিধি স্ত্ৰী আচাৰ কৰি সমাপন।
আপুনি মলছে ৰাণী দমইৰ বদন ॥
পিন্ধাইল সোণোৱালী বস্ত্ৰ বিতোপন।
নানাবিধ অলঙ্কাৰ কি কৈবো কথন ॥
হেনকালে অস্তাঙ্গত ভৈলা দিবাকৰ।
কুল পুৰোহিত আসি মিলিলা সত্বৰ ॥
অধিবাস কৰি ৰাজা শুভক্ষণ জানি।
বামাগণ মিলি দিয়ে উৰুলিৰ ধ্বনি ॥
পৰদিন প্ৰভাততে উঠি নৰপতি।
নান্দীমুখ শ্ৰাদ্ধ আদি কৈলা সমাপতি"

বহুৰত্ন ধন ৰাজা ব্ৰাহ্মণক দিলা।
মহানন্দে বিপ্ৰগণে বেদ উচ্চাৰিলা॥
হৰিধ্বনি কৰিলন্ত যত প্ৰজাগণ।
আনন্দৰ কোলাহলে ভেদিল গগণ॥
হেথা নল নৰপতি নগৰ বাহিৰে।
নিজ দলবল লৈয়া আনন্দ অন্তৰে॥
আত্মীয় বান্ধবগণ কুল পুৰোহিত।
নিমন্ত্রিয়া আনিলন্ত যেমন বিহিত॥
কুলাচাৰ বেদাচাৰ স্ত্ৰী আচাৰ যত।
বেঢ়ি কুটুম্বৰ ঝাকে কৰে যথোচিত॥
হৰিদ্ৰা মাখিয়া মিলি কুল নাৰীগণ।
সুবৰ্ণ ভৃঙ্গাৰে স্নান কৰাইলা তেখন॥
ভুঞ্জাইলা সবাহাঙ্কো যত পাৰে মানে।
তুষিলা ব্ৰাহ্মণগণে নানাবিধ দানে॥
পৰদিন প্ৰভাততে নল গুণৱান।
স্নানকৰি নিত্য কৰ্ম্ম কৰি সমাপন॥
ষোড়শ মাতৃৰ পূজা কৰি বিধিমত।
নান্দীমুখ শ্ৰাদ্ধ কৰে বেদৰ বিহিত॥
দধি দুগ্ধ ঘৃত মধু আনে ভাৰে ভাৰে।
পিঠা পৰমান্ন নানাবিধ উপহাৰে॥
ভুঞ্জাইলা নিমন্ত্রিত যত যত প্ৰাণী।
খোৱা খোৱা লোৱা লোৱা এহি মাত্ৰ শুনি॥
বস্ত্ৰ অলঙ্কাৰ আৰু বহু ধন সোণ।
যোগ্যমতে জনে জনে কৰিলন্ত দান॥
সাজ অলঙ্কাৰ ৰাজা কৰে পৰিধান।
শৰীৰৰ কান্তিত জোনাক সভাখন॥
কেঙ্কোৰা দোলাত চড়ি নল মহামতি॥
কন্যাৰ গৃহক তেবে চলে হৃষ্টমতি॥
বৰযাত্ৰীগণ সবে আনন্দে বিভোৰ।
দুই দণ্ড বেলা যেবে গগণ উপৰ॥

মঙ্গল কৰিলা আসি যত নাৰীগণ।
বেদমন্ত্র উচ্চাৰিলা যত বিপ্রগণ ॥
খোল ঢোল মৃদঙ্গ বাজয় কৰতাল।
শঙ্খ কাঁহ ঘণ্টা বাজে মহা গণ্ডগোল ॥
বাজে বাঁহী বীণা আৰু ডবা জয় ঢাক ॥
বাদ্যৰ শব্দত স্তব্ধ ভৈলা দেৱঝাক ॥
দুই অক্ষৌহিনী সৈন্য সঙ্গতে সাজিলা।
চালি ধৰে চেৱে চেৱে চলিবাক লৈলা ॥
অযুতেক হাতী চলে পৰ্ব্বত সমান।
এক লক্ষ তুৰুক-চোৱাৰী বলবান ॥
গায়ন বাদন আদি যত বাদ্য দেখা।
অগণিত চলে সবে কোনে কৰে লেখা ॥
যোজনৰ পথ জুৰি চলে যাত্ৰীগণ।
কাৰো মাত কেঁওএ কতো নকৰে শ্ৰৱণ ॥
হেন মতে আসি উপনীত সিংহদ্বাৰে।
ৰজক বাতৰি গৈয়া দিলেক যে চৰে ॥
দুৱাৰে আসিয়া বৰ ভৈলা উপনীত।
মুখ্য সেনাপতি আৰু ইষ্ট মিত্ৰ যত ॥
প্ৰত্যেকে আদৰে বৰে আগ বাঢ়ি যায়।
ক্ৰমে পঞ্চ দ্বাৰ এড়ি ষষ্ঠত আসয় ॥
শুনি আনন্দিত ৰাজা চলিলা আপোনে।
আগবাঢ়ি আনিবাক লৈয়া বিপ্ৰগণে ॥
গন্ধ পুষ্প ধূপ দীপ পুষ্পমালা লৈয়া।
জামাতাক বিধিমতে আদৰিলা গৈয়া ॥
তিৰীগণে সুমঙ্গল অনেক কৰিলা।
নাম উৰুলিৰ শব্দে গগণ ভেদিলা ॥
সুৱাগুৰি তুলিবাক সঙ্গে নাৰীগণ।
চতুৰ্দ্দোলে চড়ি ৰাণী কৰিলা গমন ॥
স্ত্ৰী-আচাৰ যত কৰ্ম্ম কৰি সমাপন।
গন্ধ মাল্য দানে ৰাণী আদৰে তেখন ॥

সভামধ্যে আসি নল বসিলা আসনে।
বৰণ কৰিলা ৰাজা আনন্দিত মনে॥
কুল-পুৰোহিত বিধি মাতিবাক লৈলা।
বিধিমতে নল তেবে কুশণ্ডি কৰিলা॥
অন্তেষ পুৰত বসি যতেক কামিনী।
ফোট ৰেঘা বস্ত্র অলঙ্কাৰে কন্যাখানি॥
সজাইলন্ত মিলি যত্নে জীয়ৰী বহাৰী।
বিজুলী চমক যেন দময় সুন্দৰী॥
হৰ্ষ বিষাদিত ৰাণী সঙ্গে নাৰীগণ।
জীয়াৰীক নিলা জামাতাৰ বিদ্যমান॥
বেদ মন্ত্র উচ্চাৰিলা যত বিপ্ৰগণ।
মুখ চন্দ্ৰিকাক তেবে কৰিলা ভঞ্জন॥
সাতবাৰ প্রদক্ষিণ কৰি ৰীতিমতে।
কন্যাক বৈসাই নিয়া নলৰ বামতে॥
বৰ কন্যা দোহে যেবে বসিলা সভাত।
অনঙ্গ বিৰজে যেন ৰতিৰ সহিত॥
কুশ, তিল, গঙ্গোদক, আৰু দূৰ্ব্বা কল।
আসন স্বাগত পাদ্য অৰ্ঘ আৰু জল॥
দধি দুগ্ধ ঘৃতৰ সহিত মধুপৰ্ক।
বসন ভূষণ দিয়া পূজিলা নলক॥
বিধিমতে সালঙ্কৃতা কৰি কন্যাধন।
সত্য অঙ্গীকাৰে ৰাজা কৰিলা অৰ্পণ॥
আতপৰে নাৰীগণ কৰয় কৌতুক।
সহস্ৰেক দাসী ৰাণী উৎসৰ্গে যৌতুক॥
হাতি ঘোড়া গৰু মহ অযুতে অযুত।
কন্যাৰ যৌতুক ৰাজা উৎসৰ্গ বহুত॥
গো, ভূমি, কাঞ্চন আৰু বসন ভূষণ।
যৌতুক উৎসৰ্গে মিলি যত বন্ধুগণ॥
অছিদ্ৰ বাচন কৰি সূৰ্য্য অৰ্ঘ্য দিলা।
সুবৰ্ণ দক্ষিণা দিয়া ব্ৰাহ্মণে তুষিলা॥

দধি, দুগ্ধ, আদি দ্ৰব্য ভোজন কৰিলা।
বাসৰ গৃহক নলে সুখে চলি গৈলা॥
কুসুম শয্যায় নল জাগে বিভাবৰী।
কৌতুক কৰিলা মিলি যত সহচৰী॥
আপুনি ৰসিক নল নৈষধ ঈশ্বৰ।
ৰসিকা যে দময়ন্তী ৰসৰ সাগৰ॥
দোহে দোহাকাৰ ৰূপে মুগ্ধ অতিশয়।
পৰস্পৰে দুই হন্তে দোহাকো দেখয়॥
দৰিদ্ৰ পাইলে যেন নৱৰত্ন নিধি।
ততোধিক ভাগ্য মানি প্ৰশংসয় বিধি॥
নলে বোলে প্ৰাণেশ্বৰী শুনাহা বচন।
যাবত শৰীৰে মোৰ থাকয় জীৱন॥
তাৱত নেৰিবো মই তোমাক কখন।
সত্যে সত্যে কহোঁ মই স্বৰূপ বচন॥
তুমি কায়া মই ছাঁয়া কহিলো নিশ্চয়।
পুনঃ সত্য কৰি কহোঁ নাহিকে সংশয়॥
হেন মতে সুখ ৰাত্ৰি প্ৰভাত হইলা।
শয্যাহন্তে উঠি নল প্ৰাতঃকৃত্য কৈলা॥
নিত্য কৰ্ম্ম কৰি ৰাজা অবসৰ ভৈলা।
যোড়ষ ব্যঞ্জনে ৰাজা ভোজন কৰিলা॥
তেবে ভীম নৰপতি দুঃখিত অন্তৰ।
কন্যাক পাঠাইবে লাগি চিন্তাতে অস্থিৰ॥
পাটৰাণী সুমতিও কান্দিবে লাগিলা।
অন্তেষ পুৰত ক্ৰন্দনৰ ৰোল ভৈলা॥
মাহিয়তী পেহিয়তী আদি যত জন।
বিনাইয়া কান্দে সবে দময়ন্তী গুণ॥
মাৱে, জীৱে, গলাগলী কৰয় ক্ৰন্দন।
ৰাণী বোলে দময়ন্তী মোৰ প্ৰাণধন॥
তোক এড়ি কেন মতে মই প্ৰাণ ধৰোঁ।
তোৰ অবিহনে মই পুৰিডেই মৰো॥

ক্রমে ক্রমে আসি মিলিলেক যত নাৰী।
চুবুৰীয়া সম্বন্ধীয়া জীয়ৰী বহাৰী॥
বৃদ্ধাগণে বোলে মাৱ দময় সুভাগী।
আশির্ব্বাদ কৰোঁ হেৰা স্বমীৰ সুৱাগী॥
হৰ গৌৰী বসতি কৰোঁক ভগৱতী।
অচিৰতে আই যেন হোৱা পুত্ৰৱতী
পতিৰেক গুৰু স্ত্রীনাং বোলে মুনিগণ।
নাৰদৰ মুখে আমি কৰিছোঁ শ্ৰৱণ॥
এতেকে স্বামীসে গুৰু নাহি আত বিনে।
নলৰ চৰণ তুমি সেবা ৰাতি দিনে॥
নিদ্রা আলস্যক তুমি দূৰতে ত্যজিবা।
এক চিত্ত মন হুয়া স্বামীক ভজিবা॥
স্বামী যদি ছপৰাক সোণ বুলি কয়।
নুহি বুলি প্রত্যুত্তৰ দিবে নলাগয়॥
যেই সব কার্য্যে স্বামী সন্তোষ পাৱয়।
প্রাণ পণে যত্ন কৰি কৰিবে লাগয়॥
যেই কার্য্যে মাও অসন্তুষ্ট জানা স্বামী।
কদাচিতো হেন কার্য্য নকৰিবা তুমি॥
কটু কথা কদাপি নোবোলা স্বামী পাশ।
নকৰিবা স্বামী নিন্দা আৰু উপহাস॥
স্বামীৰ সুখতে সুখ তান দুঃখে দুঃখ।
বঞ্চিবাহা এহি মতে ত্যজি নিজ সুখ॥
সুমধুৰ বাক্যে সদা স্বামীক তুষিবা।
ভোজনৰ সামগ্রিক নিজে তুলি দিবা॥
তামোল যোগাইবা সদা পদতলে বসি।
স্বামী যদি ক্রোধ কৰে থাকিবাহা সসি॥
তোৰ ভাগ্যে পাই আছ নল মহামতি।
পৃথিবী যুড়িলে যাৰ অক্ষয় কীৰিতি॥
কন্দর্পৰ ৰূপ যিনি সুকোমল কায়।
অপেশ্বৰীগণে যাক দেখি মোহ যায়॥

ৰূপে গুণে বলে বীর্য্যে ভুবনে অতুল।
ইন্দ্র আদি দেৱে যাক নোহে সমতুল ॥
সত্যবাদী জিতেন্দ্রিয় মর্য্যাদা সাগৰ।
নবীন বয়স যেন পূর্ণ শশধৰ ॥
হেন স্বামী লভি আছা পূর্ব্ব পুণ্যফলে।
আপোন যৌবন দিয়া বঞ্চিবা কুশলে ॥
পতিব্রতা নাৰীক ডৰয় ত্রিজগত।
সুৰাসুৰ নাগ নৰ হোৱে ভয়ে ভীত ॥
ব্রহ্মা, বিষ্ণু, মহেশ্বৰো হিয়া কপি যায়।
সতী যদি কদাচিত ক্রোধযুতা হয় ॥
শ্বশুৰ শাশুৰী আদি যত গুৰুজন।
ভক্তিভাৱে সবাৰো তুষিবা তুমি মন ॥
দাস দাসী আদি যত লিগিৰী লস্কৰী।
সবাহাঙ্কো মিষ্ট বাক্যে তুষিবা সাদৰী ॥
হেনমতে বুজাইলা যত বৃদ্ধাগণ।
দময়ন্তী মুখ চাহি বিষাদিত মন ॥
তেবে নাৰীগণ আনি বস্ত্র অলঙ্কাৰ।
পিন্ধাইলা অতি যত্নে দেখি চমৎকাৰ ॥
আচুৰীয়া চুলিতাৰ খোপাক বান্ধিলা।
মালতী চম্পাৰ চাকি তাতে পিন্ধাইলা ॥
সেঁওটা ফালিয়া দিল সিন্দুৰৰ ৰেখা।
জ্বলিল মেঘত যেন ৰামধনু ৰেখা ॥
কপালত পিন্ধাইলা কুঙ্কুম সিন্দুৰ।
অগৰু চন্দন গাৱে লিপিলা প্রচুৰ ॥
কণ্ঠত পিন্ধাইলা মণিময় ৰত্নহাৰ।
সর্ব্বাঙ্গ ঢাকিয়া পিন্ধাইলেক অলঙ্কাৰ ॥
হেন কালে দাসী আহি বুলিলা বচন।
ৰজা পঠাইলেক মোক দেখি শুভক্ষণ ॥
যাত্রাৰ সময় আসি ভৈল উপস্থিত।
কন্যা লৈয়া যাব লাগে সভায় ত্বৰিত ॥

তেবে তিৰিগণ কৈলা উৰুলিৰ ধ্বনি।
দুৱাৰ ধৰিয়া কান্দে ৰাণী সুবদনী॥
মিলি যত সখিগণ কৰি সুমঙ্গল।
দময়ন্তী সমে উপস্থিত সভাস্থল॥
স্বৰ্ণ চতুৰ্দ্দোলে চড়ে নল মহামতি।
সখীগণ বামে বৈসাইলেক দময়ন্তী॥
মিনতি কৰিয়া ৰাজা জামাতাক মাতি।
কহিবে নপাৰে তাৰ হিয়া যায় ফাটি॥
শুনা মহামতি নল জামাতা আমাৰ।
আজি ধৰি দময়ন্তি দাসী ভৈলা তোৰ॥
তোৰ চৰণত আঙ্ক কৈলো সমৰ্পণ।
বহু দোষ ক্ষমি তাত কৰিবা পালন॥
আলস্বুৱা কন্যা মোৰ নোহয় চতুৰ।
মোৰ মুখ চাহি দোষ ক্ষেমিবা ইহাৰ॥
হেনমতে বহুতৰ বোলৈ ভীমৰায়।
শোকে গদ্ গদ্ হিয়া লোহ বহিযায়॥
ৰাজমন্ত্ৰী প্ৰতি ৰাজা বুলিলা বচন।
যৌতুকৰ দ্ৰব্য তুমি আনা এতিক্ষণ॥
সহস্ৰেক হস্তী আনা সাজ সমন্বিতে।
অযুতেক ঘোড়া আবে আনাহা ত্বৰিতে॥
সালঙ্কৃতা সহস্ৰেক দাসী দিবে লাগে।
গৰু মহ পালে পালে আনা মোৰ আগে॥
আনো ধন ৰত্ন যত আছয় ভণ্ডাৰে।
অৰ্দ্ধভাগ কৰি তুমি আনাহা সত্বৰে॥
অৰ্দ্ধৰাজ্য দিবো মই দমইৰ যৌতুকে।
শুনি মন্ত্ৰী চলি গৈলা পাৰম কৌতুকে॥
হাতী, ঘোড়া, ৰথ, দাস, দসী অগণন।
হীৰা মৰকত আৰু প্ৰবাল কাঞ্চন॥
সঙ্গে লৈয়া নল ৰাজা মহাৰঙ্গ মনে।
চতুৰ্দ্দোলে চড়ি যাই দময়ন্তী সঙ্গে॥

স্বদেশক গৈয়া ৰাজা পৰম কৌতুকে ।
দ্বাদশ বৎসৰ ৰাজ্য বঞ্চে মহাসুখে ॥
কতো দিনান্তৰে ৰাণী গৰ্ভৱতী ভৈলা ।
যথাকালে মহাসতী পুত্ৰ প্ৰসবিলা ॥
কন্দৰ্প জিনিয়া পুত্ৰ ৰূপৰ আধাৰ ।
পুত্ৰমুখ দেখি ৰাজা আনন্দ অপাৰ ॥
ইন্দ্ৰসেন নাম ৰাখে কৰিয়া যতন ।
বিপ্ৰগণে দিলা ৰাজা বহু ধন সোণ ॥
তদন্তৰে আৰু এক কন্যা জন্ম ভৈলা ।
ইন্দ্ৰসেনী নাম ৰাজা যতনে ৰাখিলা ॥
দিনে দিনে বাঢ়ে দুই যেন চন্দ্ৰ কলা ।
দেখি ৰাজা ৰাণী ভৈল আনন্দতে ভোলা ॥
পুত্ৰ কন্যা পালে ৰাণী কৰিয়া যতন ।
ৰাজ কাৰ্য্য কৰে ৰাজা স্থিৰ কৰি মন ॥
পুত্ৰৱতে পালে প্ৰজা ধৰ্ম্ম কৰ্ম্মে ৰত ।
ৰোগী দুঃখী নাই কোনো নলৰ ৰাজ্যত ॥
আপোন স্বধৰ্ম্ম ৰাজা পালি নিৰন্তৰ ।
ৰাজ্যক শাসিয়া সুখ ভুঞ্জয় অপাৰ ॥
নলৰ কথাক আবে এহি মানে থও ।
দেৱগণে যি কৰিলা বিবৰিয়া কওঁ ॥

---

# দুৰ্গাপ্ৰসাদ দত্ত।

---

## বৃষকেতু।

( পৌৰাণিক নাট। )

### চতুৰ্থ দৰ্শন।

ৰাজ আলি।

বৃষকেতু আৰু কিছুমান লৰা।

কৰ্ণ—(বহুত নিলগৰ পৰা চিঞৰি ) মোৰ সোণাই বৃষকেতু, কত আছাঁ, এইপিনে আহাঁ। মই অধমে তোমাক বিচাৰি ফুৰিছোঁ ?

বৃষকেতু—( লৰাবোৰক ) মোক ভাই ! দেউতাই অথনিৰে পৰা বিচাৰি ফুৰিছে। তোমালোকে ধেমালি কৰি থাকাঁ, মই কিবাকিবি খাই আহোঁগৈ। মই অথনিয়েই একো নোখোৱাকৈ গুচি আহিলোঁ গুণে দেউতাই বিচাৰি ফুৰিছে। মই নগলে দেউতাই খং কৰিব। তেওঁ ভু নোপোৱাকৈ আয়ে উমলিবলৈ পঠিয়াই দিছিল। এতিয়া দেউতাই কিয় বিচাৰিছে বুজ লৈ আকৌ আহিম এতিয়া মই যাওঁদেই। ( গৈ আধা বাটৰ পৰা উভতি আহি ) ভাই ! আকৌ আহিম বুলি প্ৰতিজ্ঞা কৰাটো মোৰ অন্যায় হল। মানুহৰ জীৱনৰ কি ঠিক আছে ? এই আছোঁ, এই নাই, যদি জীয়াই থাকোঁ, তেন্তে আকৌ আহি তোমালোকৰ লগত ধেমালি-ধুমুলা কৰিমহি। যদি নোৱাৰোঁ—এয়ে বিদায় হলো বুলি জানিবাহঁক। সময়ত তোমালোকক অনেক কথাত আহুকাল কৰিছিলোঁ সেইবোৰ ক্ষমা কৰিবাহঁক।

১ম লৰা—ভাই ! তোমাৰ মুখে আগেয়ে কেতিয়াও এনে কথা শুনা নাছিলোঁ। আজি শুনি বৰ আচৰিত হৈছোঁ।

২য় লৰা—ভাই ! তোমাৰ কথা শুনি মোৰ মনত বৰ বেজাৰ লাগিছে।

৩য় লৰা—ভাই, হঠাৎ এনে কথা কেলৈ কলা ?

কৰ্ণ—( আহি ওচৰ চাপি ) মই তোমাক বিচাৰি ফুৰিছোঁ নহয়—আহাঁ ঘৰলৈ যাওঁ ( কোলাত তুলি চুমা খাই ঘৰলৈ প্ৰস্থান )

পট পৰিবৰ্ত্তন।

ৰজাৰ অন্তঃপুৰ।

পদ্মাৱতী আৰু কণ্টকী।

কৰ্ণ—( বৃষকেতুক কোলাত লৈ উপস্থিত হৈ বিৰস মনেৰে ৰাণীক ) এইটি তোমাৰ হেঁপাহৰ ধন।

পদ্মা—( উত্ৰাৱল মনেৰে ৰজাক ) চাওঁ মোৰ সোণাইক চাওঁ। ( কান্দি কান্দি বৃষকেতুক ) অ' মোৰ লাহৰী! তুমি তোমাৰ খাইমূৰী কাঠৰীক এবাৰ আই বুলি মাতাঁ। তুমি মোক জন্মৰ নিমিত্তে সেন্দুৰীয়া মুখ খনিৰে চুমা এটি দিয়া। মই নমৰি এতিয়াও ভাল জীয়াই আছোঁ! ( ক্ৰন্দন )

বৃষকেতু—আই! তুমি বিয়াকুল হৈ কেলৈ কান্দিছাঁ! তুমি কান্দা দেখিলে, মই মনত বৰ দুখ পাওঁ। তুমি নেকান্দিবাঁ।

পদ্মা—মোৰ দেহাডুখৰি! মই যখিণীয়ে তোমাক মাৰিব খুজিছোঁ। তোমাক আৰু জন্মলৈ দেখা নেপাওঁ। মই বৰ কুলক্ষণী। মই নেকান্দি নোৱাৰোঁ, মোৰ সোণাই!

বৃষকেতু—আই! মোক কেলৈ মাৰিব খুজিছা? মাৰিব খুজিছা যদি কান্দিছা কিয়?

পদ্মা—আই ঔ! মোৰ লাহৰীৰ কপালত এয়ে হে আছিল! ইয়ালৈকেহে মই তুলিতালি ডাঙৰ দীঘল কৰিলোঁ, মোৰ পেটত জন্ম নিদিয়া হলেই ভাল আছিল। ঈশ্বৰে দি আকৌ এনে প্ৰতাৰণা কৰি নিয়ে কিয়? ( দীঘল হুমুনীয়া কাঢ়ে )

বৃষকেতু—আই! মোক কোনে নিব?

পদ্মা—মোৰ সোণাই আজিৰ পৰা তোমাৰ চন্দ্ৰমুখ দেখিবলৈ নেপাওঁ আৰু। কৰবাৰপৰা বুঢ়া বামুণ এজন আহি তোমাৰ দেউতাৰক অঙ্গীকাৰ কৰাই সত্যত বন্ধ কৰি পিছত তোমাৰ মঙহেৰে হেনো একাদশীৰ পাৰণ কৰে।

বৃষকেতু—তাৰ নিমিত্তে আই! তুমি ইমান শোক কৰিছাঁ কিয়? এইটো বৰ সজ কৰ্ম্ম। মোৰ যথাৰ্থতে জীৱন সাৰ্থক। আহা! এই ক্ষণস্থায়ী অকৰ্ম্মণ্য মাংসপিণ্ডৰূপ দেহাটি মৰিলে ছাই হব, নাইবা পৰুৱা পিপৰাই খাব। এনেস্থলত মই বামুণৰ ভোজ্য হম, ইয়াতকৈ আনন্দৰ কথা জগতত কি আছে? মোৰ কথা ধৰা, দুয়ো আনন্দ মনেৰে মোৰ মঙহ বামুণক খুৱাই অতিথি সৎকাৰৰূপ ঈশ্বৰক পূজা কৰাহঁক।

কৰ্ণ—আহা ! মোৰ বোপাই কেনে জ্ঞানৱান !

বৃষকেতু—দেউতা ! আপোনাৰ জীৱন ধন্য। আই ! তুমিও মহাপুণ্যৱতী। তোমালোকৰ মৰমৰ বস্তুৰে আজি পৰমেশ্বৰে পূজা পাব। মোৰ জীৱনো ধন্য। মোৰ আজি জন্মৰ সাৰ্থক হল। মোৰ অপবিত্ৰ সামান্য মাংস ফেৰা বামুণে খাব, ইয়াতকৈ কি সুখৰ বিষয় আছে ? আজি মোৰ শুভ দিন আৰু ৰাতিও শুভক্ষণতে পুৱাল। বামুণ সকলো জাতিৰে ৰজা, সকলোৱে বামুণৰ পূজা কৰে। বামুণেৰে সৈতে ঈশ্বৰৰ ভেদ নাই। যি বামুণক মানে, সেয়ে ভগৱানক পায়। ভৃগুৰামে খং উঠি কৃষ্ণৰ বুকুত লাঠি মৰাত কৃষ্ণই বামুণে ভৰিত দুখ পালে বুলি তৎক্ষণাৎ ভৰিত ধৰি কত দুখ প্ৰকাশিলে ! গোলক-বিহাৰী শ্ৰীহৰিৰ চাৰিখন বেদেও সীমা নেপায়। তেনে শ্ৰীহৰি বামুণৰ দাস। ব্ৰহ্মশাপত দশৰথৰ দশা কি হল ?— শ্ৰীকৃষ্ণই বামুণক সিংহাসনত বহুৱাই চৰণ পূজা কৰে। গঙ্গাকে আদি কৰি যিমান তীৰ্থবিলাক আছে, সকলোবোৰ বামুণৰ বুঢ়া আঙ্গুলিৰ ওপৰতে বিৰাজ কৰিছে। যি জনে ভক্তি ভাৱে বামুণৰ পাদোদক খায়, তেওঁ অবিৰামে স্বৰ্গলৈ গতি কৰে। বামুণে একান্ত মনেৰে যাক আশিৰ্ব্বাদ কৰে তেৱেঁই জগতত পূজনীয়। বামুণৰ সমান খঙাল পৃথিবীত কেওঁ নাই। ব্ৰহ্মশাপত পৰীক্ষিত ৰজাৰ সৰ্ব্বনাশ ঘটিল। এতেকে মোক অবিলম্বে বামুণক অৰ্পন কৰি কৰ্ত্তব্য পালন কৰাহঁক।

পদ্মা—( কান্দি কান্দি ) মোৰ সোণাইক নো কৰতেৰে ৰেপি ৰেপি এনে নিদাৰুণৰূপে কেনেকৈ বধ কৰোঁ ! ( কান্দে )

কৰ্ণ—( বেজাৰ মনেৰে ) উস্ কি নিদাৰুণ কথা উস্ ! উস্ !

বৃষকেতু—বৃথা মোহ পৰিহাৰ কৰাহঁক। জীৱৰ মৰণ নাই, অৱস্থান্তৰ মাথোন। অজ্ঞানৰূপ মায়াৰে চকু ঢাক খাই থকাতহে এই বিলাক নিদাৰুণ বুলি ভাব হৈছে।

বুঃ বামুণ—( খংকৰি ) আজি মোক অনাহাৰে মাৰে। মহাৰাজ ! ভোকত প্ৰাণ যায়। আছে দান নাই সমিধান, অবাবত মোক কেলৈ বহুৱাই ৰাখিছা ? মই যাওঁ।

কৰ্ণ—প্ৰভু ! দাস গৈছোঁ। ক্ৰোধ পৰিহাৰ কৰক। মই সকলো ঠিক কৰিছোঁ।

বৃষকেতু—আহা ! বামুণে ভোকত কষ্ট পাইছে। লৰালৰিকৈ খাবলৈ উপায় কৰি নিদিয়া নিতান্ত অধৰ্ম্ম হৈছে। শোক কৰিবৰ আৱশ্যক নাই খং উঠি গুচিযাব।

কৰ্ণ—কণ্টকী, যা কৰত খন লৈ আহাগৈ। বামুণৰ আগতে কাটি দিব লাগে (পটক্ষেপণ)।

পঞ্চম দৰ্শন।

ৰজাৰ সভা-ঘৰ।

বামুণ বহি আছে।

কৰ্ণ—(কৰযোৰ কৰি) প্ৰভু! সেৱকে সকলো ঠিক কৰি আহিছোঁ।

বুঃ বামুণ—(খং কৰি) উস্! মোৰ ভোকত তৰণী নাই। ভাল টু-টুৱাই আছোঁ। কতা? মই খাওঁ।

কৰ্ণ—প্ৰভূ! ৰাণীয়ে লৈ আহিছে।

পদ্মা—(বৃষকেতুক কোলাত লৈ উপস্থিত হৈ, লাহেকৈ কোলাৰ পৰা নমাই থৈ বামুণক সেৱা কৰি) প্ৰভু! দাসীয়ে বহুত পলম কৰিলোঁ ক্ষমা কৰক।

বুঃ বামুণ—তোমালোকৰ কেৱল এই ধৰণ ফাকি। মই যাওঁ (যাবলৈ উপক্ৰম কৰি লাখুটি লয়) তিনিও বমুণৰ ভৰিত পৰিল, কণ্টকীয়ে হাতত কৰত খন লৈ আঠুকাঢ়ি অলপ নিলগতে থাকে)

কৰ্ণ—দ্বিজৰাজ! সেৱকৰ দোষ মৰ্ষণ কৰি পণৰূপ ঋণৰ পৰা উদ্ধাৰ কৰক।

বুঃ বামুণ—মোক প্ৰতাৰণা কৰা নিতান্ত অযুগুত। মই আগেয়ে কৈছোঁ—আছে দান, নাই সমিধান। বাৰু যোৱা, মই চাই আছোঁ, সৌখিনিতে দুয়ো হাঁহি হাঁহি কাটি পেলাই নি ৰান্ধি আনাগৈ।

বৃষকেতু—(কণ্টকীক) বাই! তুমি মোক গোঁসাই ঘৰত থকা সেই ফুলৰ থালখন আনি দিয়া (কণ্টকী আনিবলৈ গল। অতি ভক্তি ভাৱে বৃষকেতুৱে বামুণৰ চৰণত ধৰি) হে বিশ্বময় জগৎকৰ্ত্তা দয়াময় ভকতবৎসল হৰি, অনন্ত ব্ৰহ্মাণ্ড পতি অগতিৰ গতি প্ৰভু! তোমাৰ করুণাৰ সীমা নাই। আহা! মোৰ পামৰৰ মাংস ফেৰাৰ আজি ধন্য। প্ৰভু! তুমি পাপীক সংসাৰ সাগৰৰ পৰা উদ্ধাৰ কৰিবলৈ আহিলা। ধন্য প্ৰভু তোমাৰ মহিমা। (কণ্টকী আহি ফুলৰ মালাৰ কাঁহি খন দিয়ে, বৃষকেতুৱে চৰণত অৰ্পণ কৰি, মাকক আৰু বাপেকক পিন্ধাই এধাৰ নিজেও পিন্ধি নাচি নাচি গায়)

গীত।—

কি সুন্দৰ কথা আহা শুনো আজি মই।
আজিহে গুচিলে প্ৰভু, মোৰ ভব-ভয়।
হৰি হৰি হৰি বুলি, নাচোঁ আহাঁ বাহু তুলি
হিয়া মেলি, হৰি বুলি হওঁ হৰিময়।

বুঃ বামুণ—উস্। বাৰু দেখিছোঁ বোলে—মোৰ ভোকত জীৱ যায়, তেও দেখোন মন-কাণ নাই। হল হল যোৱা কাটি বাছি ৰান্ধি-বাঢ়ি দিয়াঁহি, পেটৰ খজুৱতি মাৰোঁ। (পূৰ্বমুৱাকৈ বৃষকেতু বহে, কৰ্ণ আৰু পদ্মাৱতী দুয়ো কাটিবলৈ উদ্যোগ কৰাত) বোলোঁ সৌখিনিত কাটাহঁক, মই চাই আছোঁ। এইখন তেজ-কুৰে অটকাৰ কৰিব নেলাগে। (তিনিও ভিতৰ সোমাই গৈ, ভিতৰত কাটে, বামুণে হাঁহে)

বৃষকেতুৰ কটা মূৰটোৱে—ৰাধাকৃষ্ণ, ৰাধাকৃষ্ণ, গোলোক-বিহাৰী হৰি।

বুঃ বামুণ—ধন্য দাতাকৰ্ণ, তোমাৰ যশ পৃথিবীত চন্দ্ৰ সূৰ্য্য থাকে মানে ৰল। তুমি যাথাৰ্থ সুপণ্ডিত আৰু সাধু ৰজা। এতিয়া সেইবোৰ ভিতৰলৈ নি ভালকৈ ভাত আঞ্জা ৰান্ধি-বাঢ়ি লৈ আহাঁগৈ। অলপো পেলাই নিদিবাঁ। যোৱাঁ যোৱাঁ, বেগতে লৈ যোৱাঁ। মোৰ ভোকত পেট কলমলাবলৈ ধৰিছে। (অকলৈ বহি আপোনা আপুনি) বুঢ়া মানুহ দাঁতকেটাও লৰিছে, কেটামান গলেই। কোমলকৈ সিজাই নিদিলে কথাৰে আহৰি। (ইফালে সিফালে চাই পেটটো খপিয়াই) উস্। ভাল পলম হৈছে। ৰাণীয়ে মূৰটো লুকুৱাই ৰাখিছে। মই যেতিয়া যাম, তেতিয়া বৃষকেতুৰ মূৰটো আগতলৈ বিনাই বিনাই কান্দিবলৈ মনত আলচ কৰিছে। বাৰু, ৰহ, ময়ো বাপেকে এটা কথা কৰিম—যেতিয়া আতাইবোৰ আনিব, মোৰ টেঙা আঞ্জা নহলে খোৱা নহয় বুলি আকৌ মূৰটোৰ টেঙা ৰন্ধাম। (চিঞৰি) মহাৰাজ। হল নে নৌ? মোক আজি ভাল মুৰত টঙনিয়াই মাৰিলাঁ।

কৰ্ণ—(আহি সভক্তি অন্তৰে) আৰু বিলম্ব নাই প্ৰভু। ৰাণীয়ে লৈ আহে হে লাগে।

বুঃ বামুণ—তুমি আজি মোক ইমান শাস্তি তেও দিব নেলাগিছিল।

কৰ্ণ—প্ৰভু। বন্দীৰ অনেক অপৰাধ হৈছে। পাপাক চৰণ তৰী দি নতৰালে উপায় নাই।

বুঃ বামুণ।—মিঠা কথাৰে জানো পেট ভৰে? যোৱা বেগতে লৈ আহাঁগৈ।

কৰ্ণ—( ভিতৰলৈ গৈ ভাত আঞ্জা আনি বুঢ়া বামুণৰ আগতে থয়। )

বুঃ বামুণ—ইঃ। ইয়াৰে কি হব ? টেঙা আঞ্জা নহলে মই লঘোনীয়া মানুহে কেনেকৈ খাম ? এইবোৰ দেখোঁ বাৰে-মছলাৰে কিবা খন কৰিলে। ইস্! মই কি বিপদত পৰিলোঁহি। যোৱা মণ্ডহৰ টেঙা এখন বেগতে ৰন্ধাই আনাগৈ।

কৰ্ণ—প্ৰভু। যি আছিল সকলো ৰান্ধি দিলে। মণ্ডহ এফেৰাও নাই—অইন মণ্ডহ দিলে জানো নহব ?

বুঃ বামুণ—আছে, আছে যোৱা। ৰাণীয়ে মূৰটো লুকুৱাই থৈছে। তাৰেই ৰান্ধি দিবলৈ কোৱাগৈ। নহলে মই নেখাওঁ, যাওঁ। এইবোৰ থাকিল আকা। তুমি এতিয়া নিশ্চয় নৰকলৈ যাবা।

কৰ্ণ—প্ৰভু। দাস বেগেতে ভিতৰৰ পৰা আহোঁ, এখন্তেক ৰব, নেযাব। ( ভিতৰলৈ যায় )

( পটক্ষেপণ )

অন্ত।